# ভুপেন হাজৰিকাৰ গীত আৰু জীৱন ৰথ

ডক্টৰ দিলীপ কুমাৰ দত্ত






শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড,
কলিকতা-৯

*Bhupen Hazarikar Git aru Jiban-Rath*, a critical study of the lyrics of Bhupen Hazarika and the Borgeets of Sri Sankardev and Sri Madhabdev by Dilip K. Datta, Department of Mathematics, University of Rhode Island, Kingston, R. I. 02881, U. S. A. and published by Sribhumi Publishing Co., 79, Mahatma Gandhi Road, Cal-9, February'82.

প্ৰকাশক :
শ্ৰীঅৰুণ পুৰকায়স্থ
শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯ মহাত্মা গান্ধী ৰোড,
কলিকতা-৯

বেটুপাতৰ শিল্পী : ও. চি. গাঙ্গুলী

আলোক চিত্ৰ :
টয়োকো হাটাকাৱামা
জাপান।

মুদ্ৰক :
টি. বাৰিক
অনু প্ৰেছ
৫১, ঝামাপুকুৰ লেন,
কলিকতা-৯

মূল্য : ৩২·০০ টকা

যিখন দেশৰ বায়ু পানী পাই মই ডাঙৰ হ'লোঁ

যিখন সমাজৰ মৰম চেনেহত মই ধুনীয়া জীৱন-বোধ শিকিলোঁ

আৰু

যাৰ অমিয়া ভাষাই মোৰ জীৱন ভৰপূৰ কৰিলে সেই

অসমী আই আৰু অসমীয়া সমাজলৈ এইয়া মোৰ

ভক্তি অৰ্ঘ—আৰু ই

মোৰ শাশ্বত আত্মাৰ এটি খোজ সময় বালিত।

## সুচীপত্ৰ

# আগকথা

ডক্টৰ ভূপেন হাজৰিকাৰ কণ্ঠস্বৰ প্ৰত্যেক অসমীয়াই চিনি পায়। আজি প্ৰায় দুকুৰি বছৰ তেখেতে অসমৰ আকাশে বতাহে এনে গীতৰ ঢৌ তুলি আহিছে যে তেওঁৰ গীতে কাহানিও আলোড়িত নকৰা এখন অসমীয়া হৃদয় বিচাৰি উলিওৱা হয়তো অসম্ভৱ। তেওঁ ৰচনা কৰা গীত, তেওঁ সৃষ্টি কৰা সুৰ-সঙ্গীত আৰু তেওঁৰ মৰ্ম্মস্পৰ্শী কণ্ঠস্বৰে অসমীয়া জাতীয় জীৱন বৰ্ত্তমান এনেভাৱে চহকী কৰিছে যে নিজকে অসমীয়া বুলি গৌৰৱ কৰিবৰ নতুন কাৰণ ওলাইছে। ডক্টৰ হাজৰিকাৰ গীতবিলাক মানুহে ৰেকৰ্ডৰ যোগে বা অনাতাৰ কেন্দ্ৰৰ পৰা শুনিবলৈ পায়। কোনো কোনো সৌভাগ্যৱানে অৱশ্যে তেওঁৰ কণ্ঠস্বৰতে দুই এটা গীত কেতিয়াবা শুনিবলৈ পাইছে। কিন্তু বাছকবনীয়া কেইটামান গীতৰ তিনিখন সৰু সঙ্কলনৰ বাহিৰে তেওঁৰ বেছিভাগ গীতেই ছপা হৈ ওলোৱা নাই। সেয়েহে তেওঁৰ গীত বিলাকৰ কাব্যিক মূল্য নিৰূপণ কৰিবলৈ অসমীয়া সুধী সমাজে সুযোগ পোৱা নাই। তদুপৰি গীত এটাক কবিতা বুলি সততে গ্ৰহণ কৰা নহয়। দৰাচলতে একো একোটা গীতৰ কথাবিলাক অতি উচ্চ ধৰণৰ কবিতা হ'ব পাৰে। বৰফুকনৰ গীত মানুহে এতিয়া নাগায় যদিও সি এটা অতি মনোমোহা কবিতা হিচাপে অসমীয়া সাহিত্যত সদায় জীয়াই থাকিব। পৃথিৱীৰ অন্যান্য সাহিত্যতো এনে কবিতাৰ বিশেষ আদৰ দেখিবলৈ পোৱা যায়। স্কটলেণ্ডৰ ৰবাৰ্ট বাৰ্ণচৰ কবিতা, বঙ্গদেশৰ ৰবীন্দ্ৰনাথ আৰু নজৰুলৰ গীতবিলাক এইখিনিতে উল্লেখ কৰা যুগুত হ'ব। ডঃ হাজৰিকাৰ প্ৰায় প্ৰত্যেকটো গীতেই একো একোটা ধুনীয়া কবিতা। তেওঁ হয়তো কবি হিচাপেহে অসমীয়া সমাজত অমৰত্ব লাভ কৰিব। কোনোবা অসমীয়া সাহিত্যিকে ভূপেন হাজৰিকাৰ কবিতাবিলাক ভালদৰে চৰ্চ্চা কৰি তাৰ কাব্যিক মূল্য নিৰূপণ কৰিব বুলি আশা কৰিয়েই এই সঙ্কলনটো প্ৰকাশ কৰিলোঁ।

ডক্টৰ হাজৰিকাৰ ৰচনাক সকলোৱে একবাক্যে Lyrics আখ্যা দিয়ে। ভুল বুজাপৰা যাতে নহয়, এই শব্দটোৰ অৰ্থ আৰু কেইটামান অসমীয়া শব্দৰ বিশেষ প্ৰয়োগ এইখিনিতে ব্যাখ্যা কৰা যুগুত হ'ব। ইংৰাজীৰ Lyre শব্দটো আহিছে গ্ৰীক ভাষাৰ Lura শব্দৰ পৰা। Lura বীণ জাতীয় এবিধ বাদ্য যন্ত্ৰ, অতি প্ৰাচীন কালত গীত গাওঁতে বা কবিতা আবৃত্তিৰ সময়ত ইয়াক ব্যৱহাৰ কৰা হৈছিল। Lyric শব্দটোৰ উৎপত্তি হৈছে Lyre শব্দৰ পৰা। অক্সফৰ্ড অভিধানৰ মতে Lyrics বিলাক হৈছে কবিৰ নিজৰ ভাব আৰু অনুভূতি ব্যক্ত হোৱা আৰু শ্লোক বা পদত বিভক্ত চুটি কবিতা (গাবৰ কাৰণে হওক বা নহওক)। প্ৰসিদ্ধ ব্যাকৰণবিদ ফাউলাৰৰ মতে মহাকাব্য, নাটকীয় কবিতা, শোকপূৰ্ণ বা উপদেশপূৰ্ণ কবিতা আদিৰ দৰে আন ধৰণৰ কবিতাৰ পৰা Lyrics বিলাক সম্পূৰ্ণৰূপে পৃথক কৰি বৰ্ণনা কৰা কঠিন,কিয়নো কবিতাৰ এই বিভাগবিলাক সুন্দৰ নহয়; আজিকালি এই শব্দটো (Lyrics) সকলো গীতৰ ক্ষেত্ৰতে ব্যৱহাৰ কৰা হয়। সেয়েহে লিৰিক্স বুলিলে ড: হাজৰিকাৰ ৰচনাবিলাকৰ সুস্পষ্ট বৰ্ণনা দিয়া নহ'ব। তাকে নকৰি আমি কেইটামান অসমীয়া শব্দৰ অৰ্থকে বিশেষভাৱে গ্ৰহণ কৰিলে বেছি সুবিধা হ'ব।

প্ৰথমেই কুৰি শতিকাৰ চিনেমাৰ যুগত আমি 'গান' আৰু 'গীত' এই শব্দ দুটাৰো অৰ্থ স্পষ্ট কৰি লোৱা উচিত। শব্দ সংগঠন ও বিশেষ ছন্দ থকা আৰু সুৰ লগাই গোৱা অৰ্থপূৰ্ণ কবিতাক আমি গীত বোলা উচিত আৰু গান বুলিলে সুৰ লগাই গোৱা শব্দ ৰাশিক (ইয়াৰ অৰ্থ থাকক বা নাথাকক) বুজিব লাগিব। অৰ্থাৎ অট্টহাস্য, অৰ্থহীন চিঞৰ-বাখৰও যদি সুৰ লগাই কৰা হয় তাক আমি গান বুলি ল'ব পাৰোঁ (আজিকালিৰ চিনেমাত এনেকুৱা গান প্ৰায়ে শুনা যায়) কিন্তু গীত হ'বলৈ বিশেষ অৰ্থপূৰ্ণ হ'ব লাগিব। অৱশ্যে, প্ৰত্যেক গীতেই একোটা গান কিন্তু সকলো গান গীত হ'ব নোৱাৰে।

এটা গীতৰ কবিতাটোক বা যি কবিতাৰ ছন্দত এনে লালিত্য আছে যে তাত সুৰ সংযোজন কৰি গীতলৈ ৰূপান্তৰিত কৰিব পাৰি তাকেই গীতি-

কবিতা বোলা হ'ব, সি দীঘলেই হওক বা চুটিয়েই হওক। অৱশ্যে কোনো কবিতাত যদি সুৰ সংযোজিত হৈছে তেনেহ'লে তাক নিশ্চয় গীতি-কবিতা বুলিব পাৰি। যেনে লক্ষ্মীনাথ বেজবৰুৱাৰ 'প্ৰেম প্ৰেম বুলি জগত ঘুৰিলোঁ ঘৰতে আছিলে প্ৰেম……' কবিতাটো ডঃ হাজৰিকাই সুৰ সংযোজন কৰি এটি গীতি-কবিতালৈ ৰূপান্তৰিত কৰিছে। চমুতে ক'বলৈ হ'লে গীতি-কবিতা-বিলাক গীতিব্যঞ্জক। এইপিনৰ পৰা গীতি-কবিতা আমি ইংৰাজীৰ লিৰিক্স শব্দতকৈ অলপ বেলেগ অৰ্থত ব্যৱহাৰ কৰিছোঁ। এনে কৰাৰ বিশেষ প্ৰয়োজন এয়েই যে অসমীয়া ভাষাত বিশেষ কিছুমান গীতি-কবিতাৰ প্ৰচলন আছে। আমাৰ বৰগীতৰ দৰে ভক্তি ওপজোৱা গীত, প্ৰকৃতিৰ বৰ্ণনা থকা বনগীত, বিশেষ অনুভূতি থকা বিহুগীত, বৰফুকনৰ গীতৰ দৰে দীঘলীয়া বা ঐতিহাসিক গীত আৰু দেহ বিচাৰৰ গীত আদিৰ কবিতাবিলাককো গীতি-কবিতা বুলিব পৰা যাব।

গীত-ৰচক (বা গীত-ৰচয়িতা) বুলিলে আমি গীতি-কবিতা ৰচনা কৰোঁতাকহে বুজিব লাগিব। যি গীত-ৰচকে নিজেই ৰচা গীতি-কবিতাত সুৰ সংযোজন কৰিছে তেওঁক আমি গীতিকাৰ বুলিম। যি গীতিকাৰে নিজৰ গীতবিলাক নিজ কণ্ঠস্বৰেৰে গাইছে তেঁৱেই হ'ল গায়ক গীতিকাৰ। ডঃ ভূপেন হাজৰিকা এগৰাকী গায়ক গীতিকাৰ।

গায়ক গীতিকাৰ হিচাপে ডঃ হাজৰিকাক বিজাব পাৰি কেৱল শঙ্কৰদেৱ আৰু মাধৱদেৱৰ লগতহে। বহুতেই হয়তো মোৰ এই মন্তব্যত কম বেছি পৰিমাণে ক্ষুব্ধ হ'ব। মই অৱশ্যে এই মন্তব্যৰে ডঃ হাজৰিকাক মহাপুৰুষৰ শাৰীলৈ তুলিব খোজা নাই বা গুৰু দুজনাকো অৱমাননা কৰিবলৈ বিচৰা নাই (শঙ্কৰদেৱ, মাধৱদেৱৰ প্ৰতি থকা মোৰ ভক্তি বা তেওঁলোকৰ সৃষ্টিবিলাকৰ প্ৰতি থকা মোৰ বিস্ময়ক কোনো অসমীয়াই চেৰ পেলাব নোৱাৰে)। মই গুৰু দুজনাৰ বিশেষ কিছুমান সৃষ্টি আৰু প্ৰতিভাৰ লগত ডঃ হাজৰিকাৰ বিশেষ প্ৰতিভা আৰু সৃষ্টিহে বিজাব বিচাৰিছোঁ।

ই অতি দুখলগা কথা যে আজিৰ অসমীয়া সমাজত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ প্ৰভাৱ অতি সামান্য, আমাৰ সমাজত তেওঁলোকৰ আদৰ প্ৰায় লোপ পাওঁ পাওঁ, তেওঁলোকৰ ভাবিলে বিস্ময় মানিবলগীয়া সৃষ্টিবিলাকৰ চৰ্চ্চা প্ৰায় নোহোৱাৰ নিচিনা আৰু তেওঁলোকে প্ৰচাৰ কৰা ভক্তিৰ বাণী অসমীয়া সমাজত প্ৰতিধ্বনিত নহয় বুলিলেও বঢ়াই কোৱা নহয়। এনে হোৱাৰ এটা কাৰণ এয়েই যে তেওঁলোকৰ ভক্তসকলে মহাপুৰুষ দুজনাক ভগৱানৰ অৱতাৰ বুজাবলৈ গৈ আৰু জটিল কিছুমান শৰণ পদ্ধতিৰ সৃষ্টি কৰি মহাপুৰুষ দুজনাৰ সৃষ্টিবিলাক আৰু সেইবিলাকৰ চৰ্চ্চা সাধাৰণলোকৰ পৰা একপ্ৰকাৰ নিলগ কৰি পেলাইছে। কীৰ্ত্তনখন পঢ়িবৰ মন গ'লে গা নোধোৱা কাৰণে বহুবাৰ তেনে কৰিব নোৱৰা মোৰ মনত আছে। এবাৰ সত্ৰৰ এজন ভকতৰ লগত সাক্ষাৎ হওঁতে তেওঁ প্ৰায় ডেৰ ঘণ্টামান মোক বিশ্বাস কৰাবলৈ চেষ্টা কৰিছিল যে শঙ্কৰদেৱ শ্ৰীকৃষ্ণৰ অৱতাৰ আৰু মাধৱদেৱ বলোৰামৰ অৱতাৰ। মই তেওঁৰপৰা কেৱল জানিবলৈ বিচাৰিছিলোঁ 'শঙ্কৰদেৱৰ প্ৰত্যেকটি বৰগীতেই প্ৰাৰ্থনাসূচক নেকি?' কোৱা বাহুল্য যে সেইবিষয়ে তেওঁৰ পৰা একো সমিধান নাপালোঁ। আনহাতে এই দুজনালোকে যিদৰে অসমীয়া সমাজক নানা ৰকমে ঐশ্বৰ্য্যশালী কৰি থৈ গ'ল সি বিস্ময় মানিবলগীয়া। তেওঁলোকৰ এই ঐশ্বৰ্য্যবোৰে যি অসমীয়াই নিজকে চহকী কৰিবলৈ সুবিধা পোৱা নাই তেওঁ সঁচাকৈয়ে দুৰ্ভগীয়া। এতিয়া আমাৰ সত্ৰবিলাকৰ দুৱাৰৰ দাং আঁতৰাবৰ হ'ল সৰ্ব্বসাধাৰণৰ কাৰণে। তাতোকৈয়ো বেছি প্ৰয়োজন হৈছে শঙ্কৰদেৱ আৰু মাধৱদেৱক ভগৱানৰ অৱতাৰ হিচাপে প্ৰদৰ্শাবলৈ চেষ্টা নকৰি তেওঁলোকক অসমীয়া সাহিত্য, অসমীয়া সংস্কৃতি আদিৰ প্ৰতি বিশেষ ৰৰঙণি থকা অসমীয়া হিচাপে তেওঁলোকৰ সৃষ্টিবিলাক মাটিৰ মানুহৰ দৃষ্টিকোণৰ পৰা বহুলভাৱে প্ৰদৰ্শন কৰাৰ।

এইটোও উল্লেখযোগ্য যে ডক্টৰ ভূপেন হাজৰিকাৰ সৃষ্টিত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ প্ৰভাৱ যথেষ্ট দেখা যায়। আন নালাগে, শঙ্কৰদেৱৰ নামৰ সুৰেৰে নাচি উঠা পৱিত্ৰ বৰদোৱা থানৰ কল্পনা কৰিয়েই তেওঁ জীৱনৰ প্ৰথম গীত "কুসুম্বৰ পুত্ৰ শ্ৰীশঙ্কৰ গুৰুৱে" ৰচি গীতিকাৰ জীৱনৰ পাতনি মেলিছিল। স্কুলীয়া ছাত্ৰ হিচাপে ৰচা এই গীতটোত শঙ্কৰদেৱৰ সৃষ্টিৰ প্ৰতি

প্ৰকাশ পোৱা বিস্ময়ে আমাক হাজৰিকাৰ ঐতিহ্যৰ প্ৰতি সজাগ কৰি দিয়াটো স্বাভাৱিক। হাজৰিকাইও শঙ্কৰদেৱক সুঁৱৰিছে নামৰ সুৰ, ভাওনা, সুৰগা বৰগীত আদি তেওঁৰ গীত নাট সৃষ্টিৰ কাৰণেহে। তদুপৰি শঙ্কৰদেৱৰ নিচিনা ব্যক্তিৰ অভাৱত অসমৰ সাংস্কৃতিক জীৱনত থকা শূন্যতাৰ কাৰণে হাজৰিকাই কৰা আক্ষেপত অসমৰ সাংস্কৃতিক জীৱনৰ শূন্য ঠাই পূৰণ কৰাৰ এক সঙ্কল্প লুকাই থকা যেন লাগে।

ইয়াত গুৰু দুজনাক আলোচনা কৰাৰ আন এটা কাৰণ এয়েই যে হাজৰিকাৰ সৃষ্টিত প্ৰকাশ পোৱা তেখেতৰ প্ৰতিভা আৰু দোষ ত্ৰুটিবোৰ জুখিবলৈ গুৰু দুজনাৰ প্ৰতিভাৰ মাপকাঠিকহে ব্যৱহাৰ কৰিব পাৰি। তদুপৰি, মহাপুৰুষ দুগৰাকীও ভুপেন হাজৰিকাৰ দৰে গায়ক গীতিকাৰ আছিল বুলি কৈ অসমীয়া সমাজত বা অসমীয়া সংস্কৃতিৰ জগতত তেওঁলোকক জীৱন্ত কৰি তোলাৰ কিঞ্চিৎ প্ৰয়াসও মোৰ আছে। সেয়েহে, প্ৰথমেই তেওঁলোকৰ বৰগীতৰ বিষয়ে অলপ আলোচনা কৰিবলৈ বাধ্য হ'লোঁ।

এই পুথিৰ প্ৰথম ভাগত বৰগীতৰ আলোচনা কৰা হৈছে। হিন্দু সমাজ আৰু গীতাৰ ভক্তি-যোগৰ লগত বৰগীতৰ কি সম্বন্ধ তাক অলপ ফঁহিয়াই চোৱা হৈছে। কুৰি শতিকাৰ অসমীয়া সমাজ আৰু মহাপুৰুষ দুজনাৰ সময়ৰ অসমীয়া সমাজক আমি গীতৰ যোগেদিয়েই চিনিবলৈ চেষ্টা কৰিছোঁ। এইবিলাক বিষয়ত যি কেইখন কিতাপৰ সহায় লোৱা হৈছে সেই কিতাপৰ তালিকা বা গ্ৰন্থপঞ্জী শেষত দিয়া হৈছে। গীতাৰ শ্লোকবিলাকৰ ভাবাৰ্থ আৰু ব্যাখ্যাৰ কাৰণে তাত উল্লেখিত আঠাইকেইখন গীতাৰ সহায় লোৱা হৈছে যদিও ডঃ ৰাধাকৃষ্ণনৰ ব্যাখ্যাতে বিশেষ গুৰুত্ব দিয়া হৈছে। ভাৰতৰ ইতিহাসৰ তথ্যপাতিৰ কাৰণে, মজুমদাৰ, ৰায়চৌধুৰী আৰু দত্তৰ পুথিৰ ওপৰত নিৰ্ভৰ কৰা হৈছে। বৰগীতবিলাকৰ কথা, উপলক্ষ আদি শ্ৰীহৰি-নাৰায়ণ দত্ত বৰুৱা আৰু শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীৰ কিতাপ দুখনৰপৰা লোৱা হৈছে। সমালোচনাৰ ক্ষেত্ৰত ডঃ শৰ্ম্মা, ডঃ বৰুৱা আৰু ডঃ কাকতিৰ উল্লেখিত পুথি কেইখনৰ দ্বাৰা মই যথেষ্ট প্ৰভাৱান্বিত। তদুপৰি আমি ইংৰাজী শব্দৰ ব্যৱহাৰ যিমান পাৰোঁ কমাই অসমীয়া পৰিভাষা প্ৰয়োগ

কৰিবলৈ বিশেষ চেষ্টা কৰিছোঁ। এই বিষয়ত ৺বুদ্ধিন্দ্ৰনাথ দিলিহিয়াল ভট্টাচাৰ্য্যৰ অভিধানখনৰ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ দ্বাৰা প্ৰকাশিত পৰিভাষাৰ পুথি কেইখনমানৰ সহায় লোৱা হৈছে।

১৯৭৯ চনৰ জুন মাহত ডঃ ভূপেন হাজৰিকা আমেৰিকা আৰু কানাডা ভ্ৰমণ কৰিবলৈ আহে। তেখেতে ইয়াৰ বহুত নগৰ মহানগৰত প্ৰায় তিনিমাহ ভ্ৰমণ কৰে আৰু সঙ্গীত সন্ধিয়া পাতি শ্ৰোতাক মুগ্ধ কৰে। তেহেঁতে উভতি যোৱাৰ দুদিনমান আগতে মোৰ হাতত তেখেতৰ স্বৰচিত প্ৰায় তিনি শটামান অসমীয়া আৰু বঙালী গীতৰ নকল "এইয়া মই সময়ৰ হাতত গতালোঁ" বুলি মোৰ হাতত দিয়ে আৰু অসমীয়া গীতবিলাক আলোচনা কৰি এটা সঙ্কলন প্ৰকাশ কৰিবলৈ অনুৰোধ কৰে। তেখেতৰপৰা সেই গীতবিলাক হাতত পাই আৰু তেখেতৰ পৰা তেনেকুৱা ধৰণৰ মন্তব্য শুনি মই এই পুথিখন ৰচনা কৰিবলৈ বিশেষ উৎসাহ পাইছিলোঁ। অৱশ্যে এনেকুৱা এখন কিতাপ লিখিম বুলি মই আজি বহুত দিনৰ পৰাই ভাবি আছিলোঁ। সেয়েহে তেখেতক মই অটোৱা, ছেণ্ট লুইচ, বষ্টন, নিউ ইয়ৰ্ক আদি বহুত ঠাইত লগ ধৰিছিলোঁগৈ আৰু ৰ'ড আইলেণ্ডৰ মোৰ নিজা ঘৰত আনি এৰাতি ৰাখিছিলোঁ।

সেই সময় ছোৱাত তেখেতে মোক নিজৰ বিষয়ে আৰু তেখেতৰ গীতবিলাকৰ বিষয়ে বহুত কথা অতি আন্তৰিকভাৱে কৈছিল। বিশেষকৈ এটা অভিজ্ঞতা ইয়াত উল্লেখ কৰা উচিত হ'ব। মই ডক্টৰ হাজৰিকাৰ বহুত গীত সৰু সৰু কেছেটত ৰেকৰ্ড কৰি ৰাখিছোঁ আৰু সেইবিলাক গাড়ীৰ চিগাৰেট লাইটাৰৰ পৰা বজাব পৰাৰ সুবিধা কৰি লৈছোঁ। মই অ'লৈ ত'লৈ যাওঁতে গাড়ীত সেই গানবিলাক বজাই শুনি যাওঁ। ডঃ হাজৰিকাক মোৰ গাড়ীত তুলি প্ৰায় এহেজাৰ মাইলমান ফুৰোৱাৰ সৌভাগ্য মোৰ ঘটিছিল। গাড়ীত মই তেখেতক তেখেতৰ গানবিলাক বজাই শুনাইছিলোঁ। গাড়ীত যাওঁতে তেনেকৈ নিজৰ গানবিলাক শুনি তেখেতে খুব ফুৰ্ত্তি পাইছিল আৰু সেইবিলাকৰ বিষয়ে নিজৰ প্ৰাণৰ কথা বা সেই বিলাকৰ উপলক্ষ আদি মোক কৈ গৈছিল। তেখেতৰ এনে আনন্দ আৰু সেই মন্তব্যবিলাকৰ মাজেদি মই দেখিবলৈ পাইছিলোঁ এজন

শিল্পীৰ নিৰ্ম্মল আনন্দ কিছুমান আৰু নিজৰ সৃষ্টিত পোৱা এক বিশেষ পৰিতৃপ্তি।

ডঃ হাজৰিকা ইয়ালৈ অহাঁতে মোৰ আইও আমেৰিকা আৰু কানাডা ভ্ৰমণ কৰিবলৈ আহিছিল। মোৰ আই খাটিকুছি সত্ৰৰ গোসাঁই ধৰ্ম্মচন্দ্ৰ দেৱ অধিকাৰ গোস্বামীৰ শিষ্যা। মোৰ আইয়ে নিতৌ মহাপুৰুষীয়া নাম কীৰ্ত্তন কৰে আৰু নিয়মিতভাৱে গীতা পাঠ কৰে। তেওঁ ইয়াত থাকোঁতে মোৰ লগত প্ৰায়ে গুৰু দুজনাৰ কথা আৰু গীতাৰ বাণী আদি আলোচনা কৰিছিল। তেওঁ মোক প্ৰায়ে লক্ষ্মীনাথ বেজবৰুৱা ৰচিত শঙ্কৰদেৱ ও মাধৱদেৱ পুথিৰ পৰা গুৰু দুজনাৰ বিষয়ে পঢ়ি আৰু গুৰু দুজনাই ৰচা নাম গাই শুনাইছিল। সেয়েহে, ১৯৭৯ চনৰ আগষ্ট মাহত সুদূৰ আমেৰিকাৰ সাগৰৰ পাৰৰ মোৰ সৰু জুপুৰিত কুৰি শতিকাৰ ভূপেন হাজৰিকাৰ স্বৰচিত গীত আৰু আইৰ যোগেদি ষষ্ঠদশ শতিকাৰ সৃষ্টিৰ মধুৰ ধ্বনিয়ে মোৰ ভাব সমুদ্ৰত তোলা তৰঙ্গবোৰৰ মধুৰ স্পন্দনবিলাককো লিপিবদ্ধ কৰাৰ এইয়া মোৰ বিনম্ৰ প্ৰচেষ্টা।

এই প্ৰচেষ্টা একপ্ৰকাৰ আৰম্ভ হৈছিল ১৯৬৩-৬৪ চনত মই স্কটলেণ্ড ভ্ৰমণ কৰা কালত। মই স্কটলেণ্ডলৈ যোৱাৰ এটা কাৰণ আছিল প্ৰখ্যাত ইংৰাজ কবি আৰু গীত ৰচক ৰবাৰ্ট বাৰ্ণচৰ দেশখন চিনি অহাটো। ৰবাৰ্ট বাৰ্ণচৰ ৰচনাবিলাক মোৰ অতি প্ৰিয়। বিশেষকৈ তেওঁৰ ৰচনাবিলাকত প্ৰকাশ পোৱা জোন যেন কোমল ফুল যেন ধুনীয়া তেওঁৰ ভাববিলাক আৰু তেওঁৰ সূক্ষ্ম অনুভূতিবোৰে মোক সদায় মুগ্ধ কৰে। যিটো জাতি আৰু যিখন সমাজৰ মৰম-চেনেহৰ অভিজ্ঞতাবোৰে তেওঁৰ ৰচনাবিলাকৰ সমল যোগাব পাৰিছিল সেইখন সমাজ আৰু সেই স্কটজাতিৰ লোকসকলক লগ পোৱাৰ সুবিধা মই সদায় বিচাৰিছিলোঁ।

স্কটবাসীসকলে প্ৰত্যেক বছৰেই তেওঁলোকৰ জাতীয় কবি ৰবাৰ্ট বাৰ্ণচৰ জন্মদিন আদি অতি গৌৰৱপূৰ্ণভাৱে পাতি অমৰ কবিজনৰ প্ৰতি যেনে সন্মান প্ৰদৰ্শন কৰে পৃথিৱীৰ আন কোনো জাতিয়ে আন কোনো কবিৰ প্ৰতি তেনে

সম্মান দেখুৱায় বুলি মোৰ ধাৰণা নহয়। স্কটবাসীয়ে বাৰ্ণচক এজন গীতিকাৰ হিচাপেহে বেছি আদৰ কৰে। তেনে কৰাৰ এটা কাৰণ এয়েই যে ৰবাৰ্ট বাৰ্ণচে স্কটলেণ্ডৰ বহু লোকগীত একেবাৰে হেৰাই যোৱাৰ পৰা বা কলুষিত হোৱাৰ পৰা ৰক্ষা কৰিলে। স্কটলেণ্ডৰ বহু লোকগীতত নতুন শব্দ আৰু নতুন অৰ্থ সংযোজন কৰি তেওঁ সেই গীতবিলাকক ন সাজেৰে সজাই পৰাই উলিয়ালে। তদুপৰি তেওঁ পুৰণা সুৰবিলাকৰ লগত বিশেষ সমন্বয় থকা গীত ৰচনা কৰি সেইবিলাক সৰ্বজনপ্ৰিয় কৰিলে। এই গীতবিলাকে এতিয়া প্ৰত্যেক স্কটলোকৰ জীৱন ভৰপূৰ কৰে। এই গীতবিলাক স্কটলেণ্ডৰ ঘৰে ঘৰে বা প্ৰত্যেক স্কটলোকৰ কণ্ঠত সকলো মুহূৰ্ত্ততে শুনিবলৈ পোৱা যায়।

ইও উল্লেখযোগ্য যে ৰবাৰ্ট বাৰ্ণচ 'অ'ল্ড লেঙ্গ জাইন' ( Auld Lang Syne ) নামে জনাজাত গীতটিৰ ৰচক হিচাপে জগত বিখ্যাত। এই গীতটো পৃথিৱীৰ বহু ভাষাত অনুবাদ হৈছে আৰু প্ৰত্যেক নতুন বছৰক ওলগ জনাবৰ কাৰণে জানুৱাৰীৰ প্ৰথম দিনটো আৰম্ভৰ শুভ মুহূৰ্ত্তত প্ৰায় সকলো দেশৰ লোকে এই গীতটো গায়। ৰবাৰ্ট বাৰ্ণচৰ জন্মও হৈছিল জানুৱাৰী মাহত ( ১৭৫৯ খৃষ্টাব্দৰ ২৫ জানুৱাৰীত )। স্কটলেণ্ডত জানুৱাৰী মাহটো ৰবাৰ্ট বাৰ্ণচৰ মাহ বুলিব পাৰি। এই মাহটোত স্কটবাসীয়ে ৰবাৰ্ট বাৰ্ণচক আৰু স্কট ভাষা-সমাজ-সংস্কৃতিৰ প্ৰতি থকা তেওঁৰ অপৰিসীম প্ৰীতিক সুঁৱৰি স্কটলেণ্ডৰ আকাশে বতাহে আনন্দ উলহ মালহৰ ৰেণু ছটিয়ায়। তেওঁলোকে আৰু সোঁৱৰে মানৱী মৰম-চেনেহ আৰু ভালপোৱাৰ প্ৰতি থকা বাৰ্ণচৰ আকুলতা যাক তেওঁৰ দৰিদ্ৰ জীৱনৰ তিতা কেঁহা লগোৱা অভিজ্ঞতাই বা প্ৰেয়সীৰ অনাদৰে মষিমূৰ কৰিব নোৱাৰিছিল। কীটচ বা গণেশ গগৈৰ দৰে তেওঁও যেন ৰূপান্তৰিত হৈ এক প্ৰেম সাগৰত বিলীন হৈ পৰিছিল। সেয়েহে আজি দুশ বছৰ পিছতও তেওঁৰ গীত আৰু কবিতাই প্ৰত্যেক স্কট-লোকৰ অন্তৰৰ সুকোমল তন্ত্ৰীবোৰ জগাই তুলি তেওঁলোকৰ হিয়া যেন গলাৰ খোজে। বিশেষকৈ জানুৱাৰী মাহত বাৰ্ণচৰ গীতেৰে স্কটলেণ্ড মুখৰিত হৈ থকা যেন অনুমান হয়।

মই স্কটলেণ্ডলৈ গৈছিলোঁ। ডিচেম্বৰ মাহৰ শেষৰ পিনে আৰু গোটেই জানুৱাৰী মাহটো তাত কটাইছিলোঁ। সেয়েহে বৰাৰ্ট বাৰ্ণচৰ প্ৰতিভা আৰু স্কটবাসী-সকলৰ ওপৰত তেওঁৰ প্ৰভাৱ ভালদৰে হৃদয়ঙ্গম কৰিব পাৰিছিলোঁ। স্কটলেণ্ডত কটোৱা দিন কেইটাৰ প্ৰতিটো মুহূৰ্ততে মোৰ ডক্টৰ ভূপেন হাজৰিকা আৰু তেওঁৰ গীতবিলাকলৈ মনত পৰিছিল—বাৰে বাৰে মই উপলব্ধি কৰিছিলোঁ তেখেতৰ সঙ্গীত প্ৰতিভা আৰু অসমীয়ালোকৰ ওপৰত সেই-বিলাকৰ প্ৰভাৱ। ডক্টৰ হাজৰিকাক বৰাৰ্ট বাৰ্ণচৰ লগত বহুত দিশৰপৰা তুলনা কৰিব পাৰি। বাৰ্ণচৰ দৰে তেখেতেও আমাৰ পুৰণা সুৰৰ কাৰণে নতুন গীত ৰচনা কৰি সেইবিলাকক নতুন জীৱন দিছে আৰু নতুন নতুন গীত নতুন নতুন সঙ্গীত সৃষ্টি কৰি অসমীয়াৰ জাতীয় জীৱন চহকী কৰিছে। তেখেত নিঃসন্দেহে অসমীয়াৰ জাতীয় সঙ্গীতকাৰ, জাতীয় গীতিকাৰ আৰু জাতীয় গায়ক। মোৰ এই উপলব্ধি স্কটলেণ্ড ভ্ৰমণ কালত বৰাৰ্ট বাৰ্ণচৰ প্ৰতিভাৰ আদৰ দেখি বেছি ঘনীভূত হৈছিল। সেয়েহে মই মনে মনে সঙ্কল্প কৰিছিলোঁ যে এইবিলাক দৃষ্টিকোণৰ পৰা ভূপেন হাজৰিকাৰ প্ৰতিভা আৰু সৃষ্টিবিলাক আলোচনা কৰি এখন পুথি লিখিম যাতে অসমীয়া সমাজে সেইবিলাক আৰু কৃতী শিল্পী গৰাকীক আদৰ কৰিবলৈ শিকিব পাৰে।

স্কটলেণ্ডৰ পৰা উভতি অহাৰ পিছত মই য'তে যেতিয়াই পাওঁ যেনে তেনে হ'লেও ভূপেন হাজৰিকাৰ গীতবিলাক টেপ কৰি লৈছিলোঁ আৰু অৱসৰ সময়ত সেই গীতিবিলাকৰ কথাবিলাক বা তাৰ বিষয়ে টোকা লিখি গৈছিলোঁ। মোৰ সংগ্ৰহত থকা প্ৰথম টেপটো কৰা হৈছিল মাঞ্চেচটাৰ চহৰত পঢ়ি থকা মোৰ কেইগৰাকীমান বন্ধুৰ সহায়ত ১৯৬৪ চনত আৰু শেষ টেপটো কৰা হৈছে ১৯৮০ চনত মই অসমলৈ যাওঁতে। এই পুথিখনৰ বিষয়-বস্তুবিলাক গোটাওঁতে আৰু ৰচনা কৰোঁতে ১৯৬৪ চনৰ পৰা ১৯৮০ চনলৈকে প্ৰায় ষোল বছৰ কাল লাগিছে বুলিব পাৰি। ই মোৰ কাৰণে এক বৃহৎ প্ৰচেষ্টা। ৰাইজে এতিয়া পুথিখন আদৰ কৰিলে কৃতাৰ্থ হম। এইখিনিতে এইটো উল্লেখযোগ্য যে পুথিখন নিভুৰ্ল কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই যদিও নানা কাৰণত ভুল-ভ্ৰান্তি থাকিব পাৰে। এইটোও সঁচা যে ডঃ হাজৰিকাই

বহু গীত সময়ে সময়ে শাল-সলনিও কৰিছে। সেয়েহে দুই এটা গীতৰ ৰেকৰ্ডত দিয়া কথা বা হাজৰিকাই ব্যক্তিগত ভাৱে গাওঁতে ব্যৱহাৰ কৰা কথাখিনি আৰু এই পুথিৰ কথাৰ মাজত পাঠান্তৰ হোৱাটো স্বাভাৱিক। এইবিলাক আৰু অজানিত ভুল-ভ্ৰান্তি বা দোষ-ক্ৰুটিৰ বাবে বাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলোঁ।

গণিত বিভাগ,
ৰ'ড আইলেণ্ড বিশ্ববিদ্যালয়,
কিংগষ্টন, আমেৰিকা ০২৮৮১

দিলীপকুমাৰ দত্ত

কুশল কোঁৱৰ পথ
হিলচাইড লেন, চেনীকুঠী
গুৱাহাটী—৭৮১০০৩

## কৃতজ্ঞতা স্বীকাৰ

এই পুথিখনৰ ৰচনা কালত গীত, পুথি, ৰেকৰ্ড আদি সংগ্ৰহ কৰোঁতে তলত নাম দিয়া লোকসকলৰ পৰা বিশেষ সহায় পোৱা হৈছে। তেওঁলোকৰ সহায়ৰ অবিহনে যে এনে বৃহৎ প্ৰচেষ্টা এটা সমাধা কৰা সম্ভৱ নহ'লহেঁতেন তাত সন্দেহ নাই। এইখিনিতে মই তেওঁলোকলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

দিচাংমুখৰ—শ্ৰীনোমলচন্দ্ৰ পাত্ৰিং

শিৱসাগৰৰ—শ্ৰীমতী অসীমা বৰুৱা

যোৰহাটৰ—শ্ৰীজিতেন পাঠক, শ্ৰীশেখৰজ্যোতি ভূঞা, শ্ৰীমতী কবিতা বৰুৱা আৰু শ্ৰীউপেন বৰুৱা

বেলতলাৰ—শ্ৰীমতী জয়শ্ৰী ফুকন, শ্ৰীমতী মঞ্জুশ্ৰী ফুকন, শ্ৰীমতী নন্দিনী ভট্টাচাৰ্য, শ্ৰীবঙ্কিম ফুকন, শ্ৰীমঞ্জিত হাজৰিকা, শ্ৰীমতী শান্তা ফুকন, শ্ৰীডিম্বেশ্বৰ ফুকন আৰু শ্ৰীমতী কৃষ্ণা গোঁহাই

গুৱাহাটীৰ—শ্ৰীমতী সুদক্ষিণা শৰ্ম্মা, শ্ৰীদিলীপ শৰ্ম্মা, শ্ৰীমতী লিলি মজিন্দাৰ বৰুৱা, শ্ৰীলক্ষেশ্বৰ তালুকদাৰ, শ্ৰীমতী পাহাৰী দাস, শ্ৰীপূৰ্ণেন্দু দাস, শ্ৰীমতী বস্তি ভূঞা, শ্ৰীঅমৰ হাজৰিকা, শ্ৰীভুবনেশ্বৰ কটকী, মীৰ আকদাচ আলি, শ্ৰীমতী ৰীতা ৰাজখোৱা, শ্ৰীজ্যোতিপ্ৰসাদ ৰাজখোৱা

মাঞ্চেছটাৰৰ—শ্ৰীপ্ৰফুল্ল বৰুৱা, শ্ৰীঅনিলকুমাৰ ভট্টাচাৰ্য, শ্ৰীবিমল ফুকন আৰু ৺পূৰ্ণানন্দ কলিতা

নিউ ইয়ৰ্কৰ—শ্ৰীমতী নিৰ্ম্মালী বৰুৱা আৰু শ্ৰীনিখিল বৰুৱা

অটোৱাৰ—শ্ৰীমতী ললিতা বৰা, শ্ৰীমতী প্ৰিয়ম হাজৰিকা আৰু শ্ৰীকুমুদ বৰা

বাফেলোৰ—শ্ৰীমতী সুৰভি কাকতি

ৱাশ্বিংটনৰ—শ্ৰীমতী অৰুণা বৰপূজাৰী আৰু শ্ৰীজিতেন্দ্ৰ বৰপূজাৰী

ছেন্ট লুইছৰ—শ্ৰীমতী ইলি ভূঞা, শ্ৰীমতী বীণা হাজৰিকা, শ্ৰীমহেন্দ্ৰ ভূঞা আৰু শ্ৰীমনোমোহন হাজৰিকা।

কিংগষ্টনৰ—শ্ৰীমতী তপতী লাহিড়ী আৰু শ্ৰীঅমৰ লাহিড়ী

অধ্যাপক ৰজনীকান্ত দেৱশৰ্ম্মাই "মধু দানৱ দাৰণ" গীতটোৰ পাঠ শুধৰাই তাৰ এটি অসমীয়া ভাঙনিৰে আৰু অধ্যাপক প্ৰফুল্ল দত্ত গোস্বামীয়ে কিতাপখন উন্নত কৰিবলৈ দিয়া পৰামৰ্শেৰে এই গ্ৰন্থখনৰ শ্ৰীবৃদ্ধি কৰিলে—মোৰ পৰম শ্ৰদ্ধাভাজন এই পণ্ডিত দুগৰাকীৰ পৰা পোৱা উৎসাহৰ বাবে মই সদায়ে কৃতজ্ঞ থাকিম।

এই পুথি লিখোঁতে সদায়ে উৎপ্ৰেৰণা যোগোৱা মোৰ নবৌ অধ্যাপিকা-অনুৰাধা দত্ত আৰু মোক সকলো প্ৰকাৰে সহায় কৰা বাবে মোৰ ককাইদেউ শ্ৰীপ্ৰদীপ কুমাৰ দত্তৰ ওচৰত মই কৃতজ্ঞ।

এই পুথিৰ সৃষ্টিৰ কাৰণে শ্ৰীভূমি পাব্লিচিং কোম্পানীৰ গৰাকী শ্ৰীঅৰুণ পুৰকায়স্থ আৰু ভাৰতীয় ৰাষ্ট্ৰীয় গ্ৰন্থসূচী বিভাগৰ সহকাৰী সম্পাদক শ্ৰীকুল গগৈৰ আন্তৰিক প্ৰচেষ্টা দেখি মই তবধ মানিছোঁ। ৰাইজ আৰু অসমীয়া সাহিত্যক সেৱা কৰিবৰ মানসেৰেই শ্ৰীপুৰকায়স্থই এখন ব্যয়বহুল পুথিৰ প্ৰকাশৰ কাম হাতত লৈ তাক সৰ্বাঙ্গ সুন্দৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিলে। শ্ৰীগগৈয়ে পুথিখনত যাতে বানান, ভাব, ভাষাৰ ভুল নাথাকে তাৰ কাৰণে বিশেষ কষ্ট স্বীকাৰ কৰিলে। গগৈদেৱৰ পাণ্ডিত্যৰ কাৰণে কেৱল যে পুথিখনকে উন্নত কৰা হ'ল তেনে নহয়—তেখেতৰ পাণ্ডিত্যৰ আৰু তেওঁতৰ দৃষ্টিভঙ্গীৰ দ্বাৰা মই নিজেও বহু চহকী হ'লোঁ। এই দুজনা ব্যক্তিৰ প্ৰতি কৃতজ্ঞতা স্বীকাৰ কৰোঁতে এইটো উল্লেখ কৰা যুগুত হ'ব যে এই পুথিখনে যদি অসমীয়া ৰাইজৰ কিবা আদৰ পায় তেনেহ'লে তাৰ কাৰণে এই দুজনা ব্যক্তিও বিশেষ শলাগৰ পাত্ৰ।

সদৌশেষত ডঃ ভূপেন হাজৰিকাই অতি মুকলিমূৰীয়া ভাৱে সকলো কথা গ্ৰহণ কৰি পুথিখন প্ৰকাশত সহায় কৰা বাবে তেখেতৰ প্ৰতি মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কিংগষ্টন, ৰ'ড আইলেণ্ড

দিলীপকুমাৰ দত্ত

অক্টোবৰ, ১৯৮০

## প্ৰথম অধ্যায়

# গায়ক গীতিকাৰ শঙ্কৰদেৱ ও মাধৱদেৱ

মই কটন কলেজৰ প্ৰথম বাৰ্ষিকীৰ ছাত্ৰ থাকোঁতে চুডমাৰ্চন হলত শঙ্কৰদেৱৰ তিথি উপলক্ষে আয়োজন কৰা এখন সভাত বহুতো বিদগ্ধ পণ্ডিতে গুৰুজনাৰ বিষয়ে ডাঙৰ ডাঙৰ শব্দ, অৰ্থ নোহোৱা বাক্য আৰু অবান্তৰ কথাৰে ভৰপূৰ ভাষণ দি ছাত্ৰসকলৰ কাণ ঘোলা কৰিছিল আৰু শঙ্কৰদেৱক বেছি বুজিব নোৱৰাহে কৰিছিল। কিন্তু অভিনেতা শ্ৰীহীৰেন চৌধুৰীয়ে, "শঙ্কৰদেৱ আছিল মস্ত পালোৱান। ভৰ বাৰিষাৰ ব্ৰহ্মপুত্ৰ, দিলে জাঁপ মাৰি আৰু সাঁতুৰি পাৰ হৈ গ'ল" বুলি মোৰ মনত শঙ্কৰদেৱক জানিবলৈ এনে এক স্পৃহা জন্মালে যে সেই স্পৃহাৰ তৃপ্তি আজিকোপতি উপভোগ কৰিছোঁ। ই অতি সৌভাগ্যৰ কথা যে শঙ্কৰদেৱ মানুহজন আৰু মাধৱদেৱ মানুহজনৰ বিষয়ে জানিবলৈ বহুত সমল আছে। তেওঁলোকৰ নিজৰ ৰচনাবিলাকৰ উপৰিও তেওঁলোকৰ বহু ভক্তই গুৰু-চৰিত লিখি থৈ গৈছে। এইবিলাকত যথেষ্ট অমিল তথ্য-পাতি আৰু তেওঁলোকক ঈশ্বৰৰ অৱতাৰ বুলি প্ৰমাণ কৰিবৰ কাৰণে নানা কাল্পনিক কথাৰ সমাবেশ কৰা যেন লাগে। কোনো কোনো বিষয়ত কোনটো সঁচা কোনটো মিছা তাক হয়তো বিচাৰ কৰা খুব সহজ নহয়। কিন্তু এইটো স্পষ্ট যে তেওঁলোক দুয়োজন অসাধাৰণ প্ৰতিভাৰ গায়ক গীতিকাৰ আছিল। তেওঁলোকৰ নিজৰ কণ্ঠত বা আনৰ কণ্ঠত তেওঁলোকে ৰচা গীত শুনি কেনেদৰে ৰজা প্ৰজা সকলো মুগ্ধ হৈছিল আৰু

বৰগীতে কেনেকৈ তেওঁলোকৰ প্ৰধান প্ৰধান শিষ্যসকলৰ বা আনলোকৰ অন্তৰ জয় কৰিছিল তাৰ উল্লেখ বহু পুথিত আছে।

গায়ক, গীতিকাৰ, চিত্ৰকাৰ আৰু নাট্যকাৰ হিচাপে শঙ্কৰদেৱৰ প্ৰতিভাৰ প্ৰথম প্ৰকাশ হয় তেওঁ ডেকা কালতেই বৰদোৱাত প্ৰদৰ্শন কৰা চিহ্নযাত্ৰা নামে ভাওনাৰ পৰা। জ্ঞাতি বন্ধু সকলে বৈকুণ্ঠ কেনে স্থান তেওঁৰ পৰা জানিবলৈ বিচৰা কাৰণে শঙ্কৰদেৱে ৰাইজক বৈকুণ্ঠৰ লীলা দেখুৱাবলৈকে এই ভাওনাৰ আয়োজন কৰিছিল। এই চিহ্নযাত্ৰা ভাওনা অসমৰ কলা-কৃষ্টিৰ বুৰঞ্জীৰ এক যুগান্তকাৰী ঘটনা। এই ভাওনাতেই অসমত প্ৰথমবাৰৰ কাৰণে খোল, তাল আদি বাদ্যৰ অৱতাৰণা কৰা হয়। শঙ্কৰদেৱে কপিলী নদীৰ পাৰৰ কুমাৰ এজনক মতাই আনি নমুনা দেখুৱাই কিছুমান মাটিৰ খোল গঢ়ালে। তাৰ পিছত শালমৰা গাঁৱৰ মুচিয়াৰৰ হতুৱাই খোল ছোৱাই তাত লোৰ গুড়ি আৰু কৰ্কৰা ভাতৰ কৰাল দি কেনেকৈ ঘুণ দি মাত উলিয়াব লাগে তাকও তেওঁ দেখুৱাই দিলে। এনেদৰেই অসমত খোলৰ সৃষ্টি হ'ল। ইয়াৰ আগতে অসমত মৃদঙ্গ হে প্ৰচলিত আছিল। আনকি শঙ্কৰদেৱে কঁহাৰৰ হতুৱাই মন্দিৰা, খুটি তাল, ভোৰতাল আদি অনেক বিধৰ তাল সজালে। এই ভাওনাৰ কাৰণে লিখা নাটখনিয়েই শঙ্কৰদেৱ ৰচিত প্ৰথম নাট। ভাওনাৰ দৃশ্যপটত বৈকুণ্ঠৰ দৃশ্যও শঙ্কৰদেৱে নিজেই আঁকিলে। ভাওনাত শঙ্কৰদেৱে ৰাগ তুলিলে, নাট-ধেমালি, বৰ-ধেমালি বজালে আৰু নটা খোল লৈ একেলগে বজালে। তদুপৰি সূত্ৰধাৰ হৈ শঙ্কৰদেৱে নৃত্য, গীত আৰু বচনেৰে দৰ্শকৰ মন মুগ্ধ কৰিলে। চিহ্নযাত্ৰাৰ প্ৰদৰ্শন শেষ হোৱাৰ পিছত শঙ্কৰদেৱৰ শিক্ষক মহেন্দ্ৰ কন্দলিকে আদি কৰি সকলো শ্ৰেষ্ঠ পণ্ডিতে শঙ্কৰদেৱক গুৰু বুলি মানি শৰণ দিবলৈ কৰা অনুৰোধৰ পৰা শঙ্কৰদেৱৰ প্ৰথম প্ৰচেষ্টাতে ফুটি ওলোৱা তেওঁৰ প্ৰতিভাৰ এটা স্পষ্ট আভাস পোৱা যায়।

শঙ্কৰদেৱৰ ভতিজা ছোৱালী কমলাপ্ৰিয়া চিলাৰায়ৰ এশ পত্নীৰ মুখ্য পটেশ্বৰী আছিল। চিলাৰায় এদিন মৃগয়ালৈ যাওঁতে সকলো ৰাণীয়ে কমলাপ্ৰিয়াক গীত গাবলৈ অনুৰোধ কৰাত তেওঁ শঙ্কৰদেৱ ৰচিত তলত ভাবাৰ্থৰ লৈতে উদ্ধৃত কৰা বৰগীতটো গায়। এই গীতটো শুনি চিলাৰায় দেৱানে শঙ্কৰদেৱক

মহিমা বুজে আৰু বিলম্ব নকৰি শঙ্কৰদেৱৰ ওচৰত শৰণ লয়। তাৰ পিছৰ পৰাই শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰত চিলাৰায়ে বিশেষ সহায় কৰে।

পামৰু মন, ৰাম চৰণে চিত্ত দেহু। অথিৰ জীৱন
ৰাম মাধৱকেৰি নাম, মৰণক সম্বল লেহু ॥
ৰয়নী দিৱসে দূৰ আৱি যাৱত
আৱত অন্তক গৰজি।
কথি তনু পাত মিলত মতি জানি
ৰাম ভজহু সৱ বৰজি ॥
আশা পাশ পৰশি মানস পশু
পৰলি বন্দী বেৰি বেৰি।
ভৱ কাৰাগাৰ তাৰক নাহি আৰ
বিনে ভকতি ৰতি ভেৰি ॥
অৱনিশি সেৱহু ৰাম পৰম পহু
ৰহু হৃদি পঙ্কজ মোৰা।
কৃষ্ণ কিঙ্কৰ ভণ ৰাম পৰম ধন
মৰণহি সঙ্গ নাছোৰা ॥

ভাবাৰ্থঃ হে পাপী মন, ৰামৰ চৰণত চিত্ত দিয়া। অথিৰ জীৱনত ৰাম নামকে মৰণৰ সম্বল কৰি লোৱা। দিনে ৰাতি আয়ুস টুটিব ধৰিছে আৰু মৰণে গৰজি আহিছে। (কেতিয়া) ক'ত দেহাৰ অৱসান ঘটে (ঠিক নাই বুলি) জানি সকলোকে এৰি ৰামকেই ভজনা কৰা। আশাৰ জালত মন-পশু বাৰে বাৰে বন্দী হয়। ভকতিৰ বিনা ভৱ কাৰাগাৰৰ পৰা তাৰণ কৰোঁতা আন একো নাই। আমাৰ হৃদয়ৰ পঙ্কজ স্বৰূপ ৰাম পৰম প্ৰভুকেই দিনে ৰাতি সেৱা কৰা। কৃষ্ণৰ দাসে (শঙ্কৰদেৱ) কয় মৰণতো ৰাম পৰম ধনৰ সঙ্গ নেৰিবা।

গীতেৰেই শঙ্কৰদেৱে মহাৰাজ নৰনাৰায়ণৰ অন্তৰ জয় কৰিছিল। শঙ্কৰদেৱৰ আৰু নৰনাৰায়ণৰ প্ৰথম সাক্ষাৎ অপ্ৰীতিকৰ পৰিবেশত হৈছিল। কোনো কোনো ব্ৰাহ্মণে শঙ্কৰদেৱৰ বিপক্ষে অনা কিছুমান অভিযোগৰ সত্যাসত্যতা নিৰূপণ কৰিবলৈ নৰনাৰায়ণে শঙ্কৰদেৱক ধৰি আনিবৰ কাৰণে দূত পঠাইছিল। এই কথা জানিব পাৰি আৰু গুৰুজনা যিছাতে লাঞ্ছিত হোৱাৰ ভয় কৰি চিলাৰায়ে শঙ্কৰদেৱক আঁতৰাই নি নিজৰ ওচৰত ৰাখিলেগৈ। তেতিয়া নৰনাৰায়ণে চিলাৰায়ক জনালে যে তেওঁ শঙ্কৰদেৱ কেনে লোক তাকহে লগ ধৰি জানিবলৈ বিচাৰিছে, গতিকে চিলাৰায়ে যেন শঙ্কৰদেৱক তেওঁৰ ওচৰলৈ পঠিয়াই দিয়ে। তথাপি আগেয়ে নৰনাৰায়ণে গুৰুজনৰ প্ৰতি প্ৰদৰ্শোৱা মনোভাৱৰ কাৰণে শঙ্কা কৰি চিলাৰায়ে ককায়েক নৰনাৰায়ণক জনালে যে তেওঁ যেন নিজৰ স্নেহৰ পাত্ৰ এজনক চিলাৰায়ৰ ওচৰলৈ পঠিয়ায় যাতে সেই লোকজনক ৰাখি চিলাৰায়ে শঙ্কৰদেৱক নৰনাৰায়ণৰ ওচৰলৈ পঠিয়াব পাৰে আৰু নৰনাৰায়ণে শঙ্কৰদেৱক কোনো প্ৰকাৰ দুখ দিলে চিলাৰায়ে ককায়েকৰ স্নেহৰ পাত্ৰজনক কটাব। চিলাৰায়ৰ প্ৰস্তাৱত সন্মত হৈ নৰনাৰায়ণে নিজৰ স্নেহৰ পাত্ৰ এজনক চিলাৰায়ৰ ওচৰলৈ পঠিয়ালে আৰু চিলাৰায়েও সকলো সতৰ্কতা লৈ শঙ্কৰদেৱক নৰনাৰায়ণৰ ওচৰলৈ পঠিয়ালে। ৰাজসভাত প্ৰৱেশ কৰি সাত খলপা ভেটিৰ ওপৰত অৱস্থিত ৰাজসিংহাসনত বহি থকা নৰনাৰায়ণৰ ওচৰলৈ শঙ্কৰদেৱে লাহে লাহে তলত দিয়া স্বৰচিত গীতটো গাই গাই আগুৱালে। সেই গীতটো শেষ কৰি তেওঁ নৰনাৰায়ণক প্ৰশংসা কৰি এটা ভটিমা গাই নৰনাৰায়ণৰ কাষ চাপি তেওঁক আশীৰ্ব্বাদ কৰিলে। ইয়াৰ পিছৰ পৰা নৰনাৰায়ণেও শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰ কাৰ্যাত সহায় কৰিবলৈ ধৰে আৰু নিজেও শঙ্কৰদেৱৰ শৰণ প্ৰাৰ্থী হয়।

## মধু দানৱ দাৰণ

[ শঙ্কৰদেৱে এই স্তোত্রটো তোটক ছন্দত লিখিছে। তোটক ছন্দত বাৰটা স্বৰ থাকে আৰু এই বিলাক ক্রমে দুটা চুটি এটা দীর্ঘ ( ᵕᵕ— ) এনেভাৱে গঠন কৰা হয়। সংস্কৃত ভাষা, শঙ্কৰী সাহিত্য আৰু ভাৰতীয় দর্শনৰ খ্যাতনামা পণ্ডিত অধ্যাপক ৰজনীকান্ত দেৱশর্ম্মাৰ মতে শঙ্কৰদেৱৰ এই গীতটোৰ প্রকাশিত পাঠবিলাকত ছন্দ আৰু ব্যাকৰণৰ ভুল আছে। এইবিলাক ভুল যে শঙ্কৰদেৱে কৰিছিল সেইটো বিশ্বাস কৰা টান। হয়তো ইজনে সিজনৰ পৰা লিখোঁতে লিখোঁতে এই ভুলবিলাক সোমাই পৰে। এই গীতটোৰ অসমীয়া ভাঙনি মই কেতিযাও দেখা নাই। শঙ্কৰদেৱে নিজে কৰা বুলি বিদিত অসমীয়া ভাঙনি এটা অধ্যাপক দেৱশর্ম্মাই দেখিবলৈ পাইছিল। কিন্তু তেখেতৰ মতে এই ভাঙনিটোত ইমান ভুল আছে যে সি কেতিয়াও শঙ্কৰদেৱে কৰা হ’ব নোৱাৰে। এই লেখকৰ খাটনিত অধ্যাপক ৰজনীকান্ত দেৱশর্ম্মা ডাঙৰীয়াই তেখেতৰ বহুমূলীয়া সময়ৰ অন্যান্য ব্যস্ততা এৰি এই তোটকটোৰ এটা শুদ্ধ পাঠ আৰু অসমীয়া ভাঙনি লিখি দিয়ে। এইখিনিতে আমি তেখেতৰ পাণ্ডিত্যৰ শলাগ লোৱাৰ উপৰিও জগতগুৰু শঙ্কৰদেৱৰ এই প্রখ্যাত গীতটো অসমীয়া ৰাইজৰ বোধগম্য ৰূপ দিয়াৰ কাৰণে আমাৰ কৃতজ্ঞতা প্রকাশ কৰিলোঁ ]।

মধুদানৱদাৰণদেৱবৰং বৰবাৰিজলোচনচক্রধৰম্।
ধৰণীধৰধাৰণধ্যেয়পৰং পৰমার্থবিদ্যাশুভনাশকৰম্॥ ১

**ভাবার্থঃ** মধুদানৱবিনাশকাৰী, শ্রেষ্ঠ দেৱতা, সুন্দৰ পদুমৰ দৰে নয়নবিশিষ্ট, সুদর্শন চক্রধাৰী, গিৰিধাৰী, ধ্যানৰ শ্রেষ্ঠ পাত্র, পৰমার্থ বিদ্যাৰ অশুভ নাশক ( শ্রীহৰিক নমস্কাৰ )॥ ১ ॥

কৰচূর্ণিতচেদিপভূৰিভগং ভগভূষণকার্চিতপাযুগম্।
যুগনায়কনাগৰবেশৰুচিং ৰুচিৰাংশুপিধানশৰীৰশুচিম্॥ ২

**ভাবার্থঃ** যি হাতেৰে চেদিপতি শিশুপালক মৰিমূৰ কৰিছে, যাৰ অতুল ঐশ্বর্য্য, চন্দ্রশেখৰ শিৱই যাৰ পাদযুগল বন্দনা কৰে,

যি যুগনায়ক, চৌখিন সাজ পাৰত যাৰ ৰুচি, যি মনোৰম কাপোৰ পৰিধান কৰে, যাৰ দেহ পৱিত্ৰ ( সেই শ্ৰীহৰিক নমস্কাৰ ) ॥ ২ ॥

শুচিচামৰবায়ুনিসেবাতনুং তনুমধ্যগদেহসুবেশহনুম্ ।
হনুমন্তহৰীশসহায়ৰতং ৰতৰঙ্গপৰায়ণশক্ৰনতম্ ॥ ৩

ভাবাৰ্থঃ যাৰ দেহত পৱিত্ৰ বতাহৰ বা লাগে, যাৰ কঁকাল সৰু, যাৰ গালৰ হাড় সুগঢ়ী, বানৰ শ্ৰেষ্ঠ হনুমান যাৰ সহায়, যি কেলি-প্ৰিয়, শক্ৰ যাৰ ওচৰত বশীভূত ( সেই শ্ৰীহৰিক নমস্কাৰ ) ॥ ৩ ॥

নতবৰ্ত্তুলপীন[১]সুদীৰ্ঘভুজং ভুজগাধিপতল্পশয়ানসজম্ ।
অজৰামৰবিগ্ৰহবিশ্বগুৰুং গুৰুগোধনকামদকল্পতৰুম্ ॥ ৪

ভাবাৰ্থঃ অৱনত, গোল, পুষ্ট, সুদাৰ্ঘ বাহুযুক্ত, নাগৰাজ অনন্তৰ ফণাত শয়নকাৰী, জন্মৰহিত মৃত্যুহীন ৰূপধাৰী, বিশ্বৰ গুৰু, গোধনপ্ৰিয়, কল্পবৃক্ষৰদৰে কামনা পূৰ্ণকাৰী (শ্ৰীহৰিক নমস্কাৰ) ॥ ৪ ॥

তৰুণীগণ[২]মোহনসৰ্বশুভং শুভমঙ্গলদায়কনীলনিভম্ ।
ইভকুম্ভজমৌক্তিকমাল্যবহং বহলোৰসমিষ্টদসৰ্ব্বসহম্ ॥ ৫ ॥

ভাবাৰ্থঃ যুৱতীসকলৰ মন মোহা, সকলো শুভ গুণবিশিষ্ট, ( জীৱৰ ) কল্যাণ আৰু মঙ্গলকাৰী, নীলকান্তিমান, গজ মুকুতাৰ মালা পিন্ধা, বিশাল বুকুৰ অভীষ্ট দাতা, সকলোৰে অৱলম্বন স্বৰূপ ( শ্ৰীহৰিক নমস্কাৰ ) ॥ ৫ ॥

---

টোকা (১) আন পাঠত 'স্থূল' বুলি আছে। ছন্দ নিমিলে কাৰণে 'স্থূল' গ্ৰহণীয় নহয়। কোনোৱে 'নীল' ব্যৱহাৰ কৰিছে। পাঁচ নম্বৰত নীল শৰীৰৰ বুলি কৈছে যেতিয়া নীল বাহু বুলি ইয়াত কোৱাটো সন্দেহজনক। 'পীন' দিলে ছন্দ মিলে আৰু অৰ্থও মিলে কাৰণ, 'পীন' মানেও স্থূল।

(২) আন পাঠত 'মন' বুলি আছে, 'মন' দিলে ব্যাকৰণ মতে অশুদ্ধ।

সহজায়তপদ্মদলাক্ষচিদং চিদনন্ত[৩]বিনোদনবেদবিদম্।
বিবুধাত্মনসিস্থিত কম্বুগলং গলশোভিতকৌস্তুভভীমবলম্॥ ৬

ভাবাৰ্থঃ স্বাভাৱিকতে পদুমৰ পাহিৰ দৰে যাৰ চকু, যি জ্ঞানস্বৰূপ সৎ চিদানন্দ ৰূপ, বেদজ্ঞ, যি বিদ্বানৰ মনত বিৰাজ কৰে, শঙ্খৰ দৰে যাৰ ডিঙি, কণ্ঠত যাৰ কৌস্তুভ মণি শোভা কৰে, যি অতিশয় বলী ( সেই শ্ৰীহৰিক নমস্কাৰ ) ॥ ৬ ॥

বলভদ্ৰসহোদৰসত্যবপুং বপুনিৰ্জিতবিশ্বসুৰাৰিৰিপুম্।
ৰিপুযূথপযূথপদৰ্পহৰং হৰমৌলিনিবৃষ্টপদাব্জপৰম্॥ ৭

ভাবাৰ্থঃ বলভদ্ৰ যাৰ সহোদৰ, সত্যৰ যি মূৰ্ত্তিমান বিগ্ৰহ, নিজৰ দেহেৰে গোটেই বিশ্বক জয় কৰে, দৈত্যৰ শত্ৰু, শত্ৰুৰ দলপতিৰও দলপতিৰ দৰ্প হৰণকাৰী, মহাদেৱৰ শিৰে যাৰ পাদপদ্ম স্পৰ্শ কৰে সেই পৰম পুৰুষ ( শ্ৰীহৰিক নমস্কাৰ ) ॥ ৭ ॥

পৰলোকসহায়সহস্ৰমুখং মুখৰালিকুলাকুলমাল্যসুখম্।
মুখমোক্ষদ ক্ষৰমাৰমণং মনসোঽপৰিমেয়সহস্ৰফলম্॥ ৮

ভাবাৰ্থঃ যি পৰলোকত সহায়, সহস্ৰ মুখবিশিষ্ট, যি মালা পিন্ধি সুখ অনুভৱ কৰে ( যি মালাৰ ওপৰত ভোমোৰাই গুণগুণাই ফুৰে ), যি হেলাৰঙে মোক্ষ দান কৰিব পাৰে, যি দক্ষ আৰু লক্ষ্মী-প্ৰিয়, যি মনে বিচৰাতকৈও বহুগুণে অধিক ফল দিয়ে ( সেই শ্ৰীহৰিক নমস্কাৰ ) ॥ ৮ ॥

প্ৰণ[৪]তোঽস্মি নতোঽস্মি নতোঽস্মি হৰিংহৰিবৈৰীহুতাশ-
নভোগ্যহৰিম্।
হৰিকিঙ্কৰশঙ্কৰ ঈশপদে পদমিচ্ছতি[৫] গায়তিচামৃতদে॥ ৯

---

(৩) আন পাঠত 'চিদানন্দ' বুলি আছে—'চিদানন্দ' দিলে ব্যাকৰণৰ পিনৰ পৰা অশুদ্ধ।

(৪) দুই এঠাইত 'ফণতোঽস্মি' বুলি আছে। 'ফণতোঽস্মি' দিলে অৰ্থ কৰা টান।

(৫) কোনো কোনো ঠাইত 'পদমিচ্ছন্' আছে, 'পদমিচ্ছন' দিলে ছন্দ নিমিলে।

**ভাবাৰ্থঃ** গৰুড় উপাস্য, যি ভগৱান তেওঁক মই প্ৰণাম জনাইছোঁ, প্ৰণাম জনাইছোঁ, প্ৰণাম জনাইছোঁ, হৰিৰ কিঙ্কৰ শঙ্কৰে অমৰত্বদানকাৰী ভগৱানৰ পদ বাঞ্চা কৰি এই স্তোত্ৰ গাইছে ॥ ৯ ॥

শঙ্কৰদেৱৰ প্ৰিয় ভক্ত নাৰায়ণ ঠাকুৰৰ ( এওঁ ঠাকুৰ আতা বুলিও জনাজাত ) প্ৰকৃত নাম ভৱানন্দ। আগতে ভৱানন্দই বেহা বেপাৰত বেছ কৃতকাৰ্য্যতা অৰ্জ্জন কৰিছিল আৰু তেওঁক দিঙ্গা নামে নগৰৰ ৰজাই বৰ সদাগৰ পাতিছিল। ভৱানন্দই শঙ্কৰদেৱে প্ৰচাৰ কৰা নাম-ধৰ্ম্মৰ বিষয়ে শুনি তেওঁক লগ ধৰিবলৈ আশা কৰিছিল। নাৱেৰে আহি থাকোঁতে তেওঁ খোৱানদীৰ পাৰত খাগৰি কাটি থকা দুজন ভকতৰ মুখত শঙ্কৰদেৱে ৰচা বৰগীত এটা শুনি তেওঁলোকৰ নিৰ্দ্দেশমতে গুৰুজনাৰ ওচৰত থিয় হ'লগৈ। ঠিক এনে সময়তে শঙ্কৰদেৱে মুখত নাৰায়ণৰ নামটো ওলোৱা কাৰণে তেওঁ ভৱানন্দক নাৰাযণ নাম দিলে। খাগৰিকটা ভকতৰ মুখত ভৱানন্দই কোনটো বৰগীত শুনিছিল তাৰ বিষয়ে ভিন ভিন মত। লক্ষ্মীনাথ বেজবৰুৱাৰমতে তেওঁলোকে তলৰ গীতটো গাইছিল। সি যিয়েই নহওক এইটো সত্য যে সেই গীতটোৱে ভৱানন্দৰ মনত বিশেষ ভক্তি ওপজাইছিল।

নাৰায়ণ কাহে ভকতি কৰো তেৰা।

মেৰি পামৰু মন মাধৱ ঘনে ঘন
ঘাটুক পাপ নাছোৰা ॥
যত জীৱ জঙ্গম কীট পটঙ্গম
অগ নগ জগ তেৰি কায়া।
সবকহু মাৰি পূৰত ওহি উদৰ
নাহি কৰত ভূত দায়া ॥
ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
যৈচন গগন বিয়াপি।
নিন্দা, বাদ, পৈশুন্য, হিংসা
হৰি তেৰি কৰোঁহো হামু পাপী ॥

কাকু শঙ্কৰে কয় কৰ কৰুণানাথ
যো নাছাবোঁহো ৰাম বাণী।
সৱ অপৰাধক বাধক তুৱা নাম
তাহে শৰণ লেহু জানি ॥

**ভাবাৰ্থঃ** হে নাৰায়ণ, মই কেনেকৈ তোমাক ভকতি কৰোঁ। মোৰ পাপী মন সদায় সৰ্ব্বনাশকাৰী, সি কেতিয়াও পাপ নেৰে। জীৱ-জন্তু, কীট-পতঙ্গ, উদ্ভিদ, পৰ্ব্বতৰ এই জগতখন তোমাৰেই কায়া। সকলোকে মাৰি তুমি উদৰ ভৰোৱা, কোনো প্ৰাণীক তুমি দয়া নকৰা। সৃষ্টিকৰ্তা ৰূপে তুমিয়েই সকলো ঘটাই যেন গগন বিয়াপি আছা। নিন্দা, অসত্য আলোচনা খল স্বভাৱ, হিংসা আদিৰে তুমি আমাক পাপী কৰা। হে কৰুণানাথ, শঙ্কৰৰ এয়েই কাকুতি যেন কেতিয়াও ৰাম নাম নেৰোঁ। তেওঁৰ নামে সকলো অপৰাধ খণ্ডিব বুলি জানি তেওঁৰ শৰণ লোৱা।

শঙ্কৰদেৱৰ কণ্ঠত গীতাৰ শ্লোক শুনিয়েই মাধৱদেৱে শঙ্কৰদেৱক গুৰু মানি সেৱা কৰিছিল। গীতিকাৰ শঙ্কৰদেৱে ১১৯ বছৰ বয়সত বৈকুণ্ঠ প্ৰয়াণ হোৱাৰ আগ মুহূৰ্ত্ততো তিনিটা বৰগীত গাইহে ইহলীলা সম্বৰণ কৰিছিল।

মাধৱদেৱ

গায়ক গীতিকাৰ মাধৱদেৱৰ বিষয়ে ডঃ কাকতিয়ে লিখিছে, "মাধৱদেৱ এফালে যেনে মৰ্মস্পৰ্শী কবি আন ফালে তেনে মনোমুগ্ধকাৰী সুগায়ক আছিল। এখন পুৰণি পুথিত মাধৱদেৱৰ গীত নৈপুণ্যক লক্ষ্য কৰি কোৱা আছে যে তেওঁ আগৰ জন্মত গন্ধৰ্ব আছিল। আৰু পুৰণি কালত এনে এটি সময় আহিছিল যে ভণিতাত মাধৱদেৱৰ নাম নাথাকিলে কোনো গীতেই ভক্ত সমাজত গৃহীত নহৈছিল। সেইকাৰণে দেখা যায় বাতিখোৱা আদি সম্প্ৰদায়ৰ ভক্তসকলৰ মুখে মুখে বাগৰি ফুৰা দেহবিচাৰৰ গীতবোৰৰ ভণিতাতো মাধৱদেৱৰ নাম আছে। আজিকালিও গাঁৱলীয়া মানুহবোৰে গীত ৰচনা কৰি কেতিয়াবা কেতিয়াবা 'কহয় মাধৱ দাসে' বুলি ভণিতা পেলায়।" [ কাকতি, পুৰণি অসমীয়া সাহিত্য, পৃঃ ৭৫ ]

গুৰুচৰিতৰ মতে শঙ্কৰদেৱে ২৪০ টা বৰগীত ৰচনা কৰিছিল। এবাৰ সেইবিলাক বৰপেটাৰ কমলা গায়নে আওৰাবলৈ নিয়ে। দুৰ্ভাগ্যবশতঃ কমলা গায়নৰ ঘৰ পোৰাত সেই বৰগীতবিলাকও অগ্নিৰ বুকুত জাহ গ'ল। বেজাৰত শঙ্কৰদেৱে গীত ৰচনা কৰিবলৈ এৰিলে আৰু মাধৱদেৱক গীত কৰিবলৈ ক'লে। গুৰুবাক্য মানি মাধৱদেৱে বহু বৰগীত ৰচনা কৰে। তেওঁ ৰচা নাটকত থকা ভক্তি ভাব ঘনীভূত কৰিবলৈকো মাধৱদেৱে নাটকত গীতৰ সমাবেশ কৰিবলৈ ধৰে। তাতে মাধৱদেৱে নিজে ভাও লৈ সেইবিলাক গীতেৰে দৰ্শকৰ মন জয় কৰিব পাৰিছিল। এবাৰ মালাচা নামে ঠাইত 'নৃসিংহযাত্ৰা' ভাওনা কৰোঁতে মাধৱদেৱৰ নৃসিংহৰ ভাও দেখি ভয়তে বহুলোকে পলাব খুজিছিল : নাৰায়ণ ঠাকুৰে আশ্বাস দিহে তেওঁলোকক ৰাখিব পাৰিছিল। তাৰ পিছত প্ৰহ্লাদৰ স্তুতি শুনি নৰসিংহই সংহাৰ মূৰ্তি এৰি বাৎসল্য ভাব প্ৰকাশ কৰিলত দৰ্শকসকলও ভক্তিত গদগদ হ'ল।

লক্ষ্মীনাথ বেজবৰুৱাই মাধৱদেৱে ঘোষা গাই ৰৰবিলৰ পৰা 'দৈত্য' খেদা ঘটনা এটা উল্লেখ কৰিছে। অৱশ্যে এই দৈত্যবিলাকনো প্ৰকৃততে কি

আছিল তাক বুজা নাযায়। ঘটনাটোৰ পৰা এইটো প্ৰতীয়মান হয় যে অনুন্নত কোনো সম্প্ৰদায়ৰ লোককে তেওঁলোকে দৈত্য আখ্যা দিছে। যাহওক, তেওঁলোকক খেদাৰ প্ৰধান অস্ত্ৰ মাধৱদেৱৰ ঘোষাই আছিল বুলি বিশ্বাস হয়। বৰবিলত দৈত্য থকা শুনি সিইঁতক তাৰ পৰা খেদাব লাগিব বুলি মাধৱদেৱে তলত দিয়া ঘোষাটো আৰম্ভ কৰিলে আৰু তাক ভকত-সকলেও উচ্চৈস্বৰে গাবলৈ ধৰিলে। সেই গীতৰ ধ্বনি শুনি 'দৈত্য' সকল পলাল। [ বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পৃঃ ২১২ ]

হৰি-কীৰ্ত্তনৰ ধ্বনি লাগি পলাই পাপ দশো দিশ ভাগি
হেৰ পাইলে বুলি ভয়ত ভিৰি লৱৰে।
এক ব্ৰহ্মাণ্ড নাপাই ঠাই, আউৰ ব্ৰহ্মাণ্ডক পলাই যায়,
নামে খেঁদি নেন্ত ব্ৰহ্মাণ্ডোপৰি বাগৰে॥

ৰামচৰণ ঠাকুৰেও মাধৱদেৱৰ গোৱা গীতৰ বিষয়ে মন্তব্য কৰিছে, "অমৃতৰ সুৰ যেন মাধৱৰ বাণী' [ ৰামচৰণ ঠাকুৰ, 'গুৰু চৰিত', পৃঃ ৭০৩ ]। বিশেষ প্ৰসঙ্গত বা বিশেষ উপলক্ষৰ কাৰণে মাধৱদেৱে গীত ৰচি গোৱা বহু দৃষ্টান্ত শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীয়ে তেখেতৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত' ত উল্লেখ কৰিছে। উদাহৰণস্বৰূপে, মাধৱদেৱে গীত গাই বৰপেটাৰ কীৰ্ত্তন ঘৰৰ বাবে মাটি গোটোৱা মনোমোহা কাহিনীটো ইয়াত উদ্ধৃত কৰিলোঁ। "মাধৱদেৱে সুন্দৰীদিয়াৰ পৰা বৰপেটালৈ অহাৰ পিছত তাত এটা ডাঙৰ কীৰ্ত্তন ঘৰ কৰিবলৈ মন গ'ল। মথুৰা দাস বুঢ়া আতাক মাটিৰ কথা কোৱাত তেওঁৰ পেহা,—নাম লাৰুৱা বুঢ়াৰ ডাঙৰ বাৰী এখন থকা বুলি ক'লে। মাধৱদেৱে বুঢ়াক মাতি আনি সেই বাৰীখন কীৰ্ত্তন ঘৰ বান্ধিবৰ কাৰণে খুজিলে। বুঢ়াই ক'লে যে বাৰীখনৰ খৰি-কাঠ বেচি বুঢ়া আৰু বুঢ়ীয়ে পেট প্ৰৱৰ্তন কৰি আছে। মাধৱদেৱে ক'লে যে নাম-কীৰ্ত্তনতে তেওঁলোকৰ পেট প্ৰৱৰ্তন হ'ব। বুঢ়াই অপত্তি কৰাত এই গীতটো গোৱাৰ পিছত বাৰীখন দিলে। তাতেই বৰপেটাৰ প্ৰসিদ্ধ কীৰ্ত্তন ঘৰ স্থাপিত হয়।" উল্লেখিত গীতটো তলত দিলোঁ।

বুঢ়া ভাই হৰিৰ গুণ গাই নাচা। কোন দিনা ঢলি
শৰীৰ পৰয়, আৰ কি বাট চাই আছা ॥

আয়ু দিলা ভাঠি হাতে লৈলা লাঠি
হাঠিতে নচলে পাৱ।
ভাঙ্গিল মাগুলী আগ গৈলা ঢলি
ধনু ফাগু ভৈলা গাৱ ॥

ছাল সোটা সোট হাঁড় গোটা গোট
কোটৰে লুকাইলে আঁখি।
তেজ-বল-মাংস গাৱতে লুকাইল
দেখিয়া নপাৱা সাথী ॥

শুকাই গৈল আন্ত মুখে নাসে মাত
দান্তৰো নাহি অৱস্থা।
কাষ ঢুলাঢুল সবি গৈল চুল
নৰবৰ কৰে মাথা ॥

বীভৎস শৰীৰ আখি ঝুৰে নীৰ
তিনি থানে ভৈল বাগ।
কহয় মাধৱ সৱেও মৰিব
তথাপি বুঢ়াসে আগ ॥

---

টোকা : মাগুলী—ৰাজহাঁড়
আখি ঝুৰে নীৰ—চকুৰ পৰা পানী বৈ থাকে
তিনি থানে ভৈল বাগ—বাগ মানে দিশ। বীভৎস শৰীৰে তিনি দিশ লোৱা বুলি কৈছে এতেকে তিনি মুৰীয়া হোৱাকে বুজাইছে। বুঢ়াকালত মানুহৰ কঁকালটো কুজা হয় আৰু বহিলে মুৰটো আঁঠু দুটাৰ মাজত সোমায়, তেনে অৱস্থা পোৱা লোকক তিনি মুৰীয়া হোৱা বোলে।

গায়ক গীতিকাৰ হিচাপে শঙ্কৰদেৱৰ আৰু মাধৱদেৱৰ প্ৰতিভাৰ এটা ভাল আভাস অসমীয়া সংস্কৃতিলৈ তেওঁলোকৰ বিশেষ অৱদান বৰগীতবিলাকৰ পৰা পাব পাৰি। অৱশ্যে, তেওঁলোকে বৰগীতৰ উপৰিও আন বহু ধৰণৰ গীত লিখি থৈ গৈছে। এইবিলাকৰ বেছি ভাগেই নাট বা আন ৰচনাৰ অন্তৰ্ভুক্ত। বৰগীতবিলাক তেওঁলোকৰ অতি প্ৰিয় আছিল। সেইবিলাকত যে তেওঁলোকে হিয়া উবুৰিয়াই নিজৰ প্ৰাণৰ কথা কৈ গৈছে তাত সন্দেহ নাই। এনে অনুমান হয় যে বৰগীতবিলাকৰ যোগেদিয়েই তেওঁলোকে জীৱনৰ লক্ষ্য সাধন কৰিবলৈ চেষ্টা কৰিছিল। বৰগীতবিলাক শুনি তেওঁলোকৰ প্ৰতি আকৰ্ষিত হোৱা হেজাৰ শ্ৰোতাই গুৰু দুজনাৰ জীৱনত হয়তো উৎপ্ৰেৰণা যোগাইছিল।

চলিত নাম-কীৰ্ত্তনৰ প্ৰথাৰ পৰা এইটো প্ৰতীয়মান হয় যে অসমীয়া সমাজত ভক্তি-ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ গুৰু দুজনাৰ অতি প্ৰিয় আহিলা আছিল বৰগীত-বিলাক। নাম-কীৰ্ত্তন তেওঁলোকে সততে এটা বৰগীতেৰে আৰম্ভ কৰিছিল। তেওঁলোকৰ সুললিত কণ্ঠৰ পৰা নিগৰি পৰা এই মনোমোহা গীতবোৰে তেওঁলোকৰ শ্ৰোতাৰ মন চহাইছিল। তাৰ পিছত নাম-কীৰ্ত্তন আদিৰে তেওঁলোকে তাত ভকতিৰ কঠীয়া সিঁচিছিল। ডঃ কাকতিদেৱে কোৱামতে, "...বৰগীতবোৰৰ ইমান বিস্তৃতি ঘটিছিল যে মৰুভূমিত উটে পানীৰ গোন্ধ লৈ জলাশয় বিচৰাৰ দৰে তৃষিত মানৱ সকলেও বৰগীতৰ ধ্বনি-প্ৰতিধ্বনিক লক্ষ্য কৰি গুৰু দুজনাৰ ওচৰত উপস্থিত হৈছিল।"

[ কাকতি, 'পুৰণি অসমীয়া সাহিত্য, পৃঃ ৭৫ দ্ৰষ্টব্য ]

দুৰ্ভাগ্যবশতঃ, শঙ্কৰদেৱে ৰচনা কৰা বহুতো বৰগীত তেওঁ জীয়াই থকা কালতে হেৰাই গ'ল। তেওঁৰ আৰু মাধৱদেৱৰ বৰগীতবিলাক কোনটো কেতিয়া ৰচিত হৈছিল তাকও ভালদৰে জনা নাযায়। এই গীতবিলাক ৰচনাৰ সময় আৰু উপলক্ষৰ কথা জনা হ'লে বৰগীতবিলাকত প্ৰকাশ পোৱা তেওঁলোকৰ অভিব্যক্তি আৰু তেওঁলোকৰ জীৱন অভিজ্ঞতাৰ লগত সেইবিলাকৰ সম্পৰ্ক ফহিয়াই চাব পৰা গ'লহেঁতেন।

এইখিনিতে উল্লেখযোগ্য যে মাধৱদেৱে বৈবাহিক জীৱন আৰম্ভ কৰিবলৈ আগ বাঢ়িও তাৰ পৰা বিমুখ হ'ল। এজনী ছোৱালীক জোৰণ পিন্ধোৱাৰ

পিছত তেওঁ শঙ্কৰদেৱৰ সংস্পৰ্শলৈ আহে আৰু একান্তভাৱে ধৰ্মচৰ্চ্চাত মনোনিবেশ কৰিবলৈ ঠিক কৰে। কিছুদিনৰ পিছত চাৰি-পাঁচজন ভাৰী লগত লৈ তেওঁ কন্যাৰ ঘৰত উপস্থিত হ'লগৈ আৰু ছোৱালীক বিয়া কৰাই বণ্ডুকালৈ লৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। মাধৱদেৱৰ কথা শুনি দুয়োৰ বণ্ডুকালৈ ছোৱালীক ভটিয়াই নিব বুলি কন্যাৰ মাক-দেউতাকৰ শ্ৰুতি হেৰাল আৰু মাধৱদেৱলৈ ছোৱালী নিদি জোৰণত দিয়া বস্তু কেইটাকে ওভোতাই দিলে। সফল মনোৰথ হৈ তেওঁ শঙ্কৰদেৱৰ ওচৰলৈ উভতি আহিল। তাৰ পিছত মাধৱদেৱে বৈবাহিক জীৱনত সোমাবলৈ কোনো চেষ্টা নকৰিলে।

## শঙ্কৰদেৱৰ বৈৱাহিক জীৱন

আনহাতে শঙ্কৰদেৱ ঘোৰ সংসাৰী, তেওঁ দুবাৰ বিয়া কৰিছিল। শঙ্কৰদেৱে একৈছ বছৰ বয়সত চৈধ্য বছৰীয়া কন্যা সূৰ্য্যৱতীক বিয়া কৰায়। বিয়াৰ তিনি বছৰ পিছত তেওঁৰ প্ৰথমা কন্যা মনুৰ জন্ম হয়। মনুৰ জন্মৰ ন মাহ পিছত সূৰ্য্যৱতীয়ে ইহলীলা সম্বৰণ কৰে। ৰামচৰণ ঠাকুৰে সূৰ্য্যৱতীৰ শেষ সময়ৰ মৰ্ম্মস্পৰ্শী বৰ্ণনা দিছে। ঘোৰ জ্বৰত গা ধৰফৰ কৰি সূৰ্য্যৱতীয়ে জীয়েক মনুৰ কাৰণে ধাৰাদণ্ডে লোতক বোৱাই কান্দিবলৈ ধৰিলে।

ভাৰ্য্যাৰ কাৰুণ্য শুনিয়া শঙ্কৰে
আগবাঢ়ি চলি গৈলা।
দেখি সূৰ্য্যৱতী উঠিয়া সম্প্ৰতি
চৰণে পৰিয়া ৰৈলা ॥

আপুনাৰ চুলি মেলি লৈলা ধূলি
মাথাত বান্ধিলা পাৱ।
শুনিয়ো গোসাঁই দিয়োক বিদায়
ই জন্মক লাগি যাওঁ ॥

জন্মে জন্মে আমি আন নবাঞ্ছোহো
তুমি হোৱা প্ৰাণপতি।
কৰোহো কাতৰ তোমাৰ চৰণ
বিনে নাই আন গতি ॥

ইটো কন্যা খানি পালিবা আপুনি
তুমি এইৰ নিজ পিতা।
মোৰ যাই প্ৰাণ আইক নিদান
তাতে মনে কৰো চিন্তা ॥

শুনিয়ো গোসাঁনী বোলো মই বাণী
মনুক তুমি তুলিবা।
জ্ঞাতি বন্ধুগণে কৰিয়া আলচ
ভাল বৰ চাই দিবা ॥

শুনা পেসী শাশু যমপুৰে বাস
জানিবা আমাৰ ভৈল।
মোৰ যত দোষ ক্ষমা তোৰা সবে
যত অপৰাধ ভৈল ॥

[ গুৰু চৰিত, পৃঃ ৩৮১ ]

সূৰ্য্যৱতীৰ মৃত্যুয়ে শঙ্কৰদেৱৰ মনত গভীৰ ছাঁ পেলায়। তেওঁ অন্ত্যেষ্টি ক্ৰিয়া, দহা, শ্ৰাদ্ধ আদি সকলো কাম বিধিমতে কৰে আৰু পত্নীৰ আত্মাৰ সদগতি কামনা কৰি মুক্ত হস্তে দান-দক্ষিণা দিয়ে। পত্নীৰ বিয়োগৰ সাত বছৰ পিছত শঙ্কৰদেৱে পিতৃ-মাতৃৰ অস্থি গঙ্গাত পেলাবৰ মানসেৰে তীৰ্থযাত্ৰা আৰম্ভ কৰে। তীৰ্থলৈ যোৱাৰ আগতে তেওঁ নিজৰ দায়িত্ব অনুসৰি জীয়েক মনুৰ বিয়া পাতে আৰু জোঁৱায়েক হৰিক কয়—

একগুটী জীউ মোৰ পুত্ৰ আন নাই
তুমি যে আমাৰ পুত্ৰ থাকা মোৰ ঘৰে।

যতেক সৰ্ব্বস্ব আছে সবেয়ো তোমাৰে ॥
আমি যাইবো ক্ষেত্রে তুমি থাকা ভ্রাতৃ সমে।
[ গুৰু চৰিত, পৃঃ ৩৯৭ ]

তীৰ্থভ্ৰমণত শঙ্কৰদেৱে সুদীৰ্ঘ বাৰ বছৰ কাল কটায়। ঘূৰি আহি তেওঁ দ্বিতীয়া পত্নী কালিন্দী আইক বিবাহ কৰে। কোনো কোনোৱে এনে বুজাবলৈ চেষ্টা কৰে যে মিতিৰ-কুটুম জ্ঞাতি-বন্ধুসকলে জোৰ কৰাতহে শঙ্কৰদেৱে অনিচ্ছাসত্বেও দ্বিতীয়া পত্নী গ্ৰহণ কৰে। ডুকুৰিৰ ডেওনা পাৰ হোৱা শঙ্কৰদেৱৰ দৰে শাস্ত্ৰজ্ঞ আৰু দৃঢ় চৰিত্ৰৰ এজন লোকে নিজৰ ইচ্ছাৰ বিৰোধী কাম নকৰাটোহে আমি বিশ্বাস কৰা উচিত। সাংসাৰিক জীৱনত বিশ্বাস কৰা কাৰণেহে তেওঁ দ্বিতীয়বাৰ বিয়া কৰিছিল বুলি আমাৰ বিশ্বাস। তেওঁৰ প্ৰথম সন্তান জন্মা সময়ৰ অপূৰ্ব্ব আনন্দক ৰামচৰণ ঠাকুৰে গুৰুচৰিতত বৰ্ণনা কৰিছে। পুত্ৰ সন্তানৰ যোগেদিও তেওঁ বিশেষ আনন্দৰ সোৱাদ ল'বলৈ প্ৰয়াস কৰিছিল। এইবিষয়ে ৰামচৰণ ঠাকুৰে বৰ্ণনা কৰা এটি মনোৰম কাহিনী উল্লেখযোগ্য —

—গুৰু দুজনা ধুঁৱাহাটত থাকোঁতে সদায় আবেলি মাধৱদেৱ শঙ্কৰদেৱৰ ওচৰলৈ যায়। মাধৱদেৱক দেখিলেই শঙ্কৰদেৱৰ দ্বিতীয়া জীয়েক ৰুক্মিণীয়ে আথে-বেথে গৈ পিতাকক কয়, "মাধৱ বান্ধৱ আতা আসিছে ইঠাই। শীঘ্রে চলি যায়োক পিতা গৃহৰ বজাই॥" এদিন শঙ্কৰদেৱ শুই থাকোঁতেই মাধৱদেৱ আহি পোৱাত ৰুক্মিণীয়ে গৈ দেউতাকক উঠালে, "উঠা উঠা আতা আইল মাধৱ বান্ধৱ।" জীয়েকৰ কথা শুনি শঙ্কৰদেৱৰ হৃদয় আনন্দেৰে ভৰপূৰ হ'ল। "মোৰ আই বুলি" বাৰে বাৰে চুমা খাই সুধিলে, 'মাধৱ মোৰ বান্ধৱ বুলি তুমি কেনেকৈ জানিলা ?' আৰু জীয়েকক বুকুত সাৱটি লৈ 'মাধৱ বান্ধৱ মোৰ' বুলি চুমা খালে। [ গুৰু চৰিত, পৃঃ ৫১৩ ]—

সেইদৰে পুতেক ৰমানন্দ ডেকা হোৱাৰ পিছত এদিন ল'ৰা-ছোৱালী আৰু ঘৈণীয়েকৰ লগত ঘৰত মহা আনন্দেৰে হাঁহি-ধেমালি কৰি থাকোঁতে শঙ্কৰদেৱে ঘৈণীয়েকক ঠাট্টাৰ সুৰত ক'লে, "সুখে বসি আছাহা পুত্ৰৰ কন্যা নাই। বিবাহক লাগি আৰে যতন কৰিয়ো॥"
[ গুৰুচৰিত, পৃঃ ৬২৪ ]।

সাংসাৰিক জীৱনৰ এনেকুৱা নিৰ্ম্মল মুহূৰ্ত্তবোৰৰ কাৰণেই হয়তো শঙ্কৰদেৱে ডেকা দামোদৰদেৱৰ পত্নী বিয়োগ হোৱাৰ পিছত দামোদৰদেৱক উপদেশ দিছিল, "কৰিয়ো বিবাহ তুমি নিশ্চয়ে বুলিলো আমি মৰো কিছু হৈবোহো সহায়।" [ গুৰুচৰিত, পৃঃ ৬৪৪ ]।

সংসাৰৰ দুখ যন্ত্ৰণাৰ ভাগও শঙ্কৰদেৱে যথেষ্ট সহ্য কৰিব লগীয়া হৈছিল। তেওঁৰ জোঁৱায়েক হৰিক আহোম ৰজাৰ এজন হাতী ধৰা বৰাই নিষ্ঠুৰভাৱে কটালে। শঙ্কৰদেৱ ধুঁৱাহাট বেলগুৰিত থাকোঁতেই আহোম ৰজাই হাতী ধৰিবলৈ মানুহ লগালে আৰু ভুঞাঁসকলকও নিলে। কিন্তু শঙ্কৰদেৱৰ জোঁৱায়েক হৰি এশ লোকৰ অধিকাৰ আছিল যদিও তেওঁ হাতী ধৰিবলৈ নগ'ল। দুৰ্ভাগ্যবশতঃ হাতীবিলাক ভুঞাঁসকল থকাপিনেই ভাগি গ'লত ভুঞাঁসকলেও ঘৰাঘৰি পলাই গ'ল। এইকথা শুনি ৰজাই খঙতে ভুঞাঁসকলক ধৰি নিবলৈ হাতী ধৰা বৰা এজনক পঠিয়ালে। এই বাতৰি শুনি শঙ্কৰদেৱকে আদি কৰি ভুঞাঁসকলে ঘৰবাৰী এৰি নৱালৰিকৈ পলাল। কিন্তু কীৰ্ত্তন পুথিখন এৰি অহাৰ কাৰণে শঙ্কৰদেৱ আকৌ ঘৰলৈ গ'ল। তেওঁক ঘৰত দেখি ৰজাঘৰীয়া দুজন টেকেলাই দুৱাৰ ডেঁটি ধৰিলে। উপায়ন্তৰ হৈ শঙ্কৰদেৱে কীৰ্ত্তন পুথিখন দুইহাতে বুকুত বান্ধি ভিতৰৰ পৰা ওলাই সিইঁত দুজনক ঠেলা মাৰি মাটিত পেলাই বেগাই লৰ দিলে। টেকেলা দুজনেও পিছে পিছে খেদি গ'ল। তেওঁ হাতত পুথিখন লৈ ব্ৰাহ্মণক কিয় মাৰিব খুজিছ বুলি কোৱাত তেওঁক ব্ৰাহ্মণ বুলি ভাবি সিইঁত দুজন উলটি গ'ল। ইপিনে তেওঁ যোৱাত দেৰী হোৱা দেখি জোঁৱায়েক হৰি আৰু মাধৱদেৱে আগবাঢ়ি বিচাৰি গৈছিল। টেকেলা কেইজনে তেওঁলোকক বাটতে পাই ধৰি নিলে। বৰাই মাধৱদেৱৰ হাতত মালা কমণ্ডলু দেখি অকলশৰীয়া তপস্বী বুলি জানি এৰি দিলে আৰু হৰিক আগলৈ নি অতি খঙেৰে কোন তই বুলি সুধিলে। ভয়তে হৰিৰ মুখৰ মাত হেৰাল। হৰিৰ পৰা একো উত্তৰ নাপাই বৰাই হৰিক নি কাটিবলৈ হুকুম দিলে। ততালিকে হৰিক নদীৰ পাৰলৈ নি কটা হ'ল। মাধৱদেৱে মাথোঁ আঁৰৰ পৰা কাণ পাতি হৰিয়ে ৰামকৃষ্ণ, ৰামকৃষ্ণ বুলি তিনিবাৰ নাম লোৱা শুনিলে। [ গুৰুচৰিত, পৃঃ ৫১৮-৫২০, ৫৫৭-৫৬০ ]

হৰি আৰু মাধৱক ধৰি নিয়া বুলি শঙ্কৰৰ গাত শান্তি নাইকিয়া হ'ল. তেওঁৰ হিয়াত যেন বজ্ৰপাত পৰিল। তেওঁ স্নান ভোজন এৰি বাটেদি যোৱা পথিকৰ পৰা কিবা বাতৰি পাওঁ বুলি অনবৰতে পদূলিত বৈ বাট চাবলৈ ধৰিলে। এনেদৰে আঠ ন মাহমান যোৱাৰ পিছত এদিন মাধৱদেৱ আহি ওলাল আৰু শোকত ধাৰাসাৰে বোৱা চকুলো মচি মচি সকলো বিৱৰি ক'লে। আহোমসকলৰ আৰু তাৰ আগতে কছাৰীসকলৰ হাতত ভুগিব লগীয়া হোৱা এনেকুৱা অত্যাচাৰ, অন্যায় আৰু অধৰ্ম্মত অতিষ্ঠ হৈয়েই হয়তো তেওঁলোকৰ উদ্দেশ্যে শঙ্কৰদেৱে সতৰ্কবাণী শুনাই গ'ল—

শুন শুনৰে, সুৰ বৈৰী প্ৰমাণা, নিশাচৰ নাশ
নিদানা।
ৰাম নাম যম সমৰক সাজি, সমদলে কয়লি
পয়াণা॥
ঠাট প্ৰকট পট্ কোটি কোটি কপি
গিৰি গড় গড় পদঘাৱে।
বাৰিধি তীৰ তৰি কৰে গুৰুতৰ গিৰি
ধৰি ধৰি সমৰক ধাৱে॥
হাট ঘাট বহু বাট বিয়াপি
চৌগড়ে বেঢ়লি লঙ্কা।
গুৰু ঘন ঘন ঘোষ ঘৰিষণ গৰ্জন
শ্ৰৱণে জনময় শঙ্কা॥
ধীৰ বীৰ শূৰ শেখৰ ৰাঘৱ
ৰাৱণ তুৱা পৰি ঝাম্পে।
সুৰ নৰ কিন্নৰ ফণধৰ থৰথৰ
মহীধৰ তৰসি প্ৰকাম্পে॥
অন্ধ মুগুধ দশকন্ধ পাপ বুধ
জানকীক শিৰত চৰাই।
ৰঘুপতি পদ বৰ ধৰ ৰজনীচৰ
শঙ্কৰ কহতু উপাই॥

ভাবাৰ্থঃ হে ৰাক্ষসকুল নাশকাৰী দেৱতাসকলৰ প্ৰধান শত্ৰু শুন!—ৰাম নামৰ যমে সসৈন্যে যুদ্ধলৈ আহিছে, কোটি কোটি পাকৈত বানৰ দলৰ ভৰিৰ শব্দত পৰ্ব্বত পাহাৰ গৰগৰ কৰিছে। তেওঁলোকে সাগৰত ডাঙৰ পৰ্ব্বত সাজি সমৰলৈ আহিছে আৰু বহু হাট ঘাট ব্যাপি লঙ্কাক চাৰিও পিনৰ পৰা বেঢ়ি ধৰিছে। তেওঁলোকৰ ডাঙৰ ডাঙৰ চিঞৰ, ঘৰ্ষণ, গৰ্জ্জন শুনিলেই শঙ্কা হয়।

হে ৰাৱণ! বীৰশ্ৰেষ্ঠ ৰামচন্দ্ৰ তোৰ ওপৰত জঁপিয়াই পৰিছেহি আৰু অসুৰ, নৰ, কিন্নৰ, সাপ, পৰ্ব্বত আদি সকলো ভয়ত কঁপিবলৈ ধৰিছে।

জানকীক শিৰত তুলি লৈ অহা হে অন্ধ, মূৰ্খ, দশকন্ধ পাপী ৰাক্ষস! ৰঘুপতিৰ চৰণত পৰি কাকুতি কৰাটোৱেই তোৰ একমাত্ৰ উপায় ( বুলি শঙ্কৰে কয় )।

শঙ্কৰদেৱৰ দ্বিতীয় পুত্ৰ কমললোচনৰ অতি ক'ম বয়সতে মৃত্যু হয়। তেওঁৰ নুমলীয়া জীয়েক বিষ্ণুৰ বিয়া দিবলৈ নোপাওঁতেই একো ৰোগ-ব্যাধি নোহোৱাকৈ ৰাতি শুই থাকোঁতেই মৃত্যু হয়। এই ঘটনা ঘটে শঙ্কৰদেৱে আহোম ৰাজ্য এৰি গৈ কুমাৰপাৰাত থাকিবলৈ লওঁতে, ৰামচৰণ ঠাকুৰৰমতে তাত মাত্ৰ তিনি দিন থকাৰ পিছতেই। বিষ্ণুক এনেভাৱে হেৰুৱাব-লগীয়া হোৱাই শঙ্কৰদেৱে মৰ্ম্মান্তিক বেজাৰ পায়। তেওঁ কাকো নমতা-নোবোলাকৈ দুখ কৰি গুণি গাঁঠি থাকিবলৈ ধৰে। শঙ্কৰদেৱে এনেভাৱে দুখ কৰা দেখি মাধৱদেৱে তেওঁক গৃহাশ্ৰমৰ বিষয়ে কৈ বুজাবলৈ ধৰে। গুৰু দুজনাৰ এই সময়ৰ কথোপকথন ৰামচৰণ ঠাকুৰে বিশদভাৱে বৰ্ণনা কৰিছে। ইয়াৰ পৰা দুয়োজনৰ ব্যক্তিগত দৃষ্টিভঙ্গী সুন্দৰভাৱে প্ৰকাশ পাইছে।

মাধৱে দেখিয়া শঙ্কৰক বুজাৱয়।
গৃহাশ্ৰম কৰিলে দেখিয়ো হেন হয়॥

যদ্যপিতো অগনি মহা তেজস্বী হোৱয় ।
তথাপিতো কতো বেলা ধূম্রে ঢাকি থয় ॥
চক্রবর্ত্তী ৰাজা যেন মৰে হাল বাই ।
সেহিমতে গৃহাশ্রমে কিছো সুখ নাই ।
মহাজ্ঞানীগণে আৰু নকৰয় ইচ্ছা ।
পুত্র ভার্য্যা মহাভাৰ দেখে সবে মিছা ॥
দেখিয়োক ৰামচন্দ্র কৃপাময় হৰি ।
পাইলে লটিঘটি তেহে গৃহাশ্রম কৰি ॥

দেখিয়োক বাপ তুমি আন কোনো হয় ·
সকল সংসাৰ ইটো সৱে দুখময় ॥
স্ত্রী মায়া সহিতে আছয়ে জীৱ যত ।
তাসম্বাক প্রতি হেন দুখ দেখিলন্ত ॥
যেন পদ্মপত্র সম জলত থাকয় ।
তথাপিতো দেখা তাক জলে সুচুৱয় ॥
তুমি মহা তেজস্বী পুৰুষ মহাসন্ত ।
সংসাৰৰ তাপে যে তোমাক নোচোৱন্ত ॥

শঙ্কৰে বোলন্ত মাধৱ শুনা মোৰ বাণী ।
জানা মোৰ কথা সবে তুমি মহাজ্ঞানী ॥
অনিত্য শৰীৰ ইটো অনিত্য সংসাৰ ।
দেখিয়োক গৃহসুখ সবে অনাচাৰ ॥
দেখিয়ো নেদেখো বান্ধি আছে মোহপাশে ।
মায়াজালে পৰি বন্দী ভৈলো গৃহবাসে ॥
আমাক পোৰয় দেখা সংসাৰৰ তাপে ।
দাৱানল অগ্নি সহিবেক কাৰ বাপে ॥

[ গুৰু চৰিত, পৃঃ ৬১৫-৬১৭ ]

এইটো স্পষ্ট যে আন লোকৰ দৰে শঙ্কৰদেৱও সংসাৰৰ ঘাত-প্ৰতিঘাতৰ দ্বাৰা বিচলিত হৈছিল আৰু মাজে মাজে সংসাৰৰ তাপে তেওঁকও পুৰিছিল। গৃহসুখ সকলো অনাচাৰ বুলি ভাবিও তেওঁ সাংসাৰিক জীৱনৰ দায়িত্ববিলাকৰ প্ৰতি পিঠি দিয়া নাছিল বা সেই বিলাকৰ পৰা হাত সাৰিবলৈ আঁতৰি পলোৱা নাছিল। যদিও তেওঁ 'পুত্ৰ কন্যা সবহু অসাৰ' বুলি বাৰে বাৰে উদ্গুকিয়াইছিল তথাপি তেওঁ সাংসাৰিক জীৱনৰ পৰা কেতিয়াও বিমুখ হোৱা যেন নালাগে। তেওঁ দুবাৰ বিয়া কৰাইছিল আৰু ছটি সন্তান (তিনি পুত্ৰ—ৰমানন্দ, কমললোচন আৰু হৰিচৰণ ও তিনি কন্যা—মনু, ৰুক্মিণী আৰু বিষ্ণু) জন্ম দিছিল। জীয়াই থকা চাৰিওজন সন্তানকে তেওঁ উপযুক্ত সময়ত গৃহাশ্ৰমত প্ৰৱেশ কৰিবলৈকে সহায় কৰিছিল। এইখিনিতে উল্লেখযোগ্য যে শঙ্কৰদেৱৰ বংশ পৰম্পৰাৰ বক্তপ্ৰবাহ ৰমানন্দৰ পুত্ৰ পুৰুষোত্তম আৰু হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজতে রুদ্ধ হয় [ দিছিয়ালৰ সত্ৰাধিকাৰ শ্ৰীমোহন চন্দ্ৰ মহন্ত, জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ আদিলীলা আৰু বটদ্ৰৱা থানৰ (১৪৪৯ খৃঃৰ পৰা ১৯৬৪ খৃঃলৈ) ইতিবৃত্ত, বৰদোৱা স্মৃতিগ্ৰন্থ, শ্ৰীশ্ৰী বটদ্ৰৱা থান পৰিচালনা সমিতি, (১৯৭৬, পৃঃ ৭—৩৮) ]।

যদিও শঙ্কৰদেৱে শেষত সংসাৰৰ সকলো মায়া এৰি বাহিৰ হম বুলি দুই এবাৰ কৈছিল তথাপি তেওঁ ১১৯ বছৰ বয়সত বৈকুণ্ঠগামী হোৱাৰ আগেয়ে তেনে কৰিবলৈ সমৰ্থ হোৱা নাছিল। তেওঁ মৃত্যুৰ তিনি বছৰমান আগতেহে, অৰ্থাৎ সত্তৰ বছৰতকৈও অধিক দীঘলীয়া বৈবাহিক জীৱনৰ পাছতহে, দ্বিতীয়া পত্নী কালিন্দী আইৰ পৰা একপ্ৰকাৰ আঁতৰ হৈছিল। সেইয়া তেওঁ সংসাৰৰ প্ৰতি বিমুখ হোৱাৰ বা বানপ্ৰস্থী হোৱাৰ চিন নহয়। তেওঁ মহাৰাজ নৰনাৰায়ণৰ সভাত থাকি ধৰ্ম্ম-প্ৰচাৰ কৰিবলৈহে গৈছিল আৰু সংগত জ্যেষ্ঠ পুত্ৰ ৰমানন্দক লৈ গৈছিল।

গুৰু-সেৱা আৰু হৰি ভক্তিকেই জীৱনৰ চৰম লক্ষ্য হিচাপে গ্ৰহণ কৰা মাধৱদেৱে নিজে গৃহাশ্ৰমত প্ৰৱেশ নকৰিলেও আনৰ বৈবাহিক জীৱনৰ প্ৰতি লেশমানও ঘৃণা প্ৰদৰ্শন কেতিয়াও কৰা নাই। বৰঞ্চ তেওঁ আনৰ সাংসাৰিক সুখ আৰু শান্তিৰ কাৰণেহে চেষ্টা কৰাৰ দৃষ্টান্ত আছে।

শঙ্কৰদেৱে দ্বিতীয়বাৰ তীৰ্থভ্ৰমণ কৰিবলৈ ওলোৱা শুনি আই কালিন্দীয়ে প্ৰমাদ গণিলে। কেনেবাকৈ বৃন্দাবনলৈ গলে যমুনাৰ পুলিন বনতে নিজৰ ঠাই বুলি ভাবি শঙ্কৰদেৱ যে ঘূৰি নাহিব তাক কালিন্দী আইয়ে ভালদৰে জানিলে। সেয়েহে তেওঁ মাধৱদেৱক অকলশৰীয়াকৈ মাতি আনি ক'লে, "শুনিয়ো মাধৱ তুমি, মোৰ কথা থাকিবা সুমৰি। বুলিলোহো নিষ্ঠ কৰি গোকুল মথুৰাপুৰী নযাইবা নযাইবা হাক দিলো। আসিবাহা তুনাই ঘূৰি জগন্নাথ হন্তে ফুৰি নিশ্চয় কৰিয়া আমি কৈলো।" কোৱা বাহুল্য যে শঙ্কৰদেৱ আৰু তেওঁৰ আন আন লগৰীয়াসকলে জগন্নাথ পুৰীৰ পৰা মথুৰা বৃন্দাবনলৈ যাবলৈ ইচ্ছা কৰিলে, কিন্তু মাধৱদেৱে দৃঢ় ভাবে নাযাওঁ বুলি কোৱাত শঙ্কৰদেৱে মাধৱদেৱৰ লগতে ঘৰলৈ উভতি আহিল। মাধৱদেৱে যে গুৰুপত্নীৰ কথা সুঁৱৰিয়েই তেনে কৰিছিল তাত সন্দেহ নাই—গুৰুৰ সংসাৰখন ভাঙি পৰাটো তেওঁ হয়তো সহ্য কৰিব নোৱাৰিলেহেঁতেন। অৱশ্যে, শঙ্কৰদেৱৰ পৰিয়ালটো মাধৱদেৱৰ অতি আপোন আছিল। শঙ্কৰদেৱ বৈকুণ্ঠগামী হোৱাৰ পিছতও তেওঁ গুৰুপত্নী আৰু ৰমানন্দৰ লগতে থাকি তেওঁলোকৰ সেৱাশুশ্ৰূষা কৰিবলৈ ধৰিলে। কিন্তু কিছুদিনৰ পিছত ৰমানন্দও স্বৰ্গী হয়। তাৰ পিছত শঙ্কৰদেৱৰ ভায়েক বনগঞাগিৰিয়ে বিধৱা তিনি গৰাকীৰ লগত কেৱলীয়া উদাসীন মাধৱ থাকে বুলি যিহকে তিহকে কৈ ফুৰা বুলি জানিব পাৰি তেওঁ তেওঁলোকৰ পৰা আঁতৰি সুন্দৰীদিয়াত থাকিবলৈ ললে। মাধৱদেৱ শুচি যোৱাৰ পিছত শঙ্কৰদেৱৰ পাৰিয়ালটোৰ যি আলৈ-আথানি হ'ল তাৰ শুনিলে চকুপানী ওলোৱা বৰ্ণনা ৰামচৰণৰ গুৰুচৰিতত আছে। তেওঁলোকৰ ভাগি ছিগি যোৱা ঘৰ-দুৱাৰ পিছত মাধৱদেৱে ভকতসকলৰ হতুৱাইহে সজাই দিবলগীয়া হৈছিল।

মৃঠৰ ওপৰত জীৱন-যাত্ৰাৰ বেলেগ বেলেগ পথ লোৱা এই দুজনা অসাধাৰণ ব্যক্তি একে আধ্যাত্মিক লক্ষ্যৰ কাৰণেই ইজন সিজনৰ প্ৰতি আকৰ্ষিত হৈছিল আৰু গুৰু-শিষ্যৰ এক অপূৰ্ব প্ৰেমেৰে বান্ধ খাইছিল। এজনে নিজৰ জ্ঞানেৰে ভক্তি পথৰ মহত্ত্ব উপলব্ধি কৰিছিল আৰু আনজনে গুৰুৰ মহানুভৱতাতে বিশ্বাস কৰি একে ভক্তিপথৰ সঁহাৰি পাইছিল। দুয়োৰে প্ৰাণ ভক্তিত গদ গদ, এজনৰ ধৰ্ম্ম ভক্তি আৰু আনজনৰ গুৰুভক্তি, এজনৰ ভক্তৰ প্ৰতি

অপৰিসীম প্ৰেম আৰু আনজনৰ গুৰু-সেৱাতে প্ৰাণ উচৰ্গা। শঙ্কৰদেৱ সংসাৰৰ মায়াজালত পৰিও মুক্ত আৰু মাধৱদেৱ গুৰু চৰণত আত্ম-সমৰ্পণ কৰিও মুক্ত। তেওঁলোকৰ বৰগীতবিলাক এনে মুক্ত ভক্তিপ্ৰাণৰ উচ্ছ্বাসেৰে ভৰপূৰ। বৰগীতবিলাকেৰে গুৰু দুজনাই নৈতিকতাবিহীন আৰু লক্ষ্যবিহীন অসমীয়া সমাজৰ কাৰণে সৃষ্টি কৰি গ'ল ভক্তিৰ এক চিৰ প্ৰবাহিনী নৈ, আজিৰ অসমীয়া সমাজে চিনিব নোৱৰা বা আদৰ কৰিব নজনা ই এক অন্তঃস্ৰোতা ফল্গু স্বৰূপ।

## দ্বিতীয় অধ্যায়

### বৰগীত

বৰগীতবিলাক কি আৰু কোনবোৰ গীত বৰগীত আদি বিষয়ে নানা মুনিৰ নানা মত। এই বিষয়ে গৃহীত এক স্থিৰ অৰ্থ নোহোৱা বাবে মানুহৰ মনত যথেষ্ট ভুল বুজাপৰা আছে। বৰগীতৰ বিষয়ে প্ৰত্যেকেই একোটা বেলেগ বেলেগ সংজ্ঞা দিয়ে। কোনো কোনো ক্ষেত্ৰত অস্পষ্ট ভাষাই এনে সংজ্ঞাক বেছিহে ধোঁৱাময় কৰি পেলায়।

ডঃ কাকতিৰ মতে, "বৰগীত আৰু পুৰণি সাহিত্যৰ আন আন গীতবোৰৰ পাৰ্থক্য এয়ে। বৰগীতবোৰ ওখ নৈতিক আৰু আধ্যাত্মিক ভাবৰ ওপৰত প্ৰতিষ্ঠিত। সেই কাৰণেই সেইবোৰক 'বৰ' গীত বোলা হয়।" আধ্যাত্মিক শব্দৰ অৰ্থ হৈছে আত্মা সম্বন্ধীয়। গতিকে নৈতিক বা আধ্যাত্মিক ভাবৰ 'ওখ' চাপৰ কেনেদৰে নিৰ্ণয় কৰিব পৰা যায় সি সম্পূৰ্ণ অস্পষ্ট। ডঃ কাকতিদেৱৰ মতে বৰগীত নৈতিক আৰু আধ্যাত্মিক দুয়ো ভাবৰ ওপৰতে প্ৰতিষ্ঠিত হ'ব লাগিব।

[ কাকতি, 'পুৰণি অসমীয়া সাহিত্য', পৃঃ ৭৩ দ্ৰষ্টব্য ]

শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীয়ে বৰগীত বোলাৰ আন এটা কাৰণ দিছে। "শঙ্কৰদেৱ আৰু মাধৱদেৱে তেওঁসকলৰ গীতবোৰক 'বৰগীত' বুলি নিজে কোৱা নাই। আতা আতৈসকল আৰু শিষ্য-প্ৰশিষ্যই বৰগীত বুলি আখ্যা দিছে—দুজনা

গুৰুৰ মুখামৃত বুলি।" কিন্তু গুৰু দুজনাৰ মুখামৃত আন কিছুমান গীতক কিয় বৰগীত বুলি ধৰা নহয় সেইবিষয়ে তেখেতৰ স্পষ্ট সমিধান নাই।

ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ মতে, "বিষয়বস্তুৰ মহত্ব, ৰচনাভঙ্গীৰ সৌষ্ঠৱ আৰু শাস্ত্ৰীয় সুৰৰ গাম্ভীৰ্য্য আৰু কল্পনাৰ সংযমে মহাপুৰুষৰদ্বাৰা ৰচিত এই গীতসমূহক সমসাময়িক আন শাস্ত্ৰীয় সুৰযুক্ত গীতৰ পৰা পৃথক কৰিছে আৰু এই কাৰণেই ইয়াক সাধাৰণ গীতৰ বিপৰীতে 'বৰগীত' বোলা হয়।" ( অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ৯১ )। অৱশ্যে বিষয়বস্তুৰ মহত্ব কিহত বা শাস্ত্ৰীয় সুৰৰ গাম্ভীৰ্য্য কেনেকুৱা তাক তেখেতৰ মন্তব্যৰ পৰা বুজাটো অসম্ভৱ।

শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱাৰ মতে আকৌ, "আধ্যাত্মিক ভাব, তাৰ উপযোগী মাৰ্জ্জিত ভাষা আৰু স্বৰ্গীয় ৰাগ থকা প্ৰাচীন গীতক আমি বৰগীত বোলোঁ", এতিয়া লেঠা হ'ল 'স্বৰ্গীয় ৰাগ' নো কেনেকুৱা, মৰতৰলোকে ইয়াক আঁতৰাব পাৰে নে নাই। এনেকুৱা অস্পষ্ট বিশেষণে যে সবিশেষ বুজাব নোৱাৰে তাত সন্দেহ নাই।

বৰগীতৰ বিষয়ে ডঃ মহেশ্বৰ নেওগে Music in Assam শীৰ্ষক এটি প্ৰবন্ধত অলপ স্পষ্টকৈ লিখিছে [ এই প্ৰবন্ধটো অসম সাহিত্য সভাই ১৯৫৮ চনত প্ৰকাশ কৰা আৰু বিশ্বনাথ শাস্ত্ৰী ও প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই সম্পাদনা কৰা This is Assam নামৰ পুস্তিকাত ওলাইছিল ]। তেখেতৰ মতে বৰগীত-বিলাক মহান গীতি আৰু অঙ্কীয়াগীতবিলাক নাটকত থকা গীত। এই দুয়োবিধ গীতৰ ৰাগ গীতৰ ওপৰত লিখা থাকে। অঙ্কীয়াগীতৰ ক্ষেত্ৰত তালও নিৰ্দ্দেশ কৰা থাকে কিন্তু বৰগীতৰ ক্ষেত্ৰত সাধাৰণতে কোনো তাল উল্লেখ কৰা নহয়। শঙ্কৰদেৱে ৰচিত ষড়ছন্দ গীত বুলি জনাজাত তিনিটা বৰগীতৰ তাল দিয়া আছে। তেখেতৰ মতে বৰগীত গাওঁতে বিশেষ তালৰ দ্বাৰা আৰম্ভ হ'ব নালাগে। সময় বুজি আৰু প্ৰসঙ্গ অনুসৰি গায়কে কেতিয়া কি তাল বান্ধিব লাগে তাক ভাল গায়কে জানে। বৰগীত এটাৰ প্ৰথম দুশাৰীৰ আৰম্ভণিতে ধ্ৰুং বুলি লিখা হয়, ইয়াৰ মানে প্ৰথম দুশাৰী ধ্ৰুৱ আৰু তাক

পিছৰ পদখিনি গাওঁতে সময়ে সময়ে পুনৰাবৃত্তি কৰিব লাগে। বৰগীতৰ পদবিলাক সাধাৰণতে দ্বিপদী-ছন্দত ৰচা হয় আৰু শেষৰ শাৰীত ৰচকৰ নাম থাকে। বৰগীতবিলাকক উত্তৰ ভাৰতৰ ধ্রুপদ ধৰণৰ বুলিব পাৰি, ইয়াৰ তাল একপ্রকাৰ বিলম্বিত আৰু এইবিলাক গাওঁতে উশাহ-নিশাহ নিয়ন্ত্রণ ভালদৰে কৰিব পৰা শক্তিৰ বিশেষ প্রয়োজন। হিন্দুস্থানী সঙ্গীতৰ খেয়ালত থকা খৰতকীয়া উশাহতৰঙ্গ বৰগীতত সমূলি নাই। ইয়াৰ পৰা এইটো বুজিব পাৰি যে বৰগীতবিলাক পাৰ্চী-আৰবী প্রভাৱৰ পৰা সম্পূৰ্ণ মুক্ত। হিন্দী ভজন আৰু টুকাৰামৰ মাৰাঠী অভঙ্গৰ দৰে বৰগীতবিলাকৰ বিষয়বস্তুও ধৰ্ম্ম-সম্বন্ধীয় আৰু এইবিলাক মূলতে ভক্তি উৎপাদক।

ডঃ নেওগৰ মতে বৰগীত আৰু অঙ্কীয়াগীতৰ একমাত্র পাৰ্থক্য এয়েই যে অঙ্কীয়া গীতবিলাক সদায় নিৰ্দ্দেশিত তালতেই গোৱা হয়, কিন্তু বৰগীতবিলাক সততে কোনো তালৰ বশৱৰ্ত্তী নহয়। এইখিনিতে উল্লেখযোগ্য যে বহু বৰগীত কোনো কোনো নাটকত অঙ্কীয়া গীত হিচাপে ব্যৱহৃত হৈছে। শ্রীগৰ্গনাৰায়ণ চৌধুৰীয়ে এইবিলাক উল্লেখ কৰিছে। তেখেতে প্রত্যেকটো বৰগীতৰ তালও নিৰ্দ্দেশ কৰিছে। এই তালবিলাকৰ উল্লেখ ক'ৰপৰা গোটালে তাক চৌধুৰীদেৱে যোগোৱা নাই। ইয়াৰ পৰা আমি এইটো বুজিব লাগিব—হয়, নেওগ ডাঙৰীয়াই বৰগীতত তাল ধৰি দিয়া নাথাকে বুলি ভুল কৰিলে, নাইবা চৌধুৰী ডাঙৰীয়াই বৰগীতবিলাকৰ তাল নিৰ্দ্দেশ কৰি বৰগীতৰ বিশেষ লক্ষণক অজানিতভাবে বিকৃত কৰিলে। আমি অৱশ্যে ডঃ নেওগৰ মতকে সমৰ্থন কৰিবৰ বেছি যুক্তি দেখোঁ।

ডঃ শৰ্ম্মাৰ মতে গুৰু দুজনাই ৰচনা কৰা গীতহে বৰগীত, কিন্তু শ্রীহৰিনাৰায়ণ দত্তবৰুৱাই কয়, "অসমত পোন প্রথমে শ্রীমন্ত শঙ্কৰদেৱে এই বৰগীত ৰচনা কৰে। তেৰাৰ পাছত শ্রীশ্রীমাধৱদেৱ, শ্রীশ্রীগোপালদেৱ, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, যদুমণিদেৱ, লক্ষ্মীকান্ত আতা আদিয়ে বহুতো বৰগীত ৰচনা কৰি গৈছে।" অৰ্থাৎ গুৰুদুজনাৰ উপৰিও আনে লিখা একে ধৰণৰ গীতকো বৰগীত আখ্যা দিয়া যায়। দুটা বিশেষ কাৰণত আমি শ্রীদত্তবৰুৱাৰ দৃষ্টিভঙ্গীকে গ্রহণ কৰা উচিত। প্রথমেই, কেৱল গুৰু দুজনাই

ৰচি থৈ যোৱা মুষ্টিমেয় গীতকে বৰগীত বুলিলে আমি তেওঁলোকে আৰম্ভ কৰা ভকতিৰ অমিয়া সুঁতিক একপ্ৰকাৰ বন্ধ কৰাহে হ'ব। আনহাতে আনে ৰচা একে ধৰণৰ আৰু একে গুণবিশিষ্ট গীতকও বৰগীত বুলি আদৰিলে আমি গুৰু দুজনাৰ সৃষ্টিক এক বোৱতী সুঁতিত পৰিণত কৰা হ'ব। অনিত্য এই সমাজৰ পৰিৱৰ্ত্তনৰ লগে লগে অসমীয়া ভাষাইও মোট সলাব, তেতিয়াও গুৰু দুজনাই আৰম্ভ কৰা গীতৰ অনুপ্ৰেৰণাত অসমীয়া গীতিকাৰে নতুন নতুন ধৰণৰ বৰগীত ৰচি অসমীয়া সমাজত ভকতিৰ অমিয়া ঢালিব বুলি আমি আশা কৰিব পাৰোঁ। আমি এইটোও আশা কৰোঁ যে আমাৰ মাজত শঙ্কৰদেৱৰ ও মাধৱদেৱৰ পুনৰাবিৰ্ভাব হ'ব আৰু নতুন নতুন বৰগীতেৰে আমাৰ জাতীয় জীৱন চহকী আৰু অৰ্থপূৰ্ণ কৰিব। দ্বিতীয়তে, প্ৰায় বেছিভাগ অসমীয়া লোকেই শঙ্কৰী মত থকা ভক্তিমূলক গীতকেই বৰগীত আখ্যা দিয়ে। উদাহৰণস্বৰূপে ডক্টৰ হাজৰিকাই গোৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাই ৰচা, "প্ৰেম প্ৰেম বুলি জগতে ঘুৰিলে ঘৰতে আছিলে প্ৰেম" গীতটোক সকলোৱে এটা নতুন বৰগীত বুলি কয়।

এইবিলাক কাৰণে, বৰগীত বুলিলে আমি গুৰু শঙ্কৰদেৱে আৰম্ভ কৰা এক বিশেষ শ্ৰেণীৰ গীতকে বুজিব লাগিব। বৰগীতৰ প্ৰধান লক্ষণ হৈছে—

(১) ইয়াৰ বিষয়বস্তুৰ কেন্দ্ৰ বৈষ্ণৱ ধৰ্ম্ম বা শঙ্কৰী মত।

(২) ইয়াৰ নিৰ্দ্ধাৰিত তাল নাই। ই সাধাৰণতে বিলম্বিত লয়ত গোৱা ভক্তপ্ৰাণৰ মুক্ত প্ৰকাশ।

(৩) বৰগীতৰ কথা সাধাৰণতে দুটা অংশত বিভক্ত—ধ্ৰুং আৰু পদ।

(৪) বৰগীত কেৱল শ্ৰুতিমধুৰেই নহয়, ইয়াৰ ভাব, ভাষা আৰু কল্পনাই এক নিৰ্ম্মল সৌন্দৰ্য সৃষ্টি কৰে।

(৫) বৰগীতবিলাকে সাধাৰণতে গায়কক নিজৰ ভক্তিভাৱত তন্ময় কৰে আৰু শ্ৰোতাৰ প্ৰাণতও ভক্তিভাব ওপজায়।

(৬) বৰগীতৰ নিৰূপিত ৰাগ আছে।

এইখিনিতে এইটো উল্লেখযোগ্য যে অসম সঙ্গীত নাটক একাডেমীয়ে প্ৰকাশ কৰা বৰগীতৰ গৱেষণা (প্ৰাৰম্ভিক) সমিতিৰ প্ৰতিবেদনত ['স্বৰ ৰেখাত বৰগীত', পৰিবেশক লয়াৰ্চ বুক ষ্টল, গুৱাহাটী, ১৯৫৮ চন চাওক] বৰগীতৰ ৰাগৰ বিষয়ে আন শাস্ত্ৰীয় সঙ্গীতৰ লগত তুলনাৰে সৈতে ভাল আলোচনা আছে। এইটোও সঁচা যে বৰগীতৰ বিষয় বস্তুবিলাক বুজিবলৈ বৈষ্ণৱ ধৰ্ম্মৰ বিষয়েও কিছু জনা উচিত।

## আত্মা, পৰমাত্মা আৰু মায়া

আমাৰ দেহটো এক শাৰীৰিক বস্তু যাক আমি চকুৰে দেখিব পাৰোঁ বা যাৰ অস্তিত্ব আমি কোনো ইন্দ্ৰিয়ৰ দ্বাৰা উপলব্ধি কৰিব পাৰোঁ। এনে বস্তুক ইন্দ্ৰিয়গম্য বোলা যায়। মানুহৰ দেহৰ দৰে গছ-লতা, তৰু-তৃণ, গ্ৰহ-নক্ষত্ৰ আদি ইন্দ্ৰিয়গম্য বস্তু। ইন্দ্ৰিয়গম্য বস্তুৰ শাৰীৰিক বৰ্ণনা দিয়াটো সম্ভৱ।

মানুহৰ মনটো ইন্দ্ৰিয়গম্য নহয়, কিয়নো মনটোক আমি চকুৰে নেদেখোঁ, হাতেৰে চুই চাব নোৱাৰোঁ বা আমাৰ যেই কোনো ইন্দ্ৰিয়ৰ দ্বাৰা ইয়াৰ অস্তিত্ব উপগম কৰিব নোৱাৰোঁ। মনটো এটা **বোধগম্য** বস্তু। বোধগম্য বস্তুবিলাকৰ অস্তিত্ব উপলব্ধি কৰিব পাৰি ধী শক্তিৰ সহায়ত বা বিশেষ যুক্তিৰে। বোধগম্য বস্তুক সাধাৰণতে যুক্তি বা ন্যায় পদ্ধতিৰ দ্বাৰা জানিব পাৰি। গণিত, ন্যায় শাস্ত্ৰ আদিৰ প্ৰধান বিষয়বস্তু বিলাক বোধগম্যহে। সংখ্যা, ৰেখা আদিও দৰাচলতে বোধগম্য বস্তু। বোধগম্য বস্তুৰ বিষয়ে জ্ঞান লাভ কৰাৰ বিশেষ পদ্ধতি এয়েই যে এইবিলাকৰ বিষয়ে কিছুমান কথা গ্ৰহণ কৰা হয় আৰু এই গৃহীত কথাতে ভিত্তি কৰি ন্যায় শাস্ত্ৰৰ দ্বাৰা যুক্তি সঙ্গত বুলি অভিহিত কিছুমান প্ৰথাৰে অন্যান্য সিদ্ধান্ত প্ৰমাণ কৰা হয়। সেয়েহে বোধগম্য বিষয়ক প্ৰমেয় আখ্যাও দিয়া হয়। যুক্তিসঙ্গত বুলিলে আমি ন্যায়সিদ্ধ গৃহীত প্ৰথাকহে বুজিব লাগে আৰু প্ৰমেয় বুলিলে যুক্তিসঙ্গত প্ৰথাৰে প্ৰমাণ কৰিব পৰা উক্তিকহে বুজিব লাগে। গীতাত উল্লেখ কৰা 'প্ৰকৃতি'ও এটা বোধগম্য বস্তু।

বোধগম্য বস্তুবিলাক শাৰীৰিকভাবে বিৰাজ নকৰে কাৰণেই আমি সেইবিলাক আচল নহয় বা সেইবিলাকৰ অস্তিত্ব নাই বুলি ভবাটো ভুল হ'ব। ইন্দ্ৰিয়গম্য বস্তুৰ দৰে বোধগম্য বস্তুও আচল আৰু সিহঁতৰ অস্তিত্ব আছে। একপ্ৰকাৰে চাবলৈ গলে ভাল পোৱা, মৰম, বিষ আদিও বোধগম্য বস্তুহে। এই বিলাকৰ আমি শাৰীৰিক বৰ্ণনা দিয়া অসম্ভৱ। এজনৰ আন এজনৰ প্ৰতি থকা ভালপোৱাক আমি পখিলা এটাৰ দৰে বা ৰামধনু এখনৰ দৰে বৰ্ণনা কৰিব নোৱাৰোঁ। সেইবুলি ভালপোৱাৰ অস্তিত্ব নাই বা ভালপোৱা আচল বস্তু নহয় বুলি আমি কোৱা অনুচিত। বোধগম্য বুলিলে আমি এনে বস্তুকে বুজিম যাৰ স্বৰূপ কিছুমান গৃহীত উক্তিৰে বুজাব পাৰি আৰু যাৰ বিষয়ে যুক্তি সঙ্গত প্ৰথাৰে জ্ঞান আহৰণ কৰিব পাৰি। বোধগম্য বস্তু 'বিমূৰ্ত্ত', তথাপি বোধগম্য বস্তুক প্ৰতীক বা মূৰ্ত্তিৰে বুজাব পাৰি। যেনে, কাগজত টনা আঁচ এডাল দৰাচলতে ৰেখাৰ প্ৰতীকহে। আচল ৰেখাডাল বোধগম্য, সি বিমূৰ্ত্ত।

মুঠৰ ওপৰত ইন্দ্ৰিয়গম্য আৰু বোধগম্য দুয়ো ধৰণৰ বস্তুৰেই অস্তিত্ব থকা বা আচল বস্তু। আমি এনে মূৰ্ত্ত আৰু বিমূৰ্ত্ত দুয়োবিধ বস্তুক আচল বুলি ধৰিম। এতিয়া প্ৰশ্ন হ'ল সকলো আচল বস্তুৱেই ইন্দ্ৰিয়গম্য বা বোধগম্য নেকি ?

হিন্দু দৰ্শনৰ মতে আত্মা আৰু পৰমাত্মা ইন্দ্ৰিয়গম্য বা বোধগম্য বস্তু নহয়। আত্মা আৰু পৰমাত্মা বোধগম্য এইকাৰণেই নহয় যে এইবিলাকৰ বিষয়ে কিছুমান গৃহীত কথা মানি ললেও আমি জনা কোনো যুক্তি সঙ্গত প্ৰথাৰে এইবিলাকৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰি। সেয়েহে আত্মা আৰু পৰমাত্মাক অপ্ৰমেয় বোলা হয়। আত্মা আৰু পৰমাত্মাৰ স্বৰূপ আমি কেৱল ইন্দ্ৰিয় শক্তি বা ধী শক্তিৰেই সম্পূৰ্ণৰূপে জানিব নোৱাৰোঁ। তাৰ কাৰণে প্ৰয়োজন বিশেষ বিশ্বাস আৰু আধ্যাত্মিক জ্ঞান। আত্মা আৰু পৰমাত্মা সম্পূৰ্ণৰূপে বোধগম্য নহয় যদিও আত্মা আৰু পৰমাত্মাৰ বিষয়ে কিছুমান গৃহীত উক্তি আছে। এইবিলাকৰ পৰা কিছুমান সিদ্ধান্ত যুক্তিসঙ্গত ভাবে প্ৰমাণ কৰিব

পাৰি। আমাৰ প্ৰয়োজন আৰু হিন্দু দৰ্শনৰ মূল তত্ত্ব নিৰ্ভৰ কৰা কেইটামান গৃহীত কথা হৈছে—

(১) 'মই' এটা আত্মা, মোৰ এটা দেহ আছে। 'মই' বুলিলে এই আত্মাকহে বুজা উচিত।

(২) আত্মাৰ জন্ম নাই বা মৃত্যুও নাই।

মানুহৰ দেহটো ইন্দ্ৰিয়গম্য শাৰীৰিক বস্তু - ইয়াৰ জন্ম আছে আৰু ই সময়ত বিনষ্টও হয়। সেয়েই ই ক্ষণস্থায়ী বা অনিত্য। কিন্তু, আমাৰ জন্ম বা মৰণ নাই গতিকে ই চিৰস্থায়ী বা নিত্য।

(৩) মানুহৰ শাৰীৰিক দেহৰ লগত জড়িত চিৰস্থায়ী আত্মাৰ দৰে এই ধৰা, এই গ্ৰহ-নক্ষত্ৰ, আমি চকুৰে দেখিবলৈ পোৱা বা আমাৰ বোধগম্য এই বিশ্ব-ব্ৰহ্মাণ্ডৰ লগতও আছে এক পৰমাত্মা, যি নিত্য চিৰন্তন অনাদি আৰু অনন্ত।

ইন্দ্ৰিয়গম্য বস্তুৰ সমাবেশেই ইন্দ্ৰিয়-জগত বা বাস্তৱিক-জগত। বোধগম্য বস্তুৰ সমাবেশেই বুদ্ধি-জগত (ইয়াক আমি কল্পনা-জগত বোলা ভুল হ'ব, কিয়নো, বোধবিলাক হৈছে যুক্তিসঙ্গত প্ৰথাৰে প্ৰতিষ্ঠিত সংযত কল্পনা। সেই কাৰণে সকলো কল্পনাই বোধ হ'ব নোৱাৰে)। কেৱল ইন্দ্ৰিয়ৰে বা বুদ্ধিৰে ঢুকি পাব নোৱৰা বস্তুৰ সমাবেশেই আধ্যাত্মিক জগত।

(৪) বাস্তৱিক জগত, বুদ্ধি জগত আৰু আধ্যাত্মিক জগতেৰেই ত্ৰিজগত গঠিত। যি পৰমাত্মাৰ পৰাই এই ত্ৰিজগত হৈছে তেওঁৰেই ইয়াৰ আদি (ব্ৰহ্মা), তেওঁৱেই ইয়াৰ মধ্য (বিষ্ণু) আৰু ইয়াৰ অন্ত (মহেশ্বৰ)। পৰমাত্মাই সৃজনকাৰী ব্ৰহ্মা, পৰমাত্মাই প্ৰেমসুধাৰে আৰু ধৈৰ্য্যেৰে জগতখন ধৰি থকা বিষ্ণু। যেতিয়াই পৰমাত্মা জাগতিক হৈ এই পৃথিৱীত স্থিত হয় তেতিয়াহে আমি মহেশ্বৰৰ পৰিপূৰ্ণ অৱস্থা উপলব্ধি কৰিব পাৰোঁ। পৰমাত্মাৰ এই তিনিবিধ

ধৰ্ম্ম পৃথক কৰিব নোৱাৰি। পৰমাত্মাই জ্ঞান, পৰমাত্মাই প্ৰেম আৰু পৰমাত্মাই পৰিপূৰ্ণ অৱস্থা, ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ কেৱল এজনেই— ত্ৰিমূৰ্ত্তি ব্ৰহ্মা।

(৫) দেহ আৰু আত্মাৰ মাজত বিৰাজ কৰিছে এক প্ৰকৃতি। প্ৰকৃতি আৰু ইন্দ্ৰিয়ৰ সংযোগেই কৰ্ম্মৰ সৃষ্টি কৰে। আত্মা প্ৰকৃতিৰ পৰা স্বতন্ত্ৰ আৰু কৰ্ম্মত নিঃসঙ্গ। পৰমাত্মাৰ প্ৰকৃতি আছে। তেওঁৰ সকলো সৃষ্টিৰেই প্ৰকৃতি মাতৃস্বৰূপ আৰু তেওঁ বীজপ্ৰদ পিতা। সৃষ্টিকৰ্ত্তাক পুৰুষ আৰু প্ৰকৃতিক তেওঁৰ ভাৰ্য্যা বুলি ধৰা হয়।

এই কাৰণেই সংস্কৃত ভাষাত প্ৰকৃতি এটা স্ত্ৰীলিঙ্গ শব্দ। গীতাতেও কৃষ্ণই অৰ্জুনক কৈছে,

সৰ্ব্বযোনিষু কৌন্তেয় মূৰ্ত্তয়ং সম্ভৱন্তি যাঃ।
তাসাং ব্ৰহ্ম মহদযোনিৰহং বীজপ্ৰদঃ পিতা ॥

( চতুৰ্দ্দশ অধ্যায়, শ্লোক ৪

ইয়াৰ অৰ্থ এয়েই যে যি যোনিতে ওপজক নালাগে প্ৰকৃতিয়েই ( মহদ ব্ৰহ্ম ) সকলোৰে মাতৃস্বৰূপ আৰু পৰমাত্মাই বীজপ্ৰদ পিতা। এইখিনিতে উল্লেখযোগ্য যে মানুহৰ প্ৰকৃতি বুলিলে প্ৰকৃতিৰ পৰা উদ্ভৱ হোৱা সত্ত্ব, ৰজঃ আৰু তমঃ এই তিনি গুণকও বুজায়।

হিন্দু দৰ্শনত যি চিৰস্থায়ী তাকহে সত্য বা নিত্য বুলি ধৰা হয় আৰু যি অস্থায়ী অৰ্থাৎ বিনষ্ট হয় তাক অনিত্য বুলি গণ্য কৰা হয়। অৰ্থাৎ যি নিত্য সেয়ে 'আচল-সত্য' আৰু দেহৰ দৰে সহজে ইন্দ্ৰিয়গম্য কিন্তু অনিত্য সেইবিলাক কেৱল বাস্তৱিক-সত্যহে। বাস্তৱিক-সত্যক আচল-সত্য বুলি গ্ৰহণ কৰাটোৱেই হৈছে মায়া। যেনে 'মই' বুলিলে যদি মোৰ দেহটোকহে বুজোঁ তেনেহলে সি এক মায়া, কিয়নো দেহটো অনিত্য, 'মই'ৰ আচল-সত্য হৈছে আত্মাটোহে। গুৰু শঙ্কৰদেৱেও এটা বৰগীতত কৈছে, "মন নিশ্চয় পতন কায়া। তই ৰাম ভজ, তেজি মায়া ॥" আৰু আন এটা বৰগীতত কৈছে,

"অথিৰ জীৱন ধন যৌৱন যায়া। ভকতি বিৰোধী বিষয় সব মায়া॥" পৰমাত্মাই প্ৰকৃতিৰ সংযোগেৰে সৃষ্টি কৰা এই বাস্তৱিক জগতখনেই মায়াৰ কাৰণ যেতিয়া তেওঁৰ সৃষ্টি শক্তিকও 'মায়া' বোলা হয়। অৰ্থাৎ ইন্দ্ৰিয় শক্তি আৰু বোধশক্তিক ভুল লগাই বাস্তৱিক-সত্যৰ পৰা আচল-সত্যক চিনিব নোৱৰা কৰাটোও পৰমাত্মাৰ মায়া। যেনে, মাধৱদেৱে লিখিছে,

"যাহাৰ মায়াৰ অন্ত ব্ৰহ্মা হৰে নাপাৱন্ত হেন হৰি চাতুৰী খেলায়।"

মায়াই জন্মাব পৰা ভুল-ভ্ৰান্তিকও বহুতে মায়া বোলে। যেনে,

"বীণ বৰাগীৰ জীৱন শেহত বীণাৰ প্ৰাণটি পাব।
হয়তো সপোন সফল হ'ব মায়াৰ কুঁৱলী যাব॥
('বীণ বৰাগী', পাৰ্ব্বতীপ্ৰসাদ বৰুৱা)

অৱশ্যে, 'মায়া'ৰ সলনি 'মিছা' ব্যৱহাৰ কৰাটো ভুল। অনিত্য বুজাবলৈকো 'মিছা' ব্যৱহাৰ কৰাটো ভুল।

প্ৰত্যেক ধৰ্ম্মৰ প্ৰধান উদ্দেশ্য হৈছে আত্মা আৰু দেহৰ সম্বন্ধ, আত্মা আৰু পৰমাত্মাৰ সম্বন্ধ, পৰমাত্মা আৰু বাস্তৱিক জগতৰ সম্বন্ধ আদিৰ বিষয়ে তত্ত্ব দাঙি ধৰাটো। এই বিলাকেই আধ্যাত্মিক বিষয়, এইবিলাকৰ জ্ঞানেই পৰম জ্ঞান। যিহেতু এইবিষয়বিলাক অপ্ৰমেয় অৰ্থাৎ ন্যায়-পদ্ধতিৰ সম্পূৰ্ণ অধীন কৰিব নোৱাৰি এইবিলাকৰ বিষয়ে মতভেদ হোৱাটো স্বাভাৱিক। এই মতভেদেই বেলেগ বেলেগ ধৰ্ম্মৰ সৃষ্টি কৰিছে। হিন্দু ধৰ্ম্মৰ মূল মতবিলাক সুন্দৰভাৱে প্ৰকাশ পাইছে গীতাত। অৱশ্যে এইবিলাক বিষয়ে হিন্দু ধৰ্ম্মৰ ভিতৰতে ভিন্ন মত আছে। গীতাৰ মতে,

(৬) আত্মাৰ মুক্তি বা নিৰ্ব্বাণ হয় পৰমাত্মাৰ লগত মিলন হৈ। আত্মাই পৰমাত্মাৰ পিনে কৰা গতিক পৰমগতি বোলে আৰু তাৰ বিপৰীতে অৰ্থাৎ পৰমাত্মাৰপৰা আঁতৰি অহাটোৱেই অধোগতি। পৰমগতি কৰি কৰি পৰমাত্মাৰ লগত বিলীন হোৱা আত্মা আৰু পৰমাত্মাৰ মাজত কোনো পাৰ্থক্য নাথাকে।

**এই পৰমগতিৰ কাৰণে আত্মাই দেহ ধাৰণ কৰে আৰু এটা দেহ বিনাশ হ'লে আন এটা দেহ ধাৰণ কৰিব লগীয়া হয়। এটা দেহৰ মৃত্যু আত্মাৰ কাৰণে দেহান্তৰ মাথোন।**

বহুতে দেহান্তৰকে ভুলভাৱে পুনৰ্জন্ম বোলে। দৰাচলতে আত্মাৰ জন্ম, মৃত্যু নাই যেতিয়া ইয়াৰ পুনৰ্জন্ম অৰ্থহীন। দেহ বিনাশ্য যেতিয়া একেটা দেহৰে আকৌ জন্ম হোৱাটোও অসম্ভৱ। গতিকে পুনৰ্জন্মই দেহ বা আত্মাৰ পুনৰ জন্ম হোৱা বুজাব নোৱাৰে। সচৰাচৰ ব্যৱহৃত পুনৰ্জন্মই আত্মাই এটা দেহ এৰি আন এটা দেহ ধাৰণ কৰাহে বুজায়। এনে দেহান্তৰ এটা বাস্তৱিক ঘটনা নহয় যেতিয়া সি ইন্দ্ৰিয়গম্যও নহয়। যিহেতু ই আত্মাৰহে গতি বিষয়ক সেইকাৰণে ই প্ৰমেয় বা সম্পূৰ্ণৰূপে বোধগম্যও নহয়। যদি কোনোবাই বাস্তৱিক জগতত দেহান্তৰ বা পুনৰ্জন্ম হোৱাটো দেখুৱাবলৈ চেষ্টা কৰে বা আন উপায়েৰে ইয়াক প্ৰমাণ কৰিবলৈ বিচাৰে তেনেহ'লে তেওঁ নিজৰ অজ্ঞতাৰহে পৰিচয় দিয়া হয়।

শঙ্কৰদেৱ আৰু মাধৱদেৱে বৰগীত আদিৰে প্ৰচাৰ কৰিবলৈ বিচৰা ভাগৱতী ধৰ্ম্মই এনে পৰমগতি আৰু মুক্তিৰ পথ এটাকে নিৰ্দ্দেশ কৰে। এই ধৰ্ম্মৰও মূল মন্ত্ৰ ঘাইকৈ ভাগৱত পুৰাণৰ পৰা আহিছে যদিও গীতাত বৰ্ণিত ভক্তি যোগত বৈষ্ণৱ দৰ্শন সুন্দৰভাৱে প্ৰকাশ পাইছে। সেয়েহে গুৰু দুজনাৰ ৰচনাবিলাক বুজিবৰ কাৰণে গীতাৰ মূল কথাবিলাক ভালদৰে জনা উচিত। গুৰু দুজনাৰ বৰগীতৰ প্ৰধান বিষয়-বস্তুও হৈছে ভক্তি পথ আৰু শ্ৰীকৃষ্ণ স্মৰণ।

## গীতাত বৰ্ণিত ভক্তিযোগ

ভক্তি শব্দৰ মূল হৈছে 'ভজ' অৰ্থাৎ ভগৱানৰ সেৱা। সুখ ভোগাদিৰ কামনাবিহীন অপৰিসীম ভগৱৎ প্ৰেমেই ভক্তি। ভক্তি মনপ্ৰাণৰ এক পাৰমাৰ্থিক অৱস্থা, যেতিয়া অন্তৰত ভগৱানৰ প্ৰতি প্ৰেমৰ বাহিৰে আন একো চিন্তা, ভাবনা, কামনা আসক্তি আদি নাথাকে। ভক্তি মানেই হৈছে পৰমাত্মাৰ ওচৰত সম্পূৰ্ণ আত্মসমৰ্পণ। ভক্তিপথৰ মূলমন্ত্ৰ এয়েই যে সকলো সময়তে ভগৱানক ভক্তিপূৰ্ণভাৱে সুঁৱৰি আনৰ লগত পৰমাত্মাৰ গুণাগুণ চৰ্চা, কীৰ্তন কৰি বা সকলো কৰ্ম্ম পৰমাত্মাৰ সেৱাৰ কাৰণেই কৰি অন্তৰক ভক্তিৰে পূৰ্ণ কৰিব পাৰিলেই মুক্তি পোৱা যায়। ভক্তই দেহ-মন-প্ৰাণ সকলো ভগৱানত সঁপি দিয়ে।

গীতাৰ মতে ভক্তিৰ কাৰণে বুদ্ধি বা ব্যাবহাৰিক জ্ঞানৰ প্ৰয়োজন নাই। ব্ৰজৰ গোপিনীসকলৰ দৰে অজ্ঞাতভাৱে ভক্তি কৰিলেও মুক্তি লাভ কৰিব পাৰি। মুক্তি লাভ অৰ্থাৎ পৰমাত্মা-প্ৰাপ্তিৰ নানা পথ হিন্দু ধৰ্মৰ বিভিন্ন শাস্ত্ৰত আছে। ভাগৱত গীতাতো বিভিন্ন পথৰ উল্লেখ আছে। তাৰ এটা পথ হৈছে ভক্তি। এই ভক্তি পথকেই শ্ৰেষ্ঠতম পথ বুলি গীতাত বাৰে বাৰে কৈছে।

যোগিনামপি সৰ্ব্বেষাং মদগতেনান্তৰত্মনা।
শ্ৰদ্ধাবান ভজতে যো মাং স মে যুক্ততমো মতঃ॥

[ ষষ্ঠ অধ্যায, শ্লোক ৪৭ ]

**ভাবাৰ্থঃ** যিজনে শ্ৰদ্ধাবান হৈ মোতেই চিত্ত অৰ্পণ কৰি মোক ভজনা কৰে তেওঁৱেই সকলো যোগীতকৈ শ্ৰেয়।

তেষাং জ্ঞানী নিত্যযুক্ত একভক্তিৰ্বিশিষ্যতে।
প্ৰিয়োহি-জ্ঞানিনোহত্যৰ্থমহং স চ মমপ্ৰিয়ঃ॥

[ সপ্তম অধ্যায, শ্লোক ১৭ ]

**ভাবাৰ্থঃ** যিজন একান্তচিত্তে মোতেই ভক্তিমান সেই জ্ঞানীজনেই শ্ৰেষ্ঠ। কাৰণ মই তেনে জ্ঞানীৰ অত্যন্ত প্ৰিয় আৰু তেওঁও মোৰ প্ৰিয়।

অনন্যচেতাঃ সততং যো মাং স্মৰতি নিত্যশঃ।
তস্যাহং সুলভ পাৰ্থ নিতযুক্তস্য যোগিনঃ॥

[ অষ্টম অধ্যায়, শ্লোক ১৫ ]

ভাবাৰ্থঃ যিজনে আন একো নিচিন্তি নিতৌ সকলো সময়তে মোক স্মৰণ কৰে সেই সমাহিত যোগীৰ মই সুলভ।

পুৰুষ স পৰঃ পাৰ্থ ভক্ত্যাভ্যস্ত্বনন্যয়া।
যস্যান্তঃস্থানি ভূতানি যেন সৰ্ব্বমিদং ততম্॥

[ অষ্টম অধ্যায়, শ্লোক ২২ ]

ভাবাৰ্থঃ সমস্ত প্ৰাণীয়েই যাৰ ভিতৰত অৱস্থিত যি সকলোতে বিয়পি আছে সেই পৰম পুৰুষক কিন্তু অনন্য ভক্তিৰ দ্বাৰা পোৱা যায়।

ভক্ত্যা ত্বনন্যয়া শক্য অহমেবং বিধোহৰ্জ্জুন।
জ্ঞাতুং দ্ৰষ্টুঞ্চ তত্ত্বেন প্ৰবেষ্টুঞ্চ পৰন্তপ॥

[ একাদশ অধ্যায়, শ্লোক ৫৪ ]

ভাবাৰ্থঃ অনন্য ভক্তিৰে মোক এনেদৰে জানিবলৈ, দেখিবলৈ আৰু মোত বিলীন হ'বলৈ সমৰ্থ হ'ব পাৰি।

মাঞ্চ মোহব্যভিচাৰেণ ভক্তিযোগেন সেবতে।
স গুণান সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে॥

[ চতুৰ্দ্দশ অধ্যায়, শ্লোক ২৬ ]

ভাবাৰ্থঃ যি মোক একান্ত ভক্তিৰে সেৱা কৰে তেওঁ ত্ৰিগুণাতীত হৈ ব্ৰহ্মভাব প্ৰাপ্তিৰ যোগ্য হয়।

## অৱতাৰবাদ

ভাগৱতী ধৰ্ম্মৰ এটা বিশেষ বিশ্বাস হৈছে পৰমাত্মাৰ অৱতাৰ। অৱতাৰ শব্দটোৰ মূল 'অৱতৰণ' মানে নামি অহা, সেয়েহে অৱতাৰ মানে নামি অহা জনকে বুজায়। গীতাৰ মতে পৰমাত্মাই সময়ত মনুষ্যৰূপে পৃথিৱীত অৱতাৰ হয়। তেতিয়া এই অৱতাৰতেই পৰমাত্মাৰ মায়া, প্ৰকৃতি, পৰম প্ৰেম আদি বিদ্যমান হয়। নিৰাকাৰ পৰমাত্মাক তেতিয়া ইন্দ্ৰিয়গম্য দেহ ও শক্তি বা বোধগম্য প্ৰকৃতি ও ভগৱৎ প্ৰেমৰ যোগেদি দেখিবলৈ পোৱাটো সম্ভৱপৰ হৈ পৰে। গীতাৰ মতে

যদা যদাহি ধৰ্ম্মস্য গ্লানির্ভবতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মনং সৃজাম্যহম ॥
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে ॥

[ চতুৰ্থ অধ্যায়, শ্লোক ৭, ৮ ]

**ভাবাৰ্থ ঃ** যেতিয়াই ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ উদ্ভৱ হয় তেতিয়া মই নিজকে সৃষ্টি কৰোঁ ( অৰ্থাৎ মই দেহ ধাৰণ কৰোঁ )। সাধু সকলক ৰক্ষা কৰিবলৈ, দুৰ্জ্জনক বিনাশ কৰিবলৈ আৰু ধৰ্ম্ম বিধানৰ বাবে মই যুগে যুগে আবিৰ্ভাব হওঁ।

সেয়েহে পৰমাত্মাৰ স্বৰূপ প্ৰদৰ্শিত হোৱা ব্যক্তি বিশেষক হিন্দু সমাজে ভগৱানৰ অৱতাৰ বুলি গ্ৰহণ কৰে। বিষ্ণু, ৰামচন্দ্ৰ, কৃষ্ণ, বুদ্ধদেৱ, যীশুখৃষ্ট আদি সকলোৱেই আমাৰ কাৰণে অৱতাৰ, কিয়নো তেওঁলোকে প্ৰদৰ্শাই যোৱা সকলো জীৱৰ প্ৰতি প্ৰেম, স্বাৰ্থত্যাগ, অহিংসা আৰু ভগৱৎ প্ৰেম আমি একমাত্ৰ পৰমাত্মাৰ পৰাহে কল্পনা কৰিব পাৰোঁ।

আত্মাৰ দেহান্তৰ আৰু পৰমাত্মাৰ অৱতাৰ এই দুটা বিশ্বাস মানৱ সভ্যতালৈ হিন্দু ঋষি-মুনিসকলৰ বিশেষ অৱদান। এই দুই বিশ্বাসত প্ৰতিফলিত হোৱা

আমাৰ প্ৰাচীন ঋষি-মুনিসকলৰ পৰমজ্ঞানৰ পৰিসৰ দেখি আমি বিস্মিত নহৈ নোৱাৰোঁ। জ্ঞান দৰ্শনত তেওঁলোকে চিৰন্তন আত্মা আৰু পৰমাত্মাৰ অৱতাৰবাদেৰে অমৃতৰ যি অফুৰন্ত ভাণ্ডাৰ সৃষ্টি কৰি গ'ল তাৰপৰা সকলোৱেই হেপাহ নপলোৱাকৈ জ্ঞানামৃত পান কৰিবলৈ সদায় সমৰ্থ হ'ব। এনে হোৱাৰ তিনিটা প্ৰধান কাৰণ প্ৰদৰ্শাব পাৰি।

প্ৰথমেই ই আত্মা আৰু পৰমাত্মাৰ বিশ্বাস অধিকতৰ যুক্তিসঙ্গত কৰিলে। সকলো ধৰ্ম্মতেই আত্মা আৰু পৰমাত্মাৰ বিশ্বাস আছে, কিন্তু প্ৰায় সকলোৱেই 'মই এটা দেহ আৰু মোৰ এটা আত্মা আছে' এই বিশ্বাসতহে গুৰুত্ব দিয়ে আৰু পৰমাত্মা বুলিলে যীশুখৃষ্ট বা মহম্মদ আদিৰ নিচিনা বিশেষ এজনকহে বুজায়। দেহৰ মৃত্যু হ'লে আত্মাৰ কি হয়? আত্মা আৰু পৰমাত্মাৰ সম্বন্ধ কি? আত্মা আৰু দেহৰ সম্বন্ধ কি? আদি প্ৰশ্নৰ যুক্তিসঙ্গত সমিধান এইবিলাক বিশ্বাসৰ পৰা সহজে পাব নোৱাৰি। অৱশ্যে, আত্মা আৰু পৰমাত্মাৰ বিষয়ক সিদ্ধান্ত যুক্তিসঙ্গত পদ্ধতিৰে সম্পূৰ্ণৰূপে প্ৰমাণ কৰিব নোৱাৰি বুলি আমি আগেয়ে উল্লেখ কৰিছোঁ। কিন্তু তাৰপৰা এইটো বুজা অনুচিত যে এইবিলাক বিষয়ে আহৰণ কৰা জ্ঞান যুক্তিসঙ্গত হ'ব নালাগে। উদাহৰণস্বৰূপ 'আত্মা অনাদি আৰু দেহৰ লগতে আত্মাৰ জন্ম' বুলি কৰা উক্তি আমি এই কাৰণেই গ্ৰহণ কৰিব নোৱাৰোঁ যে ই দুটা বিপৰীত অৰ্থ ( অনাদি আৰু জন্ম ) প্ৰকাশ কৰে।

আত্মাৰ যদি মৰণ নাই, আত্মাৰ যদি জন্ম নহয় তেনেহ'লে দেহৰ মৃত্যু হ'লে আত্মাৰ কি হয়? ইয়াৰ যুক্তিসঙ্গত উত্তৰ হৈছে দেহান্তৰ প্ৰাপ্তি। আত্মা অমৰণ, আত্মাৰ জন্ম নাই, আত্মাই দেহধাৰণ কৰে আৰু দেহটোৰ মৃত্যু হ'লে আত্মাৰ দেহান্তৰ প্ৰাপ্তি হয়, আত্মা পৰমাত্মাৰ লগত বিলীন হোৱাটোৱেই মুক্তি আদি বিশ্বাস যুক্তিসঙ্গত বুলি আমি ইয়াকেই ক'ব খুজিছোঁ যে এই-বিলাক বিশ্বাসে আমাক কোনো বিপৰীতাৰ্থ সিদ্ধান্তলৈ নানে। ইয়াৰ দ্বাৰা এইটো বুজা অনুচিত যে আমি যুক্তিসঙ্গত পদ্ধতিৰে এইবিলাক বিশ্বাসত উপনীত হ'ব পাৰোঁ বা এইবিলাকক সম্পূৰ্ণৰূপে জানিব পাৰোঁ। দেহান্তৰ হোৱাটো যুক্তিসঙ্গত কথা কিন্তু দেহান্তৰ যে হয় ঘি অপ্ৰমেয়। আত্মা আৰু

পৰমাত্মা বিৰাজ কৰাটো যুক্তিসঙ্গত কিন্তু আত্মা আৰু পৰমাত্মা যে সঁচাকৈয়ে বিৰাজ কৰিছে সি অপ্ৰমেয়। পৰমাত্মা নিৰাকাৰ, অপ্ৰমেয় কিন্তু তেওঁৰ স্থিতি বা স্থিতিৰ বিশ্বাস যুক্তিসঙ্গত।

দ্বিতীয়তে, পৰমাত্মাৰ অৱতাৰৰ বিশ্বাসে আত্মা আৰু পৰমাত্মাৰ মিলনৰ বিশ্বাসক বোধগম্য কৰি মানৱ শক্তিৰ সাধ্য কৰিলে। যিহেতু অৱতাৰ পৰমাত্মাৰ এক দৃশ্যমান মানৱৰূপ ই ইন্দ্ৰিয়গম্য বা বোধগম্য। অৱতাৰসকলক আমি পৰমাত্মাৰ ওপৰত আৰোপ কৰিব পৰা প্ৰেম, ভক্তি, মায়া আদি সকলো মহিমা থকা ব্যক্তি বিশেষ বুলি ভাবিব পাৰোঁ। বৃন্দাবনৰ গৰখীয়া কৃষ্ণ, অযোধ্যাৰ ৰামচন্দ্ৰ, কপিলাবস্তুৰ বুদ্ধদেৱ, বেথেলহামৰ যীশু খৃষ্ট আৰু সেই সিদিনাৰ শঙ্কৰদেৱতও আমি পৰমাত্মাৰ জীৱন্ত প্ৰকাশ দেখিবলৈ পাওঁ। তেওঁলোকৰ জীৱনে তেওঁলোকৰ পৰম গতি সুফল কৰি আত্মাৰ মুক্তিক আমাৰ বোধগম্য কৰিছে। বহুতে আত্মাৰ পৰমাত্মা প্ৰাপ্তি আৰু অৱতাৰ অৰ্থাৎ পৰমাত্মাৰ মনুষ্যৰূপ ধাৰণ দুয়োটা পৃথক বুলি ধৰে। প্ৰকৃতপক্ষে এই দুয়োটাই আত্মা পৰমাত্মাৰ একে সঙ্গমৰ সহাঁৰি দিয়ে। দুয়োটাকে পৃথক বুলি ভাবিলে কোন অৱতাৰ আৰু কোন পৰমাত্মা প্ৰাপ্ত তাক বিচাৰ কৰা অসম্ভৱ—কৃষ্ণ আৰু ৰাম কিয় অৱতাৰ, ৰামকৃষ্ণ পৰমহংস কিয় অৱতাৰ নহয়, বুদ্ধদেৱ অৱতাৰ নে মুক্তি লাভ কৰা এক আত্মা, শঙ্কৰদেৱ অৱতাৰ নে মহাপুৰুষ, আদি প্ৰশ্নৰ সঠিক উত্তৰ দিয়া অসম্ভৱ। অৱতাৰ আৰু পৰমাত্মা প্ৰাপ্তিক একে বুলি ধৰিলে এনে প্ৰশ্নৰ উদ্ভৱ নহয়। এই দুয়োটাই মানৱাত্মাতে লুকাই থকা পৰমাত্মা আৰু সেই পৰমাত্মাকে উপলব্ধি কৰি আত্মা-পৰমাত্মাৰ মিলন সাধিব পৰা মানুহৰ আধ্যাত্মিক শক্তিৰ পৰিচয় দিয়ে। তৃতীয়তে, দেহান্তৰ প্ৰাপ্তিৰ বিশ্বাসে মানুহক জীৱনটো বেছি স্পষ্ট আৰু সুনিশ্চিতভাৱে কটাবলৈ এটা সুগম পথ দেখুৱাই দিয়ে। মৃত্যু যেতিয়া কেৱল দেহটোৰহে, আত্মাৰ ধাউতি যেতিয়া পৰমাত্মাতহে, মানুহে একান্তচিত্তে সেই পৰমগতিকে উদ্দেশ্যি নিজে বাছি লোৱা এক পথত সদায় আগুৱাই যাব পাৰে। এটা দেহৰ জীৱন কালত যদি সেই মুক্তি লাভ নহয় তেনেহ'লে তাত বিচলিত হ'ব লগীয়া একো নাই, কিয়নো আত্মাৰ যাত্ৰাক দেহৰ মৃত্যুৱে ভেটা দি ৰাখিব নোৱাৰে।

এনে স্পষ্ট দৃষ্টিভঙ্গীয়ে অনাদি অনন্ত কালৰ বিশেষ এক অংশতে সীমাৰদ্ধ এজন মানুহৰ জীৱনটোক এক চিৰন্তন প্ৰৱাহৰ গতিৰ লগত মিলাবলৈ সমৰ্থ কৰে। আন কোনো দাৰ্শনিক তত্ত্বই বা ধৰ্ম্মই জীৱনযাত্ৰাৰ এনে যুক্তিসঙ্গত, গভীৰ ভাবপূৰ্ণ, সাৰ্ব্বজনীন আৰু স্পষ্ট পথ দেখুৱাব পৰা নাই। লগতে অৱতাৰসকলৈ আঙুলিয়াই দি এই পথ আৰু স্পষ্ট কৰা হৈছে।

দেহান্তৰ প্ৰাপ্তি আৰু অৱতাৰবাদক বেলেগ বেলেগ লোকে বেলেগ বেলেগ ধৰণেৰে বুজে। এনে মতভেদ হোৱাৰ প্ৰধান কাৰণ এয়েই যে পৰমাৰ্থ জ্ঞান সম্পূৰ্ণৰূপে জনাটো অসম্ভৱ। এই জ্ঞান বেলেগ বেলেগ ৰূপত বেলেগ বেলেগ দৃষ্টিকোণৰ পৰা দেখিবলৈ পোৱাটো স্বাভাৱিক। অৱশ্যে অজ্ঞতা আৰু অন্ধ বিশ্বাসৰ কাৰণেও কিছুমান মতভেদৰ সৃষ্টি হয়। আমি যদি কেৱল বৃন্দাবনৰ শ্ৰীকৃষ্ণহে আচল অৱতাৰ আৰু আন সকলোৱেই মিছা বুলি ধৰি লওঁ তেনেহ'লে আত্মা ও পৰমাত্মাৰ ব্ৰহ্ম জ্ঞানক এক ঠেক গণ্ডীৰ ভিতৰত আৱদ্ধ কৰিবলৈ বৃথা চেষ্টা কৰাহে হ'ব। শঙ্কৰদেৱহে অৱতাৰ চৈতন্যদেৱ অৱতাৰ নহয় বা শঙ্কৰদেৱ শ্ৰেয় নে চৈতন্যদেৱ শ্ৰেয় আদিৰ তৰ্ক বা যুক্তি অনৰ্থক। সেইদৰে এই মুক্ত আকাশৰ পিনে চাই অসীম এই বিশ্ব-ব্ৰহ্মাণ্ডত যদি কোনোৱে কেৱল চন্দ্ৰ, সূৰ্য্য আৰু গ্ৰহ নক্ষত্ৰবিলাকহে দেখে তেনেহ'লে তেওঁৰ কাৰণে হিন্দু দৰ্শনও অনৰ্থক।

## বৈষ্ণৱ ধৰ্ম্মৰ কথা

গীতাৰ মূল বিষয়-বস্তু সংসাৰ উদ্ধাৰ। গতিকে গীতাত ত্ৰাণকৰ্ত্তা বিষ্ণুৰ মহিমাতে গুৰুত্ব দিয়া হৈছে। শ্ৰীকৃষ্ণ পৰমাত্মাৰ বিষ্ণুৰূপৰ অৱতাৰ। শঙ্কৰদেৱে প্ৰচাৰ কৰা ভাগৱতী অৰ্থাৎ বৈষ্ণৱ ধৰ্ম্মত বিষ্ণু অৱতাৰৰ প্ৰতি ভক্তিযেই মূল মন্ত্ৰ। এই ধৰ্ম্ম অতি প্ৰাচীন। খৃষ্ট জন্মৰ দুশ বছৰ আগৰ ভাৰতত আৰু সীমান্তৱৰ্ত্তী গ্ৰীকসকলৰ মাজত এই ধৰ্ম্ম প্ৰচলিত থকাৰ চিন পোৱা যায়। সেই কালৰ দাক্ষিণাত্য আৰু মধ্য ভাৰতত বাসুদেৱ ও শঙ্কৰ্ষনাক ( শ্ৰীকৃষ্ণ আৰু তেওঁৰ ভায়েক ) অৱতাৰৰূপে ভক্তি প্ৰদৰ্শোৱাৰ

চিন আছে। তক্ষশিলাৰ গ্ৰীক ৰজা এন্টিয়াল্কিদাসৰ ৰাজপ্ৰতিনিধি হেলিয়দৰাচে বেছনগৰত বাসুদেৱৰ অৰ্থে এটা গৰুড় স্তম্ভ সাজিছিল। গ্ৰীক সম্ৰাট দ্বিতীয় কেডফাইছিচে শিৱ অৱতাৰত ভক্তিৰ পৃষ্ঠপোষকতা কৰিছিল।

চতুৰ্থ শতাব্দীৰ আৰম্ভণিৰ পৰা প্ৰায় ষষ্ঠ শতাব্দীৰ মাজ ভাগলৈকে গুপ্তযুগৰ এই কালছোৱাত বৈষ্ণৱ ধৰ্ম্মই ভাৰতত বিশেষ প্ৰাধান্য লাভ কৰে। এই সময়তেই বেলেগ বেলেগ অৱতাৰৰ নামত নানা ধৰণৰ ধুনীয়া ধুনীয়া স্তম্ভ, মূৰ্ত্তি, মন্দিৰ, তোৰণ আদি সজা হৈছিল। ভগৱানৰ প্ৰতি অপৰিসীম ভক্তি আৰু সকলো জীৱৰ প্ৰতি প্ৰেম সমাজত বিশেষ ৰূপে দেখা গৈছিল। আনকি গ্ৰীক পৰ্য্যটক ফাহিয়ানেও ভাৰতীয় লোকৰ ধৰ্ম্মপৰায়ণতা উল্লেখ কৰিছে। বাণৰ হৰ্ষচৰিততো বেলেগ বেলেগ অৱতাৰৰ ভক্ত উল্লেখ কৰিছে। গুপ্ত সম্ৰাটসকলৰ বেছিভাগেই বিষ্ণু ভক্ত আছিল। বাণে ভাগৱতী আৰু পঞ্চৰাত্ৰ (নাৰায়ণ ভক্ত) এই দুটা বৈষ্ণৱপন্থাৰ নাম উল্লেখ কৰিছে। চালুকা ৰজাসকলৰ কেবাজনও বৈষ্ণৱধৰ্ম্মী আছিল।

দাক্ষিণাত্যত, বিশেষকৈ তামিলসকলৰ মাজত, বৈষ্ণৱ ধৰ্ম্ম ষষ্ঠ, সপ্তম আৰু অষ্টম শতাব্দীত বিশেষ বিস্তাৰিত হয়। তামিল দেশৰ **আলৱাৰ** নামে জনাজাত বিষ্ণুভক্ত সকলে বৈষ্ণৱ ধৰ্ম্ম অনুসাৰে আন্তৰিক আৰু উদ্বেগপূৰ্ণভাৱে ভক্তিৰ উচ্ছ্বাস আৰম্ভ কৰে প্ৰায় চাৰি হেজাৰ গীত ৰচনা কৰি। তেতিয়াৰে পৰা ভক্তিমূলক গীত বৈষ্ণৱ সকলৰ এক বিশেষ আহিলা হৈ পৰে। আলৱাৰ সকলৰ পিছত আহে **আচাৰ্য্যসকল**...আচাৰ্য্যসকলে বৈষ্ণৱ দৰ্শন ন্যায়সিদ্ধ কৰে। আচাৰ্য্যসকলৰ ভিতৰত নাথমুনি, যমুনাচাৰ্য্য আৰু ৰামানুজ প্ৰখ্যাত।

ৰামানুজৰ জন্ম হয় মাদ্ৰাজৰ ওচৰৰ এটা ব্ৰাহ্মণ পৰিয়ালত। তেওঁ প্ৰথমে কাঁচী আৰু শ্ৰীৰঙ্গমতে মুখ্য কেন্দ্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰিছিল কিন্তু চোল ৰজাৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি পিছলৈ মহীশূৰ ৰাজ্যত আশ্ৰয় লয়গৈ। ৰামানুজৰ দেহান্তৰ হয় দ্বাদশ শতিকাত। তেওঁ ভক্তিকে মুক্তিৰ পথ বুলি অভিহিত কৰে আৰু **বিশিষ্ট অদ্বৈতবাদ** নামে জনাজাত দাৰ্শনিক তত্ত্ব

প্ৰতিষ্ঠা কৰে। বিশিষ্ট অদ্বৈতবাদৰ মতে জীৱ, জগত (সৃষ্টি) আৰু ঈশ্বৰ (সৃষ্টিকৰ্ত্তা) এই তিনিটাই আচল আৰু পৃথক। মায়া আৰু প্ৰকৃতি একে ঐশ্বৰিক শক্তি। ঈশ্বৰ অৰ্থাৎ পৰমাত্মা জড় আৰু চৈতন্য সকলোৰে পৰম শক্তি। পৰমাত্মা বিশেষ্য আৰু বিশেষণ বুলি অভিহিত দুই উপাদানৰ এক বিশিষ্ট সমাবেশ। এই বিশিষ্ট ঈশ্বৰ অদ্বিতীয় অৰ্থাৎ মাত্ৰ এজনেই কাৰণে ৰামানুজৰ মতবাদক বিশিষ্ট অদ্বৈতবাদ বোলে। ৰামানুজৰ ভক্ত-সকলক **শ্ৰীবৈষ্ণৱ** বুলিছিল। একঈশ্বৰবাদী শঙ্কৰদেৱ আৰু তেওঁৰ সমসাময়িক বৈষ্ণৱ গুৰুসকলে ৰামানুজৰ দাৰ্শনিক অভিব্যক্তিৰ পৰাই উৎপ্ৰেৰণা পাইছিল।

ৰামানুজৰ পিছত ভাৰতৰ প্ৰায় ইমূৰৰ পৰা সিমূৰলৈকে বৈষ্ণৱ জাগৰণ প্ৰৱলভাৱে দেখা দিয়ে। এই জাগৰণে শঙ্কৰী যুগতে ইয়াৰ সৰ্ব্বোচ্চ মানত উপনীত হয়। (বিঃ দ্ৰঃ ডঃ সত্যেন শৰ্ম্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' ত ভাৰতত বৈষ্ণৱ জাগৰণৰ কাৰণ আৰু তাৰ বৈশিষ্ট্যৰ বিষয়ে ভাল আলোচনা আছে)। আজিকালি পৃথিৱীৰ চুকে-কোণে বৈষ্ণৱ ধৰ্ম্মই মূৰ দাঙি উঠা দেখা যায়। **হৰে কৃষ্ণ হৰে ৰাম** বুলি জনাজাত ভাৰতীয় আৰু পশ্চিমীয়া ভক্তসকলে বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি সকলো দেশৰ লোকৰে দৃষ্টি আকৰ্ষণ কৰিছে। এওঁলোক সকলোৱেই চৈতন্যপন্থী। এওঁলোকৰ বিশেষ বিশ্বাস এযেই যে প্ৰেম আৰু ভক্তিৰে গীত গাই গাই বা নাচি নাচি এনে এক পৱিত্ৰ অৱস্থাত উপনীত হ'ব পাৰি যে ভগৱৎ সান্নিধ্য পোৱাটো সম্ভৱপৰ। সেয়েহে আজিকালি দেশ-বিদেশৰ নগৰ-মহানগৰবোৰৰ হাটে-বজাৰে, বিমান কোঠ, আলি-পদুলি আদিত আপোন উলাহেৰে 'হৰে কৃষ্ণ হৰে ৰাম' বুলি গাই গাই নাচি থকা এই ভক্তসকলক দেখিবলৈ পোৱা যায়।

শঙ্কৰদেৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্ম্ম কৃষ্ণ ভক্তি প্ৰধান। তেওঁৰ মূলমন্ত্ৰ— একাগ্ৰচিত্তে শ্ৰীকৃষ্ণ অৱতাৰৰ লীলা ও মহিমা শ্ৰৱণ আৰু কীৰ্ত্তনেৰে ভক্তিত গদগদ হ'ব পাৰিলেই ভগৱান সান্নিধ্য লাভ কৰিব পাৰি। অৱশ্যে, শ্ৰীৰামচন্দ্ৰও একে বিষ্ণুৰে অৱতাৰ কাৰণে শ্ৰীৰামচন্দ্ৰ লীলা আৰু মহিমা গুৰু দুজনাৰ ৰচনাত পোৱা যায়। শঙ্কৰদেৱে দ্বিতীয়বাৰ তীৰ্থভ্ৰমণ কৰিবলৈ

যাওঁতে এদিন ভকতসকলে তেওঁক ৰাম চৰিত্ৰৰ কথা ক'বলৈ খাটিলত তেওঁ ৰামচন্দ্ৰৰ কাহিনী ক'বলৈ ল'লে। কিন্তু ৰামচন্দ্ৰৰ কথা কৈ কৈ তেওঁ অজানিতভাৱে শ্ৰীকৃষ্ণৰ লীলা ক'বলৈ আৰম্ভ কৰিলে। মাধৱদেৱে "ৰাম কথা এৰি কৈকে কিয় গৈলা" বুলি সোঁৱৰায় দিলতহে তেওঁ ৰামায়ণৰ কাহিনী আকৌ ক'বলৈ ল'লে। [ গুৰু চৰিত, পৃঃ ৬/৯ ]।

## শঙ্কৰদেৱৰ বৰগীতৰ বিষয়-বস্তু

ডঃ কাকতি দেৱৰ মতে, 'শঙ্কৰদেৱৰ ৰচিত যিবোৰ গীত এতিয়াও আছে সেই আটাইবোৰেই প্ৰাৰ্থনাসূচক" আৰু ডঃ শৰ্ম্মাৰ মতে,"মহাপুৰুষ শঙ্কৰদেৱৰ যিখিনি বৰগীত প্ৰচলিত আছে সেইবোৰৰ বেছিভাগতেই পাৰমাৰ্থিক তত্ত্ব আৰু সংসাৰৰ প্ৰতি বিৰক্তি ভাব প্ৰকাশ পাইছে।' এই দুবোটা মন্তব্যই উপৰুৱা দৃষ্টি ভঙ্গীৰে কৰা যেন লাগে আৰু এই কেইটা মত মানি লোৱাটো ভুল হ'ব। উদাহৰণ স্বৰূপে আমি আগেয়ে ভাবাৰ্থসহ উল্লেখ কৰা 'শুন শুনৰে, সুৰ বৈৰী প্ৰমাণা...' [ পৃঃ ২০ ] বৰগীতটোত কোনো সংসাৰৰ প্ৰতি বিৰক্তি নাই বা ই প্ৰাৰ্থনাসূচকও নহয়। এনেকুৱা উদাহৰণ আৰু কেবাটাও দিব পাৰি।

যদিও বৰগীতৰ বিষয়-বস্তুৰ কেন্দ্ৰ হৈছে বৈষ্ণৱ ধৰ্ম্ম আৰু শঙ্কৰী মত তথাপি কেৱল সেই মত প্ৰচাৰ কাৰবলৈকে গুৰু দুজনাই বৰগীতবিলাক ৰচিছিল বুলিলে ভুল হ'ব, কিয়নো বহু বৰগীত যে তেওঁলোকৰ ভক্তপ্ৰাণৰ স্বতঃস্ফূৰ্ত প্ৰকাশ তাত সন্দেহ নাই। এই বিলাকত তেওঁলোকৰ স্বকীয় ব্যক্তিত্ব আৰু বিভিন্ন বিষয়ত তেওঁলোকৰ অনুভৱাক্তিও প্ৰতিফলিত হৈছে। সেযেহে শঙ্কৰদেৱৰ বৰগীত আৰু মাধৱদেৱৰ বৰগীতৰ মাজত বিশেষ পাৰ্থক্য দেখা যায়। বিষয়-বস্তুৰ ফালৰ পৰা শঙ্কৰদেৱৰ বৰগীতবিলাক চাৰি ভাগত ভগাব পাৰি—(১) অৱতাৰ লীলা, (২) সংসাৰৰ মায়াজৰী ছিঙি ভক্তিপথ অনুকৰণৰ নিৰ্দেশ, (৩) কৃষ্ণ বিদায়ত ব্ৰজবাসীৰ দুখ, বিৰহ বা তাৰ প্ৰতি কৃষ্ণৰ সমবেদনা আৰু (৪) অন্যান্য বিষয়ক।

অৱতাৰৰ সুন্দৰ ৰূপ মনত লৈয়াই একান্তচিত্তে ভক্তি কৰাটোৱেই মুক্তিলাভৰ পথ। আন বৈষ্ণৱৰ দৰে শঙ্কৰদেৱেও পৰমাত্মাৰ সুন্দৰ ৰূপ দেখিবলৈ পাইছিল বিষ্ণুৰ অৱতাৰ শ্ৰীকৃষ্ণত বা শ্ৰীৰামচন্দ্ৰত। এওঁলোক দুজনা একে বিষ্ণুৰে অৱতাৰ যদিও শঙ্কৰদেৱে শ্ৰীকৃষ্ণৰ সুন্দৰ মূৰ্তিকহে কল্পনা কৰি হৃদয়ত থাপিছিল বুলি বিশ্বাস হয়। শঙ্কৰদেৱে কেৱাটাও বৰগীতত শ্ৰীকৃষ্ণৰ ৰূপ, মহিমা আৰু লীলাৰ বিষয়ে গাইছে। দুই এটাত শ্ৰীৰামচন্দ্ৰৰ অৱতাৰ লীলাও আছে। শ্ৰীকৃষ্ণ বা শ্ৰীৰামচন্দ্ৰৰ ৰূপ, মহিমা বা লীলা বৰ্ণনা কৰিবলৈ গৈ শঙ্কৰদেৱে বৰগীতবিলাকত এনে সৌন্দৰ্য্য সৃষ্টি কৰিছে যে তেওঁৰ মন কেনে সৌন্দৰ্য্যপ্ৰয়াসী আছিল তাক সহজেই বুজিব পাৰি। হৃদয়ত দেখা মধুৰ মুৰাৰি মূৰ্ত্তিৰ সৌন্দৰ্য্যক তেওঁ চকুৰে দেখা বা কল্পনাৰ সৌন্দৰ্য্যৰে বৰ্ণনা কৰিবলৈ চেষ্টা কৰিছে। যাৰ মিচিকিয়া হাঁহিয়ে চন্দ্ৰৰ জ্যোতিকো ম্লান কৰে, কুঁহিপাতৰ দৰে কোমল যাৰ ভৰি, কোটি সূৰুযে উজ্জলোৱা যাৰ শৰীৰ, সেই শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী ৰূপ বৰ্ণনা কৰিবলৈ গৈ তেওঁ সৃষ্টি কৰি গ'ল এক অপূৰ্ব্ব সৌন্দৰ্য্য।

শঙ্কৰদেৱৰ দ্বিতীয়বিধ বৰগীতৰ বিষয় বস্তু হৈছে নাম-কীৰ্ত্তনেৰে নিতে হৰি ভক্তিত মনোনিবেশ। হৰি ভক্তিয়েই মুক্তিৰ একমাত্ৰ পথ আৰু এই হৰি ভক্তি প্ৰদৰ্শনৰ প্ৰধান উপায় হৈছে নিতে হৰি গুণ গাই নাম-কীৰ্ত্তন কৰা। এই হৰি নাম লোৱাৰ বা হৰি ভকতি কৰাৰ প্ৰধান হেঙাৰ হৈছে সংসাৰৰ মায়া-মোহ। পুত্ৰ, কন্যা, পৰিবাৰ, ধন, জন, যৌৱন আদি সংসাৰৰ অনিত্য বস্তুবোৰে যেন সকলোকে ফান্দত পৰা হৰিণাৰ দৰে মায়াপাশত আৱদ্ধ কৰে। সেই মায়াপাশ ছিঙি হৰি ভকতিত নিৰত হ'বলৈকো বিশেষ শক্তিৰ প্ৰয়োজন—এই শকতি বিচাৰি কৰা প্ৰাৰ্থনাও এই বৰগীতবিলাকত আছে। শঙ্কৰদেৱে কেনেদৰে সংসাৰৰ সুখ দুখ দুয়োটাত সমানে ভুগিবলগীয়া হৈছিল আৰু সংসাৰৰ দায়িত্বই তেওঁক কেনেদৰে বিতস্ত কৰিছিল তাক আমি আগেয়ে উল্লেখ কৰিছোঁ। সেয়েহে তেওঁৰ বৰগীতবিলাকত প্ৰকাশ পোৱা সংসাৰৰ প্ৰতি বিৰক্তি ভাব তেওঁৰ ব্যক্তিগত জীৱনৰ অভিজ্ঞতাৰ পৰা জন্মা বুলি ভাবিবৰ কাৰণ আছে। কিন্তু, সংসাৰৰ মায়া যে অতিশয় দুস্তৰা আৰু সেই মায়াই যে সকলোকে মোহ পাশত আৱদ্ধ কৰে তাকে বুজাবলৈহে তেওঁ

সেই বিৰক্তিৰ ভাব প্ৰকাশ কৰা বুলিহে আমাৰ বিশ্বাস। সি যিয়েই নহওক, এনে বিৰক্তিৰ ভাব মাত্ৰ সাতটা বৰগীততহে আছে। পঁয়ত্ৰিছটা'ৰ ভিতৰত সাতটাক 'প্ৰায় বেছি ভাগেই' বুলিবৰ কোনো কাৰণ নাই।

কৃষ্ণই বৃন্দাবন এৰি মথুৰালৈ যোৱাত ব্ৰজৰ নৰ-নাৰীৰ, বিশেষকৈ গোপিনী-সকলৰ, বিৰহ আৰু সেই বিৰহৰ প্ৰতি কৃষ্ণৰ সমবেদনাক বিষয়-বস্তু হিচাপে লৈ শঙ্কৰদেৱে কেবাটাও বৰগীত ৰচিছে। গীতাৰ মতে যিদৰে একাগ্ৰচিত্তে ভগৱানৰ ওচৰত শৰণ লৈ সদায় তেওঁক ভক্তি কৰিলে মানুহে ভগৱৎ-সান্নিধ্য লাভ কৰিব পাৰে সেইদৰে ভগৱানেও সেই ভক্ত সকলৰ মাজতে বিৰাজ কৰে। গীতাৰ নৱম অধ্যায়ত আছে :

যে ভজন্তি তু মাং ভক্ত্যা ময়ি তে তেষু চাপ্যহম

[ শ্লোক ২৯ ]

কৌন্তেয় প্ৰতিজানীহি ন মে ভক্তঃ প্ৰণশ্যতি

[ শ্লোক ৩১ ]

ভাবাৰ্থঃ যিসকলে মোক ভক্তিৰে ভজনা কৰে তেওঁলোকে মোক পায় আৰু তেওঁলোকৰ মাজতে মই থাকোঁ। হে অৰ্জ্জুন তুমি দৃঢ়ভাৱে ক'ব পাৰা যে মোৰ ভক্ত বিনাশ প্ৰাপ্ত নহয়।

ভক্তৰ ধাউতি ভগৱান আৰু ভগৱান বিৰাজ কৰে ভক্তসকলৰ মাজতে। সেয়েহে য'তে ভগৱানৰ প্ৰতি ভক্তি বা ভগৱৎ প্ৰেম দেখা যায় তাতেই ভগৱানৰ স্থিতিও উপলব্ধি কৰিব পৰা যায়। গোপিনীসকলৰ শ্ৰীকৃষ্ণৰ প্ৰতি প্ৰেম আৰু শ্ৰীকৃষ্ণৰ তেওঁলোকৰ ওচৰলৈ যোৱাৰ স্পৃহাত ভক্ত ও ভগৱানৰ এই সম্বন্ধকে স্পষ্ট কৰা হৈছে। এইটোৱেই সখা কৃষ্ণৰ ৰূপ। কুৰুক্ষেত্ৰৰ যুদ্ধক্ষেত্ৰৰ কটাকটি, মৰামৰি, হিংসা-দ্বেষকে দৃশ্যপট হিচাপে লৈ আত্মা-পৰমাত্মাৰ তত্ত্ব বিয়ৰাৰ দৰে গোপিনী সকলৰ বিৰহ আৰু কৃষ্ণৰ সমবেদনাকে আশ্ৰয় কৰি ভক্ত আৰু ভগৱানৰ সম্বন্ধ বৰ্ণনা কৰাটো হিন্দু দাৰ্শনিকৰ

নাটকীয় প্ৰতিভাৰ চিন। বিমূৰ্ত্ত আৰু জটিল কিছুমান বিষয় মানৱীয় আৰু বোধগম্য পৰিস্থিতিৰে বুজোৱাটো হিন্দু শাস্ত্ৰৰ বিশেষ ৰীতি।

ড: ৰাধাকৃষ্ণণে গোপিনী আৰু কৃষ্ণৰ প্ৰেমক ভক্তিৰ বিষয়-বস্তু হিচাপে লোৱাৰ আৰু এটা কাৰণ দিয়ে। তেওঁৰ মতে, 'ভক্তিৰ লগত সংযোজিত বিশেষ গুণ প্ৰেম, নিষ্ঠা, দয়া আৰু কোমলতা সততে পুৰুষতকৈ মহিলাতহে অধিকভাৱে দেখা যায়। যিহেতু ভক্তিয়ে বিনয়, বশ্যতা, সেৱাব্ৰত, সহৃদয়তা আৰু নম্ৰ প্ৰেমত গুৰুত্ব দিয়ে আৰু যিহেতু ভক্তই আত্মসমৰ্পণ কৰিবলৈ, স্বাৰ্থত্যাগ কৰিবলৈ আৰু কাৰ্য্য-পৰাঙ্মুখৰ অভিজ্ঞতা লভিবলৈ হাবিয়াস কৰে, ভক্তিক বেছি নাৰীসুলভ বুলি কোৱা হয়। নাৰীৰ প্ৰকৃতি হৈছে কামনা, কষ্ট সহিষ্ণুতা, আশা আৰু আদৰি লোৱাটো। তেওঁলোকে বিচাৰে সহানুভূতি, দয়া আৰু শান্তি। সকলো জীৱৰ গাতে নাৰী-প্ৰকৃতি আছে। ...প্ৰকৃত নাৰীয়ে নিজৰ সকলো বিসৰ্জ্জন দিয়ে, কিন্তু একো নিবিচাৰে। তেওঁলোকে কেৱল ভাল পাবলৈ আৰু ভালপোৱা পাবলৈ বিচাৰে। ৰাধা এনে সাদৰী আত্মাৰে প্ৰতিমূৰ্ত্তি। ভগৱানৰ ওচৰত ভক্তসকল নাৰীৰ নিচিনা। পৰমাত্মাই একমাত্ৰ পুৰুষ, ব্ৰহ্মাকে আদি কৰি আন সকলো তেওঁৰ লগত বিলীন হ'বলৈ বিচৰা নাৰী।' [ ভাগৱদগীতা, পৃঃ ৬১-৬২ ]

এনে ভক্ত আৰু সখা সম্বন্ধই কৃষ্ণ আৰু ৰাধা বা কৃষ্ণ আৰু গোপিনীসকলৰ সম্বন্ধত প্ৰতিস্ফুট হৈছে। গোপিনীসকলৰ কৃষ্ণৰ প্ৰতি প্ৰেমত কোনো কাম ভাব নাই। আজি-কালিৰ উপন্যাস বা চিনেমাৰ দৰে এই প্ৰেমত কোনো যৌন আৱেদন, কামসূত্ৰ বা শাৰীৰিক প্ৰেম বিনিময়ৰ সঙ্কেত ইয়াত নাই। ইয়াৰ বিষয়-বস্তু হৈছে গোপিনীসকলৰ বিৰহ, কিয়নো, সেই বিৰহৰ মাজেদি তেওঁলোকৰ কৃষ্ণভক্তি আৰু তাকে লৈ তেওঁলোকে পোৱা বিমল আনন্দ প্ৰতিস্ফুট হৈছে। শঙ্কৰদেৱে ৰচা এই বিষয়ৰ বৰগীত কেইটা অতি স্মৰণীয় এইকাৰণেই যে তেওঁ দুটিমান বৰগীতেৰেই এই ভগৱৎ প্ৰেমৰ নিগূঢ় তত্ত্ব বিশেষ মহত্বপূৰ্ণভাৱে ফুটাই তুলিবলৈ সমৰ্থ হৈছে। ভক্তি তত্ত্ব আৰু ভগৱৎ-প্ৰেমৰ স্বৰূপ হিয়াই হিয়াই উপলব্ধি কৰিব পৰা শঙ্কৰদেৱৰ বাদে আন এজনে হয়তো এনে গীত ৰচা অসম্ভৱ।

কৃষ্ণৰ অবিহনে কান্দি ছাটি-ফুটি কৰা বা প্ৰাণ ত্যজিবলৈ ওলোৱা গোপিনী-সকলৰ বিৰহতও তেওঁ এক পৱিত্ৰ আনন্দ প্ৰকাশ কৰিব পাৰিছে। সেইদৰে গোপিনীৰ দুখ শুনি তেওঁলোকৰ ওচৰলৈ যাবলৈ ব্যাকুল হোৱা কৃষ্ণৰ প্ৰেম অনুৰাগৰ মাজেদি ভক্তিৰে ভগৱানৰ কৃপা লাভ কৰিব পৰা গীতাৰ বাণী তেওঁ এই গীত কেইটাত স্পষ্ট কৰিছে। গোপিনীসকলৰ প্ৰেম আৰু তেওঁলোকৰ মাজত বিৰাজ কৰা কৃষ্ণলীলা সঁচাকৈয়ে এক পৱিত্ৰ উলাহ। ই সকলোকে আনন্দত বিভোল কৰিব পৰা এক বিশেষ সৌন্দৰ্য্য কীৰ্ত্তনৰ ৰাস-ক্ৰীড়াত এই সৌন্দৰ্য্য বৰ্ণনা কৰোঁতে শঙ্কৰদেৱে ইয়াক ইন্দ্ৰিয়াসক্ত কৰি ইয়াৰ জ্যোতি কিছু পৰিমাণে ম্লান কৰিছিল কিন্তু তেওঁৰ এই বিষয়ক বৰগীত কেইটাত তেওঁ নিজৰ ভক্তিপ্ৰাণ আৰু কবিপ্ৰাণৰ সুন্দৰ পৰিচয় দিছে। শঙ্কৰদেৱৰ দুই এটা বৰগীতত অন্যান্য বিষয়-বস্তুৰও চিন পোৱা যায়। এইবিলাকৰপৰা এইটো অনুমান কৰিব পাৰি যে অগ্নিত দাহ যোৱা তেওঁৰ বৰগীতবিলাকত অন্যান্য বিষয়-বস্তুও আছিল। তেওঁৰ 'বেসায়ো ভাৰন্তে হাট আউৰ বেলি নাটে' গীতটিত তেওঁ তীৰ্থযাত্ৰা কৰিবলৈ যোৱা সংযাত্ৰীসকলক নিজৰ অভিজ্ঞতাৰপৰা দিয়া পিতৃসুলভ সতৰ্ক বাণীহে আছে। দ্বিতীয় তীৰ্থযাত্ৰাত বাটেদি গৈ থাকোঁতে এজন বেপাৰীক দেখি গোৱা এই গীতটিৰ 'ভাৰত হাটত আছে অনেক দোকানি। নিচিনি কিনিলে পুনু মিলিবে বিধিনি॥' বুলি স্পষ্ট সতৰ্কবাণী প্ৰকাশ কৰিছে। তাৰ পিছত 'ভাৰত হাটত নৰ নাৱ পচি যায়' আদি চতুৰ উক্তিৰে সাধু সঙ্গ ও ৰাম নামৰ অৱতাৰণা কৰিছে।' শঙ্কৰদেৱৰ ই এক বিশেষ প্ৰতিভা যে সকসুৰা বিষয়তও তেওঁ বিশেষ বুদ্ধিমত্তাৰে ভক্তিতত্ত্বক সাঙুৰিব পাৰে। এইবিলাক বিষয়তও গুৰু শঙ্কৰদেৱৰ বাণী সদায়ে অতি স্পষ্ট, বলিষ্ঠ আৰু দৃঢ়।

শঙ্কৰদেৱৰ স্পষ্ট, বলিষ্ঠ আৰু দৃঢ় প্ৰকাশৰ বিশেষ পৰিচয় আমি পাওঁ 'শুন, শুনৰে, সুৰ বৈৰী প্ৰমাণা, নিশাচৰ নাশ নিদানা' গীতটোত, এই গীতটো বিষয়-বস্তু আৰু প্ৰকাশভঙ্গীৰ ফালৰপৰা তেওঁৰ আন বৰগীতবিলাকতকৈ বেলেগ। এই গীতটোত তেওঁ অত্যাচাৰী, অধৰ্ম্মী আৰু অনাচাৰী ৰজা বা পৰাক্ৰমীলোকক ৰাৱণ-বধৰ কাহিনী সোঁৱৰাই সতৰ্ক কৰি দিছে। শঙ্কৰদেৱৰ দৃঢ় বিশ্বাস যে দুষ্টক দমন কৰি শিষ্টক পালনৰ কাৰণেই ভগৱানে

এই জগতত অৱতৰণ কৰে আৰু ইয়াত ধৰ্ম্ম প্ৰতিষ্ঠা কৰে। তেওঁৰ এই বিশ্বাসৰ কাৰণেই তেওঁ অতি সবলভাৱে অধৰ্ম্মীলোকক সাৱধান কৰি দিব পাৰিছে। ধৰ্ম্মত বিশ্বাস বা ভক্তিয়ে মানুহক অহিংসাপৰায়ণ, দয়াবান আৰু কষ্টসহিষ্ণু কৰে। এনে অহিংসা আৰু বিনম্ৰ ব্যৱহাৰ দুৰ্ব্বলতা নহয়, সেইবিলাক সাহসিকতাৰহে পৰিচয়। ধৰ্ম্মত বিশ্বাসেৰে অধৰ্ম্ম আৰু অনাচাৰৰ বিপক্ষে শঙ্কৰদেৱৰ সবল দৃষ্টিভঙ্গী এই গীতটোত প্ৰকাশ পাইছে। এই গীতটোৰ বলিষ্ঠ প্ৰকাশ আৰু তেজস্বী বাণী গীতাৰ 'যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভবতি ভাৰত···' শ্লোকটোৰ দৰেই দৃঢ়, সুনিশ্চিত আৰু ধাৰ্ম্মিক লোকৰ মনত অসীম সাহস যোগাব পৰা। আমি যেনেদৰেই বিচাৰ নকৰোঁ লাগিলে, এই গীতটো যে শঙ্কৰদেৱৰ শ্ৰেষ্ঠ গীতবিলাকৰ ভিতৰত অন্যতম তাত সন্দেহ নাই। দুৰ্জ্জনৰ পৰাজয় আৰু ধৰ্ম্মৰ জয়লাভৰ সঙ্কেত দিবলৈ শঙ্কৰদেৱে গীতত যি ৰাৱণ-বধৰ ভূমিকা উল্লেখিলে সি আজিৰ আধুনিক অসমীয়া গীততো প্ৰতিধ্বনিত হৈছে :

"আহ আহ ওলাই আহ পোহৰ আনোতা
ৰামৰে দেশতে থকা ৰাৱণ বধোঁতে যায় যদি যায়, জীৱনটো য'ক"
(ভূপেন হাজৰিকা)

"সীতা বনবাস কিমান চাবানো, লঙ্কা কাণ্ডহে বঢ়িয়া হ'ব···
শান্তি সীতাক ধৰিছে ৰাৱণে, ৰাৱণ বধৰহে ভাওনা হ'ব।"
(বীৰেন দত্ত)

## মাধৱদেৱৰ বৰগীতৰ বিষয়-বস্তু

শঙ্কৰদেৱৰ বৰগীতত থকা প্ৰধান বিষয়-বস্তুবিলাকৰ উপৰিও মাধৱদেৱৰ বৰগীতত আন কেবাধৰণৰ বিষয়-বস্তু দেখা যায়। বিশেষকৈ মায়া সম্পৰ্কে তেওঁৰ বহুতো বৰগীত আছে আৰু এইবিলাকত তেওঁ মায়াৰ অৰ্থ প্ৰকাশ

কৰিছে শ্ৰীকৃষ্ণৰ শিশু-লীলাৰ সহায়ত। মাধৱদেৱে ভগৱানৰ মায়া আৰু শিশুৰ চাতুৰীৰ বিশেষ সাদৃশ্য দেখে।

আমি আগেয়ে উল্লেখ কৰিছোঁ যে বাস্তৱিক সত্যক আচল সত্য বুলি ভবাটোৱেই হৈছে মায়া। মায়াৰ বিশেষ প্ৰভাৱ এয়েই যে ই সংসাৰৰ অস্থায়ী বস্তুবিলাকক নিত্য বুলি ভবাই তাৰ মোহ পাশত আৱদ্ধ কৰে। এনে মায়াৰ সৃষ্টিকাৰকও হৈছে স্বয়ং ভগৱান। সেয়েহে ভগৱানৰ মায়া বুলিলে পৰমাত্মাৰ মায়া সৃষ্টি কৰিব পৰা শক্তিকে বুজায়। ভগৱানে যেন মায়াৰে মানুহক ছলনা কৰি নিজৰ স্বৰূপ ঢাকিবলৈ চেষ্টা কৰে ঠিক এক শিশুৱে নানা মিছা কথা বা ছলনাৰে সঁচাটো লুকাবলৈ চেষ্টা কৰাৰ দৰেই। সেই চাতুৰীয়ে আনক বিমোৰত পেলায়, ভগৱানৰ মায়াই মানুহক মোহান্ধ কৰাৰ দৰেই। কৃষ্ণৰ চাতুৰীয়ে যশোদা গোৱালীক বিতস্ত কৰি তোলাৰ দৰে ভগৱানৰ মায়াই মানুহৰ হিতাহিত জ্ঞান এষ্ট কৰে। শেষত যশোদাই কৃষ্ণক গৰুৰ পঘাৰে বান্ধি থোৱাৰ দৰে আমিও মায়াত ভোল গৈ পৰমাত্মাকে আমাৰ সংসাৰৰ দুখবিলাকৰ কাৰণ ভাবি তেওঁকেই দোষী সাব্যস্ত কৰোঁ। মাধৱদেৱৰ বাণী তাৰ পিছত সম্পূৰ্ণ স্পষ্ট—যিদৰে শিশুৰ চাতুৰীত থকা নিৰ্মলতাৰ কাৰণে আমি তাৰ হেজাৰ চাতুৰী বা হেজাৰ বিৰক্তিজনক কাৰ্য্য পাহৰি সেই শিশুৰ প্ৰতি মৰম চেনেহ প্ৰদৰ্শাওঁ সেইদৰে ভগৱানৰ মায়াৰ কাৰণে সদায় সাংসাৰিক দুখ-কষ্টত ভুগিলেও ভগৱানৰ প্ৰতি ভক্তি হেৰুৱাব নালাগে।

মায়া আৰু ভক্তিৰ কথা সাধাৰণ মানুহে বুজিবৰ কাৰণে কৃষ্ণৰ শিশু-লীলাৰ দৰে মনোমোহা আন কিবা বিষয়-বস্তু আছে বুলি ধাৰণা নহয়। মাধৱদেৱে যে সৰু সৰু ল'ৰা-ছোৱালীক খুব মৰম কৰিছিল আৰু সিহঁতৰ সৰল প্ৰাণৰ ভাষা বুজি পাইছিল তাত সন্দেহ নাই। তেওঁৰ হাতত কৃষ্ণৰ চাতুৰীবোৰ এনে স্পষ্ট হৈছিল যেন সেইবিলাক আমাৰ চকুৰ আগতে ঘটিছে আৰু আমাৰ লগতে মাধৱদেৱেও যেন সেইবিলাক উপভোগ কৰিছে—

"যাৰ নামে কম্পিয়া অন্তক দূৰ হয়।
সো হৰি কম্পিত ভৈলা যশোৱাৰ ভয় ॥

ঘৰে আনি ধৰিয়া গোৱালী বৰ ৰাগে।
জগতেৰ প্ৰভুক বান্ধিতে লৈলা পাগে ॥
বান্ধিতে যশোৱা গালি পাৰে গোপালেৰে।
কাৰ না দিয়া আছে দুখ ওহি গোকুলৰে ॥ ”

“যাহাৰ মায়াৰ অন্ত ব্ৰহ্মা হৰে নাপাৱন্ত
হেন হৰি চাতুৰী খেলায়।
কহয় মাধৱ প্ৰভু আৰ কিছু নুবুলিয়ো
তোমাৰ জননী দুখ পায় ॥ ”

মাধৱদেৱে ৰচা শিশু-লীলাৰ গীতবিলাকত গায়কে শ্ৰোতাসকলৰ লগত মিলি একেলগে কৃষ্ণৰ মায়া চাতুৰী উপভোগ কৰাৰ বিশেষ প্ৰচেষ্টা আছে। সহজ অথচ শ্ৰুতিমধুৰ ভাষা, সকলোৰে পৰিচিত দৃশ্যপট আৰু তেওঁৰ সৰল কবিপ্ৰাণৰ পৰা হিয়া উবুৰিয়াই ঢালি দিয়া ভক্তিৰ অমিয়াই মাধৱদেৱৰ এনে গীতবিলাক বিশেষ মৰ্ম্মস্পৰ্শী কৰিছে। এই শিশু-লীলাৰ গীতবিলাকে মাধৱদেৱক অসমীয়া জাতীয় জীৱনত অমৰ কৰি ৰাখিব। শিশু-লীলাৰ গীতবিলাকে ইয়াৰ গায়ক, শ্ৰোতা বা পঢ়োঁতাৰ মনত এনে নিৰ্ম্মল আৰু ভক্তিভাব ওপজায় যে মহাপুৰুষ দুজনাৰ ধৰ্ম্মপ্ৰচাৰৰ কাৰ্য্য এই গীত কেইটাই সাৰ্থক কৰিব পাৰে।

শঙ্কৰদেৱৰ দৰে বিষ্ণু অৱতাৰৰ লীলা বৰ্ণাই বৰগীত ৰচাৰ উপৰিও মাধৱদেৱে ভাগৱত বা গীতাৰ কিছুমান নিগূঢ় তত্ত্ব সহজে বুজিব পৰাকৈ ভাঙি তেওঁ কেবাটাও বৰগীত লিখিছে। উদাহৰণ স্বৰূপে তেওঁৰ তলত দিয়া বৰগীতটোত অৱতাৰবাদৰ সাৰমৰ্ম্ম প্ৰকাশ কৰিছে।

হৰি মোৰ এ দীন দয়াল।
কে জানিতে পাৰয় তোমাৰ ঠাকুৰাল ॥
নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সোহি জন্মে জীৱেৰ জনম দূৰ কৰা ॥

সহজে অকৰ্ত্তা কৰ্ম্ম কৰা অপৰ্য্যন্ত।
সোহি কৰ্ম্মে জীৱেৰ কৰ্ম্মৰ কৰা অন্ত ॥
তুমি প্ৰভু নিগু৴ণ গুণেৰ সীমা নাই।
নিগু৴ণ হোৱয় জীৱ সোহি গুণ গাই ॥
কহয় মাধৱ মেৰি ওহি আশা মনে।
সহজ পীৰিতি মাগোঁ তোমাৰ চৰণে ॥

[ গীতাৰ নৱম অধ্যায়ৰ ৮, ৯ শ্লোক দ্ৰষ্টব্য।

**ভাবাৰ্থঃ** পৰমাত্মা তোমাক কোনেও ( সম্পূৰ্ণৰূপে ) জানিব নোৱাৰে। তোমাৰ জন্ম নাই যদিও তুমি জন্ম ধৰা অৰ্থাৎ অৱতাৰ হিচাপে পৃথিৱীত আবিৰ্ভাব হোৱা। সেই অৱতাৰত তুমি জীৱৰ জনম দূৰ কৰা অৰ্থাৎ মুক্তি দিয়া ( কাৰণ সেই অৱতাৰতে ভগৱানক দেখি ভক্তি কৰিলে মানুহৰ মুক্তি হয় )। তুমি অপৰ্য্যন্ত কৰ্ম্ম কৰা ( জন্ম মৃত্যুৰ অধীন প্ৰাণী বা বস্তুৰ সৃষ্টি ) কিন্তু তথাপি তুমি অকৰ্ত্তা কাৰণ সেই কৰ্ম্মই তোমাক আৱদ্ধ কৰিব নোৱাৰে! তোমাৰ গুণৰ সীমা নাই ( ইন্দ্ৰিয় নাই যদিও ইন্দ্ৰিয়ৰ সকলো গুণেই আছে, প্ৰকৃতিৰ সকলো গুণৰেই তেওঁ আধাৰস্বৰূপ ) তথাপি তুমি নিগু৴ণ ( কিয়নো তেওঁ এই গুণবিলাকৰ বশীভূত নহয় )। তোমাৰ গুণ গায়েই মানুহে নিগু৴ণ অৱস্থা অৰ্থাৎ মুক্তি লাভ কৰে। তোমাৰ চৰণত মই ইয়াকেই মাগোঁ যেন তোমাক ভাল নোপোৱাকৈ থাকিব নোৱৰা ( সহজ পীৰিতি ) হওঁ।

নিৰ্গুণ অথচ সগুণ, অকৰ্ত্তা কিন্তু অপৰ্য্যন্ত কাম কৰে আদিৰ নিচিনা বিপৰীতাৰ্থক শব্দেৰে পৰমাত্মাৰ মায়াক বেছি দুৰ্বোধ্য কৰাটো হিন্দু শাস্ত্ৰৰ এক বিশেষ ৰীতি। বহুক্ষেত্ৰত এনে প্ৰকাশে ব্যক্ত কৰিব বিচৰা কথাক বুজিব নোৱৰাহে কৰে আৰু প্ৰকৃত অৰ্থনো কি সেই বিষয়ে মতভেদহে সৃষ্টি কৰে। এনে বিপৰীতাৰ্থক বা দ্ব্যৰ্থবোধক উক্তিৰ আউল গুচাবলৈকে

মাধৱদেৱে দুই চাৰিটা বৰগীত লিখিছে। তেওঁৰ উপৰোক্ত বৰগীতটোৰ কথাখিনি গীতাৰ নৱম অধ্যায়ৰ কেইটামান শ্লোকৰ ভাঙনি মাথোন। গীতাৰ অৱতাৰবাদ, নিত্য অনিত্যৰ বিচাৰ, পাৰমাৰ্থিক তত্ত্ব আদি সহজে বুজিব পৰাকৈ তেওঁ কেবাটাও বৰগীত ৰচিছে। 'তোমাক নজানি দেহক মই বুলি মজিলো এ দুখ ঘোৰে', 'শৰীৰ আতমা মানি সব লোই চোৰ। জ্ঞানী আতমা আৱে হাৰামহি খোৰ।', 'যত দেখো আৱৰি তনয় বিত্তজায়া। আয়া গমন কাৰণ সব মায়া॥' আদি গীতাৰ বাণী মাথোন।

শ্ৰীমন্ত শঙ্কৰদেৱ আছিল এক বিদগ্ধ পণ্ডিত, তেওঁ গীতা, বেদ আদি হিন্দু শাস্ত্ৰবিলাকৰ জ্ঞান সম্পূৰ্ণৰূপে আয়ত্ত কৰিব পাৰিছিল। গীতাৰ আত্মা-পৰমাত্মাৰ নিগূঢ় তত্ত্ববিলাকও তেওঁ ভালদৰে বুজি পাইছিল। এইবিলাক জ্ঞানৰ অধিকাৰী হৈয়েই তেওঁ আত্মজ্ঞৰ এক বিশেষ পৰিপূৰ্ণ অৱস্থা লাভ কৰিবলৈ সমৰ্থ হৈছিল। তত্ত্বদৰ্শী মাধৱদেৱে মহাজ্ঞানী শঙ্কৰদেৱৰ এনে পাণ্ডিত্য আৰু মহৎ আত্মা উপলব্ধি কৰিব পাৰিয়েই তেওঁৰ শৰণাপন্ন হৈছিল। মহাত্মা শ্ৰীমন্ত শঙ্কৰদেৱৰ বুদ্ধিবৃক্ষৰ ছাঁতেই বহি মাধৱদেৱে দিব্যজ্ঞান লভিছিল আৰু ভক্তি জ্ঞানৰ অমৃত পান কৰিছিল। এক প্ৰকাৰে চাবলৈ গলে তেওঁলোক দুজনৰ সম্বন্ধ ৰামকৃষ্ণ পৰমহংস আৰু স্বামী বিবেকানন্দৰ সম্বন্ধৰ নিচিনা। ৰামকৃষ্ণ পৰমহংস আছিল এক মহাত্মা যাৰ আত্মাই মহাজ্ঞানেৰে পৰমাত্মা সান্নিধ্য লাভ কৰিছিল আৰু স্বামী বিবেকানন্দ সেই মহাজ্ঞানৰ পোহৰেৰে দীপ্ত এক অসাধাৰণ ব্যক্তি। বাগ্মীবৰ আৰু সুলেখক স্বামী বিবেকানন্দই নিজৰ অসাধাৰণ প্ৰতিভাৰে ৰামকৃষ্ণৰ জ্ঞানামৃত সকলোৰে মাজত বিলাবলৈ চেষ্টা কৰিছিল। এজন আত্মা-পৰমাত্মাৰ জ্ঞান আয়ত্ত কৰি হোৱা আত্মজ্ঞ আৰু আনজন সেই মহাজ্ঞানেৰে দীপ্ত তাৰ ভাৰবাহী। মাধৱদেৱও শঙ্কৰী জ্ঞানৰ ভাৰবাহী। গুৰুসেৱা আৰু আনলোকক সহযাত্ৰী কৰি লৈ গুৰুৰপৰা পোৱা জ্ঞানৰ অমৃত একেলগে পান কৰাটোৱেই তেওঁৰ তৃপ্তি।

তদুপৰি মাধৱদেৱে যে শঙ্কৰদেৱক শ্ৰীকৃষ্ণৰ অৱতাৰ বুলি দৃঢ় বিশ্বাস কৰিছিল তাত সন্দেহ নাই। ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত ইয়াৰ স্পষ্ট সমিধান

পোৱা যায়, কিয়নো ৰামচৰণ ঠাকুৰে মাধৱদেৱৰ উপদেশতেই এই গুৰুচৰিত লিখিছিল আৰু তাত মাধৱদেৱৰ দৃষ্টিভঙ্গী সন্নিবিষ্ট হৈছে। ৰামচৰণ ঠাকুৰে গুৰুচৰিতখন আৰম্ভ কৰিছে "জয় জয় অনাদি ঈশ্বৰ দেৱহৰি। শঙ্কৰ স্বৰূপে পৃথিৱীতে অৱতৰি॥' বুলি আৰু গুৰুচৰিতৰ পাঠকক বাৰে বাৰে এই কথা সোঁৱৰাইছে যে শঙ্কৰদেৱ শ্ৰীকৃষ্ণৰ অৱতাৰ,কিয়নো শঙ্কৰদেৱৰ জীৱন কাহিনী তেওঁ এই দৃষ্টিকোণৰ পৰাই বৰ্ণাইছে। সেয়েহে পাঠকে যদি শঙ্কৰক শ্ৰীকৃষ্ণৰ অৱতাৰ বুলি মাধৱদেৱ আৰু ৰামচৰণৰ বিশ্বাসক মানি নলয় বা সেই কথা মনৰ পৰা দূৰ কৰে তেনেহ'লে তেওঁ গুৰুচৰিতৰ সোৱাদ পাবলৈ অসমৰ্থ হোৱাটো স্বাভাৱিক। ৰামচৰণৰ এই বিশ্বাস তেওঁৰ মোমায়েক আৰু গুৰু মাধৱদেৱৰ পৰাই পাইছিল বুলি ভাবিবৰ বহুত কাৰণ আছে। শ্ৰীমন্ত শঙ্কৰদেৱক শ্ৰীকৃষ্ণৰ অৱতাৰ বুলি মাধৱদেৱে কৰা বিশ্বাসক খণ্ডাবৰ যুক্তি দিয়াটো অসম্ভৱ। সেইদৰে তেওঁৰ বিশ্বাসক প্ৰমাণ কৰিবলৈ যোৱাটোও বৃথা, কিয়নো, অৱতাৰ এক অপ্ৰমেয় বিষয়। আজি-কালি এক শ্ৰেণীৰ লোকে শঙ্কৰদেৱক শ্ৰীকৃষ্ণৰ অৱতাৰ বুলি প্ৰমাণ কৰিবলৈ যুক্তি দিয়ে আৰু আন এক শ্ৰেণীৰ লোকে মাধৱদেৱ ও ৰামচৰণৰ বিশ্বাস আৰু শঙ্কৰদেৱৰ বিষয়ে তেওঁলোকে কোৱা কিছুমান কথাক 'অলৌকিক' বুলি যুক্তি দিয়ে। এই দুয়োদলে যে যুক্তিতৰ্কৰ ছায়াযুদ্ধহে খেলে তাত সন্দেহ নাই। ইন্দ্ৰিয়ৰে যাক বুজিব নোৱাৰি, যুক্তিৰে যাক চুকি পাব নোৱাৰি তাৰ ইন্দ্ৰিয়গম্য বা বোধগম্য প্ৰমাণ থাকে কেনেকৈ ?

মাধৱদেৱ আৰু ৰামচৰণে শঙ্কৰদেৱক শ্ৰীকৃষ্ণৰ অৱতাৰ বুলি কৰা বিশ্বাস বা সেই বিশ্বাসত ভিত্তি কৰি কোৱা কথাক 'অলৌকিক' আখ্যা দিয়াটো ভুল। যি বিশ্বাসৰ কাৰণে মাধৱদেৱে নিজৰ দেহ মন প্ৰাণ গুৰুৰ চৰণত অৰ্পি কেৱল গুৰু সেৱা কৰিয়েই তেওঁ জীৱন অতিবাহিত কৰিলে আৰু যি বিশ্বাসেৰে অনুপ্ৰাণিত হৈ তেওঁ অপূৰ্ব্ব গীত, নাট, সাহিত্যৰ সৃষ্টি কৰি থৈ গ'ল সেই বিশ্বাসক অলৌকিক বোলাটো দেখিও নেদেখা হোৱা মাথোন।

শঙ্কৰদেৱক শ্ৰীকৃষ্ণৰ অৱতাৰ বুলি ভৱা কাৰণেই মাধৱদেৱে শঙ্কৰদেৱৰ জীৱনৰ ঘটনা কিছুমানৰ লগত শ্ৰীকৃষ্ণৰ জীৱনৰ কোনো কোনো ঘটনাৰ সাদৃশ্য

দেখিছিল। এনেকুৱা ভাব তেওঁৰ দুই এটা বৰগীতত প্ৰকাশ পাইছে। তেওঁ শঙ্কৰদেৱক শ্ৰীকৃষ্ণ আৰু নিজকে ব্ৰজৰ গোপিনী যেন জ্ঞান কৰিছিল। সেয়েহে শঙ্কৰদেৱ বৈকুণ্ঠ প্ৰয়াণ হোৱা বুলি জানি তেওঁৰ অন্তৰক বিৰহৰ যি অগনিয়ে দগ্ধিবলৈ ধৰিলে তাকও তেওঁ তুলনা কৰিছে কৃষ্ণক হেৰুৱাই গোপিনীসকলৰ দুখ বিৰহৰ লগত। শঙ্কৰদেৱ বৈকুণ্ঠ প্ৰয়াণ হোৱাৰ পিছত ৰচা তেওঁৰ এই বৰগীত কেইটাত নিজৰ হৃদয়ৰ গ্লানিৰে অনুভৱ কৰা গোপিনীসকলৰ বিৰহৰ করুণ সুৰ প্ৰকাশ পাইছে। নিজৰ বিশ্বাস আৰু ব্যক্তিগত অভিজ্ঞতাই মাধৱদেৱৰ বেছিভাগ বৰগীতকে আন্তৰিকতাৰে পৰিপূৰ্ণ কৰিছে।

প্ৰাণনাথ নকৰা বঞ্চিত। তোহাৰি বিয়োগ
আগি দহে মোৰ চিত্ত, এ বন্ধু মাধৱ হে।

পতি সুত সুহৃদ সোদৰ বন্ধুজন।
সব সুখ তেজি তেৰি ভজিলো চৰণ ॥

সোহি প্ৰাণনাথ তুহো যাহা কাহা লাগি।
নৰহে জীৱন মেৰি তেৰি লাগি আগি ॥

সৱ তেজি তোমাৰি চৰণ কৈলো আশ।
ভকত বৎসল স্বামী নকৰা নৈৰাশ ॥

বিনে তুহো ৰহব জীৱন নাহি মোই।
তুহো বিনে হামাৰি বান্ধৱ নাহি কোই ॥

হাস্য নিৰীক্ষণ তেৰি মধুৰ আলাপ।
সুমৰি সুমৰি মেৰি মিলে হৃদি তাপ ॥

ধৰণী লুটিয়া গোপী কৰত ক্ৰন্দন।
কহয় মাধৱ গতি নন্দেৰ নন্দন ॥

আলো, মঞি কি কহবো দুখ।
পৰাণ নিগৰে নেদেখিয়া চান্দ মুখ ॥

কত পুণ্যে লভিলো গুণেৰ নিধি শ্যাম।
বঞ্চিয়া নিলেক নিকৰুণ বিধি বাম॥

শ্যাম কানু বিনে মোৰ নাৰহে জীৱন।
হা শ্যাম বুলিতে আকুল কৰে মন॥

দিৱস নাযায় সুখে নাযায় ৰজনী।
চান্দ চন্দন মন্দ পৱন বৈৰিণী॥

কোথা যাওঁ কোথা থাকো কিবা কৰে মন।
কানাইৰ নেওচনি দেওঁ সৱে বন্ধুজন॥

শ্যাম বন্ধু বিনে জীৱনেৰ কিবা কাজ।
বিৰহ অনল জ্বলে হৃদয়ৰ মাজ॥

নজানো দাৰুণ বিধি কি কৰে বিপত্তি।
কহয় মাধৱ ৰাঙ্গাপদে মোৰ গতি॥

মুঠৰ ওপৰত বিষয়-বস্তুৰ ফালৰ পৰা মাধৱদেৱৰ বৰগীতবিলাক ছয় ভাগত ভগাব পাৰি—(১) অৱতাৰ-লীলা, (২) ভক্তিপথ, (৩) বিৰহ-লীলা (৪) মায়া বা মায়া আৰু চাতুৰী (শিশু-লীলাৰ গীতবিলাক এই ভাগত পৰিব) (৫) অৱতাৰবাদ, নিত্য-অনিত্য আদি গীতাসাৰ আৰু (৫) অন্যান্য।

অৱশ্যে, তেওঁৰ কোনো কোনো বৰগীত উপৰোক্ত দুটা বিভাগত অন্তৰ্গত হ'ব পৰাটো স্বাভাৱিক। তেওঁৰ কেইটামান বৰগীত প্ৰথম পাঁচটা বিভাগৰ কোনো এটাতে নপৰে। সেইকাৰণে এইবিলাক অন্যান্য বিষয়ক বুলি ধৰিব পাৰি। এইবিলাক গীতৰ আদি ভাগত বা শেষৰ পিনে হৰি নাম ৰস বা হৰিত শৰণাপন্ন হোৱাৰ নিৰ্দেশ সাঙোৰা হ'লেও এইবিলাকৰ বিষয়-বস্তু দৰাচলতে বেলেগ। উদাহৰণস্বৰূপে, মাধৱদেৱৰ এটি অতি জনপ্ৰিয় আৰু তেওঁৰ শ্ৰেষ্ঠ গীতবিলাকৰ ভিতৰত অন্যতম তলত দিয়া গীতটোত

পুঁৱতি নিশাৰ ব্ৰহ্মমুহূৰ্তত বিৰাজ কৰা সৌন্দৰ্য্যৰহে এক অপূৰ্ব্ব বৰ্ণনা য'ত সেই পৱিত্ৰ মুহূৰ্ত্তৰ ভক্তিপূৰ্ণ পৰিবেশ সুন্দৰৰূপে ফুটি ওলাইছে—

তেজহে কমলাপতি পৰভাতে নিন্দ।
তেৰি চান্দ মুখ পেখো উঠৰে গোবিন্দ ॥
ৰজনী বিদূৰ দিশ ধৱলি বৰণ।
তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ ॥
শতপত্ৰ বিকশিত ভ্ৰমৰ উৰায়।
ব্ৰজবধূ দধি মথে তুৱা গুণ গাই ॥
দাম সুদামে ডাকে তেৰি লৈয়া নাম।
হেৰ দেখ উঠিয়া আসিল বলোৰাম ॥
নন্দ গেল বাথানে গোৱাল গেল পাল।
সুৰভী চাৰিতে লাগে উঠৰে গোপাল ॥
ক্ষীৰ লৱণু লৈয়ো শিঙা বেত বেণু।
সকালে মেলিয়ো বৎস হাম্বালাৱে ধেনু ॥
কহয় মাধৱ মাই কিনো তপসাইলা।
ত্ৰিজগত পতি হৰি ৰাখোৱাল পাইলা ॥

ভাবাৰ্থঃ ৰাতিপুৱাৰ ঘুমটি এৰা, কমলাপতি। তোমাৰ জোন যেন মুখখন চাওঁ উঠা। নিশাৰ অৱসান হ'ল। অন্ধকাৰ ফালি ৰবিৰ কিৰণ উদয় হৈছে আৰু চৌদিশ উজ্বলিছে। শতপত্ৰ বিকশিত হৈছে আৰু ভোমোৰাবিলাকেও উৰিবলৈ আৰম্ভ কৰিছে। ব্ৰজবধূসকলে তোমাৰ গুণ গাই গাই দৈ মথিছে আৰু দাম সুদামে (শ্ৰীকৃষ্ণৰ গোপ বন্ধু) তোমাৰ নাম কৈ মাতিছে। চোৱা বলোৰামও উঠিল, নন্দ খুটিলৈ গ'ল আৰু গোৱালবিলাকও দিহাদিহি গ'ল। সুৰভীক (সৰহকৈ গাখীৰ দিয়া গাই) চৰাব

লাগে নহয়, তুমি উঠা। ক্ষীৰ, মাখন, শিঙা, এচাৰি, বাঁহী লোৱা। গাইবিলাকে কেনেকৈ হেম্বেলিয়াইছে চোৱাচোন, সিহঁতক সোনকালে মেলি দিয়া—মাধৱে কয়, আই তুমিনো কি তপস্যা কৰিছিলা যে ত্ৰিজগতৰ পতি হৰিক গৰখীয়া ৰূপে পালা।

সেইদৰে ১৪ পৃষ্ঠাত দিয়া 'বুঢ়া ভাই হৰিৰ গুণ গাই নাচা...' গীতটোও অন্যান্য বিষয়ক বুলি ধৰিব লাগিব। এই বৰগীতটো অলপ লঘু ৰসত লিখা যেন লাগে। এক লঘু মুহূৰ্ত্তত মাধৱদেৱে প্ৰৌঢ় বয়সৰ মনত লাগি যোৱা বৰ্ণনা দিছে। এই গীতটোৰ শেষৰ "সবেয়ো মৰিব তথাপি বুঢ়াসে আগ' বোলা কথাফাকিয়ে গীতটোৰ আন একো সাৰ তত্ত্ব নথকাটোকে বুজায়। হাতত লাঠী লোৱা আৰু 'লাঠিতে নচলে পাৱ' হোৱা বুঢ়া ভাইক হৰি গুণ গাই নাচিবলৈ কৰা আহ্বানতও এক লঘু ৰসেই প্ৰকাশ পাইছে। এইটো বেছ স্ফূৰ্ত্তিৰ গীত ( যদিহে আপুনিও এনে বুঢ়া ভাই নহয় )। গোটেই ভাৰতৰ বৈষ্ণৱ জাগৰণৰ প্ৰত্যক্ষ জ্ঞান পোৱা মাধৱদেৱে 'ধন্য ধন্য কলিকাল ধন্য নৰতনু ভাল' বৰগীতটোত বৈষ্ণৱ জাগৰণৰ গৌৰৱহে ঘোষণা কৰিছে।

## মাধৱদেৱৰ বৰগীতৰ লক্ষণ

মাধৱদেৱৰ বৰগীতবিলাক বহুপিনৰ পৰা শঙ্কৰদেৱৰ বৰগীততকৈ বেলেগ। শঙ্কৰদেৱৰ প্ৰায়ভাগ বৰগীতৰ শব্দ আৰু ৰচনা তাৰ ভাববিলাকৰ দৰে গধুৰ। মাধৱদেৱে একেধৰণৰ ভাববোৰক বেছি সহজ সৰল অথচ শ্ৰুতিমধুৰ ভাষাত প্ৰকাশ কৰিব পাৰিছিল। উদাহৰণ স্বৰূপে তলত প্ৰায় একে ভাবৰে দুয়োজনৰ একোটা গীত উদ্ধৃত কৰিলোঁ।

**শঙ্কৰদেৱৰ**

**দেখু সখি মধুৰ মূৰুতি হৰি।**
**ধৰি অধৰে পূৰে মুৰুলী ॥**

তনু অভিনৱ ঘন কালা ।
উৰে লুলে কদম্বক মালা ॥
পীত অম্বৰ তড়িত জ্যোতি ।
জ্বলে কম্বুগলে গজমতি ॥
মণি কৌস্তুভ কণ্ঠত লুলে ।
চাৰু শিৰে শিখণ্ডক দোলে ॥
নীল অলক লুলে কপোলে ।
কৰ্ণত মকৰ কুণ্ডল দোলে ॥
ভূজ ৰঞ্জে কঙ্কণ কেয়ূৰে ।
কটিত কনক কিঙ্কিনী ঝুৰে ॥
পদ পঙ্কজে মঞ্জীৰ বোলে ।
কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ বোলে ॥

মাধৱদেৱৰ

মাই হেৰ গোকুল চান্দ আৱে ।
সকল বালক মাজে জিনি নটবৰ সাজে
হাসি ৰসে ভুৱন ভুলাৱে ॥
শ্যাম শৰীৰ পীত পট পৰিলম্বিত
কণ্ঠে কদম্ব মালা লুলে ৰে ।
ৰূপে কোটি মদন মনো মোহন
শিৰে শিখণ্ডক ঢুলে ৰে ॥
ধেনু-পদ ৰেণু তনু কৰে কনক বেণু
লহু লহু পঞ্চম গায় ৰে ।
কটি তট কিঙ্কিণী পাৱে নূপুৰ ধ্বনি
হৰষে হৰষে ধেনু ধায় ৰে ॥

কামুক চান্দ বয়ন ঘন ঘন হেৰত
গোপিনী দৰশন পায়া ৰে।
কহয় মাধৱ হৰি চৰণ শিৰে ধৰি
দীন বৎসল কৰু দায়া ৰে॥

গভীৰ তত্ত্বতো আন্তৰিক অনুভূতি আনিব পৰাটো মাধৱদেৱৰ বিশেষ প্ৰতিভা। এনেহে লাগে যেন মাধৱদেৱৰ বৰগীতবিলাক ভকতিৰ অমৃত সাধাৰণ লোকৰ মাজত বিলাই দিবলৈ কৰা আন্তৰিক প্ৰয়াস। তেওঁ সততে সহজ আৰু ঘৰুৱা কিন্তু শ্ৰুতিমধুৰ শব্দ ব্যৱহাৰ কৰিছে। তেওঁৰ ৰচনাত ব্যৱহাৰ কৰা উপমা আৰু দৃশ্যপটবিলাকও ঘৰুৱা আৰু সাধাৰণ লোকৰ দৃষ্টিগোচৰ হ'ব পৰা। তেওঁৰ স্বকীয় ভাব আৰু অভিব্যক্তি বিলাকত এনে সবল আন্তৰিকতা আছে যে তেওঁৰ বৰগীতবিলাকে সকলোৰে মৰ্ম্মস্পৰ্শ কৰি মনৰ অন্তৰত লুকাই বা সুপ্ত হৈ থকা ভকতিৰ কোমল তন্ত্ৰীবিলাক জগাই তোলে।

গীতিকাৰ হিচাপে মাধৱদেৱে শ্ৰোতাসকলক ভালদৰে জানিছিল। কেনেদৰে আৰু কি ৰসেৰে তেওঁৰ শ্ৰোতাৰ মন জয় কৰিব পাৰি তাৰ কৌশলত তেওঁ বিশেষ প্ৰতিভা দেখুৱাইছে। সেইকাৰণে তেওঁ বৰগীতবিলাকত খুব বেছি গধুৰ ভাব ব্যৱহাৰ কৰা নাছিল। তেওঁৰ অন্যান্য লেখনীত যদিও তেওঁ গভীৰ তত্ত্ব আলোচনা কৰিছিল কিন্তু বৰগীতবিলাকত সৰলভাৱে গীতেৰে বুজাব পৰা বিষয়হে লৈছিল। গীতৰ প্ৰতিক্ৰিয়া যে বীণাৰ ঝঙ্কাৰ এটাৰ দৰে ক্ষিপ্ৰ, প্ৰখৰ আৰু লাহে লাহে অমিয়া বিয়পোৱা তাক তেওঁ ভালদৰে জানিছিল। গীতেৰে অতি সোনকালেই বিস্ময়, প্ৰেম, সমবেদনা, ত্ৰাস আদিৰ ভাব সৃষ্টি কৰি শ্ৰোতাক বিশেষ কাৰ্য্যত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ মনোবল আৰু অনুপ্ৰেৰণা যোগাব পাৰি বুলি জানি তাক তেওঁ বিশেষ কৌশলেৰে প্ৰয়োগ কৰিছিল। শ্ৰীকৃষ্ণক বিষ্ণুৰ এক বিস্ময়কৰ অৱতাৰ হিচাপে প্ৰদৰ্শাবলৈ কৰা প্ৰচেষ্টাত এই কৌশল বিশেষভাৱে প্ৰতিস্ফুট হৈছে।

"অনন্ত ব্ৰহ্মাণ্ডপতি হুইয়া আপুনে।
ধৰিলা লৱনুচোৰা নাম কিবা গুণে॥
ব্ৰহ্মা হৰে আৰাধে যাহাৰ দুই পাৱ।
সে তুমি লৱণ্ মাগা গোৱাৰীৰ ঠাৱ॥
কাল মায়া কাম্পে যাৰ নাম সুমৰণে।
যশোৱাৰ ভয়ে তুমি কাম্পা কি কাৰণে॥"

"জগতেৰ গুৰু, ভাৱ লৈয়া মানৱীৰ।
কান্দিতে আকুল মতি কোলে জননীৰ॥
কহয় মাধৱ দাস বৰ অগিয়ান।
ওহি ভাব সুমৰি ছুটোক মোৰ প্ৰাণ॥"

"যাৰ মায়াপাশে বন্দী ই তিনি ভুৱন।
সো হৰি উড়লে তুমি কয়লি বন্ধন॥
যাৰ নাম লৈলে সুখে তৰে পাপীজন।
সোহি প্ৰভু তোৰ কোলে চাৰি খাইল তন॥"
"যাৰ মায়াপাশে বন্দী ব্ৰহ্মা আদি কৰি।
গোৱালীৰ হাতে বন্দী ভৈলা এনে কৰি॥

এনেকুৱা গীতত গায়কে আহি শ্ৰোতাসকলৰ লগত মিলি একেলগে কৃষ্ণৰ মায়া উপলব্ধি কৰি ভক্তিত নতশিৰ হোৱাৰ বিশেষ প্ৰচেষ্টা দেখা যায়। মাধৱদেৱৰ এইটো বিশেষ গুণ যে গায়ক হিচাপে তেওঁ নিজকে শ্ৰোতাৰ লগত মিলাব পাৰিছিল। এনে প্ৰতীয়মান হয় যে গায়ক হিচাপে তেওঁ শঙ্কৰদেৱৰ দৰে মঞ্চতে থাকিবলৈ নিবিচাৰিছিল, তেওঁ যেন মঞ্চৰ পৰা নামি শ্ৰোতাসকলৰ মাজলৈ আহি তেওঁলোকক তেওঁৰ লৈতে একে ভাবৰ সমভাগী কৰিবলৈ চেষ্টা কৰিছিল।

মাধৱদেৱৰ এটা বিশেষ কৌশল এয়েই যে এপিনে পৰমাত্মাৰ মায়া আৰু চাতুৰী আৰু আনপিনে সেই মায়াত ছাটি-ফুটি কৰা নৰ-নাৰীৰ নিৰপেক্ষ দৰ্শক হিচাপে নিজকে আলগত উপৱিষ্ট কৰাটো। নিলগৰ সেই নিৰপেক্ষ কোণৰ পৰা তেওঁ অতি সৰলভাবে এনে মন্তব্য দিয়ে যে মায়া শক্তিৰ স্বৰূপ আৰু মায়াপাশত আৱদ্ধ হোৱাজনৰ দুৰ্ব্বলতা সুন্দৰভাৱে ব্যক্ত হয়।

সুৰাসুৰে যাৰ পদৰেণু সেৱা কৰে।
পাপী অন্ত্যজাতি যাৰ নাম লৈয়া তৰে॥
কহয় মাধৱ মাই নাবান্ধিয়ো তাৰে।
জগতেৰ গতি হেতু তনয় তোমাৰে॥

যত পাৰা মানে খাৱা পেট ভৰি ভৰি।
দুখীৰ ছৱাল যেন ফুৰা চুৰি কৰি॥
আৱৰ যদি যাৱা তুমি গোৱালীৰ বাড়ী।
তেমনে মাৰিবো হেন গাৱে থাকে খাড়ি॥

কহয় মাধৱ মাই গালি পাৰা কাৰে।
ওহিতো নিয়ন্তা হৰি আতমা সবাৰে॥

"কহয় মাধৱ ঘৰে যাৱা নাৰায়ণ।
ৰাধাই মাৱৰ হাতে দিয়াছে ভূষণ॥"

"শ্যাম সুমধুৰ কোন বিধি নিৰমিল।
দেখি লাজে হৃদি মাজে কাম লুকি দিল॥
কহয় মাধৱ শুন গোৱালেৰ জীৱ।
ওহি শ্যাম গুণনিধি জগতেৰ জীৱ॥

"কহতু মাধৱ দাস নাৰায়ণ
তুৱা পাৱে শৰণ গোসাঁই।
তুমহি অখণ্ডিত জ্ঞান নিৰঞ্জন
ঝুণ্টা কহিতে মুযুৱাই॥"

গীতাৰ মতে ভক্ত চাৰিধৰণৰ—

চতুৰ্ব্বিধা ভজন্তে মাং জনাঃ সুকৃতিনোঽৰ্জ্জুন।
আৰ্ত্তো জিজ্ঞাসুৰৰ্থাৰ্থী জ্ঞানী চ ভৰতৰ্ষভ ॥

[ সপ্তম অধ্যায়, শ্লোক ১৫ ]

ভাবাৰ্থঃ মোক ভজনা কৰা সুকৃতিশালীলোক চাৰি ধৰণৰ—আৰ্ত্ত, জিজ্ঞাসু, অৰ্থাৰ্থী আৰু জ্ঞানী।

যি বিপদ-বিঘিনি বা দুখ-কষ্টত ভুগি ভগৱানৰ শৰণ লয় তেওঁলোক **আৰ্ত্ত**, যি আত্মজ্ঞান' লাভ কৰিবৰ মনেৰে ভগৱানৰ ভক্ত হয় তেওঁলোক **জিজ্ঞাসু**, যি ইহকাল বা পৰলোকত সুখভোগ লাভৰ কাৰণে ভক্ত হয় তেওঁলোক **অৰ্থাৰ্থী** আৰু যিসকলে পৰমাত্মাৰ আচল তত্ত্ব বুজি একমাত্ৰ ভগৱানতেই দেহ-মন-প্ৰাণ সকলো সঁপি দি তেওঁৰ ওচৰতেই ভক্তিমান তেওঁলোক হৈছে **জ্ঞানী**। জ্ঞানী ভক্তই সংসাৰৰ সকলো পৰিত্যাগ কৰে আৰু ভগৱানৰ ভক্তিতেই বা সেই ভক্তি প্ৰচাৰতেই নিবৃত্ত হয়। মাধৱদেৱ এজন জ্ঞানী ভক্ত। তেওঁ কেৱলীয়া হোৱাৰো এয়েই কাৰণ।

মাধৱদেৱে এইটো ভালদৰে জানিছিল যে সৰ্ব্বসাধাৰণক জ্ঞানী ভক্ত কৰিব নোৱাৰি। কৃষ্ণ বা ৰাম অৱতাৰৰ গীত গাই গাই হয়তো লোকক জিজ্ঞাসু কৰিব পৰা যায়। কিন্তু এই দুখ-কষ্টৰে ভৰা মানৱ জীৱনৰ ভয়াৰ্ত্ত মুহূৰ্ত্তত ভকতিৰ অমৃত ঢলাটোক তেওঁ সহজ বুলি ভালদৰে জানিছিল। তেওঁৰ বহু গীতত বাৰে বাৰে কৈছে যে দুখ ভৱ তৰণী বা গৰজি অহা কাল ভুজঙ্গমৰপৰা নিস্তাৰ পাবৰ একমাত্ৰ উপায় হৈছে হৰিৰ চৰণত শৰণ।

"ঈৰিষা, অসূয়া হিংসা পৈশুন্য
নাগুচে এ তিলে তিলে।
তমুক বেঢ়ি তিলে তিলে কৰি
কাল অজগৰে গিলে ॥

ভৈলো অচেতন তোমাৰ চৰণ
বিনে নাই আন গতি ।"

'যমৰ যাতনা শুনিয়া হৃদয়
কম্পিত হৈ গৈলো বৰে ।
তোমাৰ অভয় চৰণে শৰণ
বিনে নাই আন গতি ॥ '

"এ ভৱ আটোপ অৰণ্য মাজে ।
কালব্যাধে মৃগ মাৰিতে সাজে ॥
হামু পশু মায়াজালত বন্দী ।
নাহি নাহি দেখো পলাইতে সন্ধি ॥
কাম ক্ৰোধ কুত্তা কামুৰি খায় ।
বিষয় বিষ লাগি এ জীৱ যায় ॥
... ... ...
... ... ...
কালব্যাধে ধৰি লৈ যায় টানি ।
ৰাখু ৰাখু মোকে শাৰঙ্গপাণি ॥ "

মাধৱদেৱে মৰণৰ শঙ্কাকো বাৰে বাৰে সোঁৱৰাই শ্ৰোতাক আৰ্ত্ত কৰিবলৈ চেষ্টা কৰিছে ।

"কমনে না পেখো মন আপুন মৰণা !
নিশ্চয় চলিতে লাগে যমেৰ কৰণা ॥ "

"ৰে মন সেৱহু হৰিকহু চৰণা
নিকটে দেখহু নিজ মৰণা ।"
"দেখতু দীন জীৱন ক্ষীণ
নিকট ভয়ো মৰণা ।

গোবিন্দ পদ পঙ্কজ বিনা
তাৰেক নাহি আনা ॥”

সুনিশ্চিত মৰণ আৰু যমৰ যাতনাৰ কথা শুনি মানুহৰ হৃদয় কম্পিত হোৱাটো স্বাভাৱিক। চতুৰ মাধৱদেৱে এনেদৰে ভয়াৰ্ত্ত হৃদয়ক হৰিৰ অভয় চৰণত শৰণ লোৱাটো একমাত্ৰ উপায় বুলি ভক্তিপথ প্ৰদৰ্শন কৰে।

মাধৱদেৱৰ ব্যক্তিত্বৰ এক বিশেষ লক্ষণ এই যে প্ৰাকৃতিক সৌন্দৰ্য্য বা তেওঁৰ ইন্দ্ৰিয় জগতত বৰ্ত্তি থকা সকলো সৌন্দৰ্য্যৰ প্ৰতি তেওঁ বিশেষ সচেতন। তেওঁৰ বৰগীতবিলাকত এই বিলাকেৰে তেওঁ অপৰূপ কাব্যিক সৌন্দৰ্য্য সৃষ্টি কৰি গৈছে।—‘মাণিক জলিয়া জলে দুখানি অধৰ,’ ‘যৈচে পঙ্কজ দলগত নীৰ’ (পদুমৰ পাহিত থকা পানী), ‘কমল পত্ৰৰ নীৰ’, ‘প্ৰফুল্লি যৈচে নীলগিৰি শিখৰ’, ‘নিৰমল গগনে তাৰক যৈচে জলকে’, ‘শতপত্ৰ বিকশিত ভ্ৰমৰ উৰায়’, ‘তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ’ আদিয়ে মাধৱদেৱৰ সৌন্দৰ্য্য প্ৰয়াসী মনৰ পৰিচয় দিযে।

সেইদৰে ‘মানুষ অৱতাৰ’ কৃষ্ণৰ সৌন্দৰ্য্য বৰ্ণনা কৰোঁতেও তেওঁ কাব্যিক শক্তিৰে সৌন্দৰ্য্য সৃষ্টি কৰিব পৰা অসাধাৰণ প্ৰতিভাৰ পৰিচয় দিয়ে। ‘সুচান্দ বয়নে ঈষত হাঁসি। নয়ন বাতা উতপল পাসি॥’ ‘মধুৰ বাঁশীৰ স্বৰে অমিয়া ঝুৰয়। পাষাণ দ্ৰৱয় মৃত তৰু মঞ্জৰয়॥’ (মধুৰ বাঁশীৰ সুৰত অমিয়া বয়। শিলও গলে আৰু মৰা গছৰ পৰাও গজালি ওলায়), ‘কোটি গজৰাজ জিনি চলে ধীৰে ধীৰে। কতনা মাধুৰী আছে কলীয়া শৰীৰে॥’ ‘সকলে জগতে বোলে কানাই কলীয়া। ক’লা নহে শ্যামৰূপ ধৰিছে অমিয়া॥’ ‘নয়ন পঙ্কজ পাসি মুখে মনোহৰ হাসি ভ্ৰূয়ুগ মদনৰ ধনু।’, ‘অৰুণ নয়ন নখ অৰুণ বৰণ। অৰুণ অধৰ চাৰু অৰুণ চৰণ॥’, ‘গগনে দেৱতাগণ পৰম হৰিষে। হৰিগুণ গায়া ৰহে কুসুম বৰিষে॥’ আদি কল্পিত ছবিৰে মাধৱদেৱে যি অপূৰ্ব সৌন্দৰ্য্য সৃষ্টি কৰিছে সি আমাক বিস্মিত কৰি ভক্তিত নতশিৰ কৰে।

মাধৱদেৱে তেওঁৰ বেছি ভাগ বৰগীতেই একো একোটা প্ৰসঙ্গত ৰচনা কৰিছিল আৰু কোনো উপলক্ষে গাইছিল। অৱশ্যে, শঙ্কৰদেৱৰ বিষয়েও একে মন্তব্য কৰিব পাৰি। শ্ৰীগৰ্গনাৰায়ণ চৌধুৰী ডাঙৰীয়াই গুৰু দুজনাৰ বৰগীত কিছুমানৰ কোনটো কেতিয়া ৰচনা হৈছিল বা কি নাটকত অন্তৰ্ভুক্ত হৈছিল তাক বৰ্ণনা কৰিছে। অৱশ্যে সকলোবিলাক বৰগীতৰ উপলক্ষ বা প্ৰসঙ্গ অথবা ৰচনাৰ সময় জনা নাযায়। এইবিলাক জানিলে বৰগীতবিলাক আৰু মহাপুৰুষ দুজনাৰ বিষয়ে বহু কথা বুজিব পৰা যাব। তদুপৰি শ্ৰীচৌধুৰীদেৱে তেখেতে কেনেকৈ ক'ৰ পৰা এই সম্ভেদবিলাক গোটালে তাক উল্লেখ কৰা নাই। সেইবিলাকও দিয়া হ'লে তেখেতৰ কথাবিলাক বেছি বিশ্বাসযোগ্য হ'লহেঁতেন। যাহওক বিশেষ সন্দেহৰ কাৰণ নাথাকিলে আমি চৌধুৰীদেৱৰ সম্ভেদকে গ্ৰহণ কৰিব লাগিব। তেখেতৰ মন্তব্যৰপৰা এইটো সুন্দৰভাৱে প্ৰতিস্ফুৰ্ট যে বিশেষ প্ৰসঙ্গ কিছুমানে গীতিকাৰ মাধৱদেৱৰ কোমল তন্ত্ৰীবোৰ আন্দোলিত কৰি তেওঁক গীত ৰচনা কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। কিন্তু সকলো সময়তে মাধৱদেৱৰ প্ৰাণ ভক্তিৰে এনে পৰিপূৰ্ণ আছিল যে তেওঁৰ সকলো ৰচনাতে বা সকলো গীততে ভক্তিৰ অমিয়া নিৰ্জৰি পৰিছিল। তীৰ্থলৈ যাওঁতে হাল বাই থকা খেতিয়কক দেখি ৰচা 'কিৰিষি কৰ আলো মনাই...', জগন্নাথ পুৰীৰ দৌলৰ দুৱাৰমুখত থিয় হৈ গোৱা 'মোকে দেখিয়ো না কেনে আছে জগন্নাথ', পণ্ডিতসকলৰ তৰ্কাতৰ্কি শুনি ৰচা 'শুনলো পণ্ডিত, হৰিপদ সেৱা ৰসে, থিৰ কৰা চিত্ত', শঙ্কৰদেৱৰ জোঁৱায়েক হৰিক চাউদাঙে কাটিবলৈ নিবৰ সময়ত গোৱা 'ভয়ো ভাই সাৱধান। যাৰে নাহি ছুটে প্ৰাণ' আদিয়ে এই কথাৰ সত্যাসত্যতা প্ৰমাণ কৰে।

জীৱন প্ৰসঙ্গ, জীৱন দৰ্শনৰ বোধ আৰু কবিপ্ৰাণৰ অভিব্যক্তিবিলাকৰ কাৰণেই বৰগীতৰ দৰে গীতবিলাক একো একোটা জাতিৰ, একো একোটা যুগৰ গৌৰৱ চিহ্ন। দুৰ্ভাগ্যবশতঃ, গুৰু দুজনাই নিজ কণ্ঠস্বৰত সেই বৰগীত-বিলাকেৰে ঢালি দিয়া অমিয়া আমি আজি শুনিবলৈ অক্ষম। তথাপি তেওঁলোকৰ ভাবপ্ৰৱণ মন আৰু ভক্তিপ্ৰাণেৰে সৃষ্টি কৰি থৈ যোৱা গীতবিলাক আন সুগায়কৰ কণ্ঠেৰেও যি অমিয়া বোৱাই সি যুগে যুগে অসমীয়া হৃদয়ক

আকুল কৰি আহিছে। সেয়েহে বৰগীতবিলাক আমাৰ অতি আপুৰুগীয়া সম্পদ, ই মধ্যযুগৰ অসমীয়া সমাজৰ যুগচিহ্ন।

অৱশ্যে বৰগীতৰ দৰে গীত কেৱল যুগচিহ্নই নহয়। যি গীতৰ কথাত ভক্তি, মায়া আদিৰ দৰে পৰম সত্যই স্পষ্ট সেই গীতও পৰম সত্যৰ দৰেই চিৰন্তন। সেই গীতৰ বাণীয়ে যুগে যুগে মানুহক, উৎপ্ৰেৰণা যোগাব পাৰে আৰু যুগে যুগে মানুহক জীৱন ৰথৰ চকৰি ঘূৰাই যাবলৈ পথ দেখুৱাই দিব পাৰে। এই গীতবিলাকেই যেন আমাৰ ৰথৰ সাৰথি। শঙ্কৰ মাধৱৰ বৰগীত মুক্তিত নিস্পৃহ বা ভক্তি পথত বিশ্বাস কৰা লোকৰ আজিও সহায় আৰু সাৰথি।

## তৃতীয় অধ্যায়

# অতীত মূৰ্ত্ত হোৱা গীত

এতিয়া আহোঁ কুৰি শতিকাৰ অসমীয়া সমাজৰ যুগচিহ্নলৈ। এই শতিকাত জীৱন ৰথৰ চকৰি ঘূৰোৱাৰ শক্তি হৈছে আন্তৰ্জাতিকতা আৰু মানৱপ্ৰেম। পৰিৱৰ্ত্তনৰ কাৰণেই হওক বা আন কাৰণতেই হওক, ভক্তিৰ বাণীয়ে আজিৰ মানুহৰ কৰ্ণপথে গৈ তেওঁলোকৰ মৰ্ম্ম স্পৰ্শ কৰিব নোৱৰাৰ নিচিনা। আজিৰ জগত হৈছে মানৱকেন্দ্ৰিক, আজিৰ যুগৰ মানুহ সচেতন হৈছে মানুহৰ সাধাৰণ অধিকাৰবিলাকৰ প্ৰতি। আজি জাতি. বৰ্ণ, ধনী, দুখীয়া, সুঠাম দেহী, বিকলাঙ্গ বা অঙ্গবিহীন, পুৰুষ নে নাৰী আদিৰ বিচাৰ নকৰাকৈ সকলো লোকৰ কাৰণে মানুহৰ প্ৰাপ্য অধিকাৰবোৰ আহৰণ কৰাটোৱেই আজিৰ যুগ-সচেতনলোকৰ জীৱনৰ মূলমন্ত্ৰ। অসমীয়া সমাজলৈ এই যুগ চেতনা এজনে কেনেদৰে আনিছে তাক জানিবলৈ আমি উনৈছ শ ত্ৰিছ চনৰ ত্ৰিছ অক্টোবৰৰ এটা ঘটনা উল্লেখ কৰা যুগুত হ'ব।

সেইদিনাখন গুৱাহাটীৰ কটন কলেজিয়েট হাইস্কুলৰ ছাত্ৰসকলে দিয়া এখন অভ্যৰ্থনা সভাৰ বিষয়ে বেজবৰুৱাই **মোৰ জীৱন সোঁৱৰণত** এনেদৰে লিখিছে,

> **—ছাত্ৰসকলৰ সভাত এটি অতি কম বয়সীয়া ল'ৰাই ( শিশু বুলিলেই হয় ) হাৰ্ম্মনিয়ামৰ সহায়ত সুন্দৰকৈ এটি গান গাইছিল। মই মুগ্ধ হৈ আসনৰ পৰা উঠি সভাতে ল'ৰাটিৰ গালত**

এটি চুমা খালোঁগৈ। তাহানি কলিকতাত "মাষ্টাৰ মদন" বোলা তেনেকুৱা গান গোৱা ল'ৰা এটিৰ গান শুনিছিলোঁ। আজি অসমীয়া "মাষ্টাৰ মদনক" দেখি বৰ সন্তোষ পালোঁ।—

[ বেজবৰুৱা গ্ৰন্থাৱলী ( প্ৰথম খণ্ড ), পৃঃ ১২৯ ]

কোৱা বাহুল্য যে এই অসমীয়া 'মাষ্টাৰ মদন' আছিল ভূপেন হাজৰিকা, যি যোৱা আঢ়ৈ কুৰি বছৰ অসাধাৰণ প্ৰতিভাৰে গীত, সাহিত্য আৰু কথাছবিৰ সৃষ্টি কৰি অসমীয়া সমাজত অভিনৱ যুগ চেতনাৰ অৱতৰণা কৰিছে। গীতিকাৰ হিচাপে ডক্টৰ হাজৰিকাক কি ভাব প্ৰবাহে আলোড়িত কৰি আহিছে আৰু তেওঁৰ গীতৰ বিষয়-বস্তুবোৰক ফঁহিয়াই চোৱাটোৱেই এই পুথিৰ প্ৰধান উদ্দেশ্য।

এই পুথিৰ আন এটি উদ্দেশ্য হৈছে বিষয়-বস্তুৰ বিচাৰৰ দ্বাৰা হাজৰিকাৰ গীতবিলাক বিভাগ কৰি তেওঁৰ গীতবিলাক একগোট কৰা। এইটো এইখিনিতে স্পষ্ট কৰি দিয়া উচিত হ'ব যে গায়ক গীতিকাৰ হিচাপে বিচাৰ কৰোঁতে আমি হাজৰিকাৰ ব্যক্তিগত জীৱনৰ কেৱল তেওঁৰ গীতত প্ৰভাৱ পেলোৱা দিশ বিলাকতহে দৃষ্টিপাত কৰিম। তেওঁৰ ব্যক্তিগত জীৱন, ব্যক্তিত্ব বা চৰিত্ৰৰ বিচাৰ তেওঁৰ জীৱনী লেখকেহে কৰা উচিত।

এইটোও উল্লেখযোগ্য যে ভূপেন হাজৰিকাই কিছুমান গীত চিনেমাৰ কাৰণে ৰচা। চিনেমাৰ কাহিনীৰ বিশেষ পৰিস্থিতিত খাপ খুৱাবলৈ ৰচা গীতত নিজৰ দৃষ্টিভঙ্গী বা প্ৰতিভা প্ৰকাশ পালেও সেইবিলাক বিশেষ উদ্দেশ্যেৰে লিখা গীত বুলিহে বিচাৰ কৰা উচিত। আনহাতে, তেওঁ কিছুমান গীত প্ৰাণৰ উচটনিত লিখা যিবিলাক তেওঁ পিছলৈ চিনেমাত ব্যৱহাৰ কৰিছে। অৰ্থাৎ চিনেমাত এইবিলাক গীতৰ কাৰণে পৰিস্থিতি সৃষ্টি কৰিছে। এইবিলাক গীতক আমি তেওঁৰ স্বতঃস্ফুট সৃষ্টি বুলিয়েই ধৰিব লাগিব। যাহওক, এই দুবিধ গীতৰ পাৰ্থক্যটো দেখুৱাবৰ কাৰণে আমি প্ৰথম বিধ গীতত কেৱল কথাছবিৰ নামটো উল্লেখ • কৰিছোঁ আৰু দ্বিতীয়বিধ গানৰ কাৰণে '—কথাছবিত দিছে' বুলি উনুকিয়াইছোঁ। কথাছবিবিলাকৰ প্ৰথম

প্ৰদৰ্শনৰ বছৰ অঙ্কৰ কাৰণে প্ৰফুল্ল প্ৰাণ বৰাৰ পুথিখনৰ ওপৰতে নিৰ্ভৰ কৰা হৈছে।

ডক্টৰ হাজৰিকাৰ ঐতিহ্যৰ বিচাৰ কৰিবলৈ যাওঁতে এই কথা মনলৈ আহে যে অসমীয়া সাহিত্যৰ প্ৰায় সকলো বিভাগকে চহকী কৰা সাহিত্যৰথী বেজবৰুৱাই প্ৰৌঢ় বয়সত দিয়া স্নেহ চুম্বনে হাজৰিকাৰ প্ৰাণত ঐতিহ্যৰ হেন্দোলনি তুলি গ'ল। অসমীয়া ভাষাৰে সৌন্দৰ্য্য সৃষ্টি কৰিবৰ কাৰণে তেওঁ আকুল হ'ল। গীত সৃষ্টিৰ কাৰণে তেওঁ প্ৰথম অনুপ্ৰেৰণা পালে বৰগীত আৰু শঙ্কৰ-মাধৱে চহকী কৰি যোৱা ঐতিহ্যপূৰ্ণ অসমীয়া সমাজত প্ৰচলিত আন আন শাস্ত্ৰীয় আৰু লোকগীতৰ ভাব, ভাষা আৰু সুৰৰ পৰা। ন পুৰণি অসমীয়া, ভাৰতীয় আৰু পশ্চিমীয়া সুৰৰ সমন্বয় কৰি তেওঁ অতি কম বয়সৰে পৰা নানা মনোমোহা গীত সৃষ্টি কৰিবলৈ ধৰিলে।

আমি প্ৰথমে তেওঁৰ যি কেইটা গীতত ঐতিহ্য বা অতীত মূৰ্ত্ত হোৱা যেন অনুমান হয় তাক ইয়াত দিলোঁ। এইটো মন কৰিবলগীয়া যে এই গীতবিলাক তেওঁ জীৱনৰ আদি ভাগতে ৰচনা কৰা। এইকেইটাৰ বিষয়-বস্তুৰ ভিতৰত আছে শঙ্কৰদেৱৰ সুৰ সঙ্গীতৰ প্ৰতি বিস্ময়, মণিৰাম-পিয়লীৰ দেশৰ হকে আত্ম বলিদানৰ গৌৰৱোজ্জ্বল কাহিনী, মহাত্মা গান্ধীৰ অহিংসা নীতিৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা আদি। মুঠৰ ওপৰত ডক্টৰ হাজৰিকাই সৃষ্টিকামী শিল্পীৰ জগতত প্ৰথম খোজটো অতি সতৰ্কতাৰে শুদ্ধভাৱে পেলাইছিল। ঐতিহ্যৰ প্ৰতি, অতীতৰ মনীষীৰ স্মৰণীয় সৃষ্টিবিলাকৰ প্ৰতি ভ্ৰূক্ষেপ নকৰাকৈ যে সৃষ্টিশীল শিল্পীৰ জগতে বেছি দূৰ আগ বাঢ়িব নোৱাৰে তাক বহুতেই উপলব্ধি নকৰে।

## কুসুম্বৰ পুত্ৰ

[ এইটো ডক্টৰ হাজৰিকাই ৰচা প্ৰথম গীত। আজি কিছুদিন আগতে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই প্ৰচাৰ কৰা এক সাক্ষাৎ প্ৰসঙ্গত হাজৰিকাই ভুলতে ‘অগ্নি যুগৰ ফিৰিঙতি’ টো তেওঁৰ প্ৰথম গীত বুলি কৈছিল। এই লেখকে অনুসন্ধান কৰি এই গীতটোহে তেওঁৰ প্ৰথম গীত বুলি কৰা সিদ্ধান্তৰ লগত বৰ্ত্তমান ডক্টৰ হাজৰিকা একমত। এই গীতটো তেওঁ স্কুলীয়া ছাত্ৰ হৈ থাকোঁতেই ৰচা। ]

কুসুম্বৰ পুত্ৰ শ্ৰীশঙ্কৰ গুৰুৱে ধৰিছিল নামৰে তান,
নামৰে সুৰতে আনন্দত নাচিছিল পৱিত্ৰ বৰদোৱা থান
মোৰ গুৰু ঐ, পৱিত্ৰ বৰদোৱা থান ॥

অশেষ যাতনা ভুঞ্জিলা শ্ৰীশঙ্কৰ ধৰমৰ নামতে তুমি
সকলো দুখলৈ পিঠি দিলা গুৰু, ধন্য অসম ভূমি
মোৰ গুৰু ঐ, ধন্য অসম ভূমি ॥

নামঘৰ সাজিলা, ৰাইজক থাপিলা একতাৰ আসনত আনি
ভাওনা সোণতে বৰগীত সুৱগা প্ৰচাৰিলা দেৱবাণী
মোৰ গুৰু ঐ, প্ৰচাৰিলা দেৱবাণী ॥

এটুপি দুটুপি চকুলো সৰে মোৰ দুখনি চৰণক পাই
অসমৰ আকাশত দুখৰ ৰোল উঠিছে আজি
শ্ৰীশঙ্কৰ নাই মোৰ গুৰু ঐ, আজি শ্ৰীশঙ্কৰ নাই ॥

[ তেজপুৰ, ১৯৩৭ ]

## বাল্মীকি আশ্ৰম

অ' হৰি, ইখন স্ৰজিলা কিনো শান্তি নিকেতন
বাল্মীকি দেউ বহি আছে যেন হিমাচল ॥

চন্দন বন হালি জালি সুগন্ধি বিলাই
পাৰিজাত হাঁসি মাৰি ভ্ৰমৰ ভুলাই ॥

অ' শিষ্যসৱে পুষ্প আনে আঞ্জোল ভৰিয়া
মৃগ শিশু সঙ্গে নাচে আনন্দ কৰিয়া ॥

অ জ্ঞানৰ বেদীত বহি আছে বাল্মীকি মহান
হংস পাখি কাপ ধৰি ৰচে ৰামায়ণ ॥

[ গুৱাহাটী, ১৯৪৩ ]

## জুই লই নেখেলিবি

শঙ্কৰ মাধৱৰ মহা মহা সৃষ্টিৰে
উজ্জ্বল লুইতৰে পাৰ
কতজনে শলাগিলে অসমীয়া লিখনী
পদ্ম গোঁহাঞি বৰুৱাৰ।
বড়ো, ৰাভা, মিচিঙৰ ৰূপে ৰসে ভৰপূৰ
জীয়া জীয়া আমাৰ ভাষাৰ।
লিখাবোৰ কিয় বাৰু পঢ়ি পঢ়ি
চোৱা নাই পামেগাম বিষ্ণুৰাভাৰ।
আনন্দ, চন্দ্ৰ, ৰজনীকান্ত আৰু
অম্বিকাগিৰিৰ ভাষাৰ

একে ফুলনিতে জানো ফুল
ফুলা নাছিল মফিজ হাজৰিকাৰ ?
আজান ফকীৰ আৰু লক্ষ্মীনাথৰ
একে ধ্যান একেটি আশাৰ।
মোজাম্মিল অনিলো হ'ল একে শৰতৰে
দুটি ফুল, একেটি ভাষাৰ।
উপাধ্যায়, ত্রিপাঠী, আফাজ তমিজ
আৰু কৰ্ম্মকাৰ চাহ বাগিচাৰ ;
অসমীক আঁকোৱালি পাতিছে মনৰ কথা,
ভাষা নৱ অসমীয়াৰ !
বহুতো বঙালী ভাই লুইতৰ পাৰ পাই
হ'ল বান্ধ অসমীয়াৰ,
বুকুখনি উদঙাই ঢালি দিলে অসমে
মৌ জোল স্নেহ নিজৰাৰ
ন বোৱাৰীৰো দেখোঁ প্রাণৰ তৃষ্ণা হয়
পতিগৃহ আপোন কৰাৰ,
বহু যুগ অসমতে থকা কিছু মানুহৰ
দেখোঁ কিয় চাৱনী ঘৃণাৰ !
দূৰণিৰ পৰা আহি যুগ যুগ ধৰিও
অসমীক মাতৃ নোবোলাৰ,
কথা শুনি কিনো ক'ব সুন্দৰ আতমাই
জ্যোতি আগৰৱালাৰ ?
কবীন্দ্র ৰবীন্দ্র আৰু আচাৰ্য্য ৰায়
অন্নদাশঙ্কৰ আৰু সুনীতি কুমাৰ,
এওঁলোকে জানে দেখোঁ ঐতিহ্য মহান
আমাৰ মাতৃ ভাষাৰ।

[ 'মৃত্যু কথা' গীত চাওক ]

## চেনেহৰ অকণি বীৰ

[ এই গীতটো গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ অকণমাণিৰ মেলৰ আৰম্ভণী গীত হিচাপে ১৯৪৮ চনৰে পৰা শুনিবলৈ পোৱা গৈছিল। ]

আলফুলীয়া কুমলীয়া চেনেহৰ অকণি বীৰ
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ।
তোমাৰে দেশৰ বীৰ লাচিতে
শতৰু কৰি চিৰাচিৰ
সুজলা সুফলা পূৰ্ব্ব ভাৰতীৰ
উজ্বলাই ৰাখিলে শিৰ।

ভাৰতে পূজিলে শিশু শঙ্কৰৰ
কোমল কৱিতা লিখনীৰ
তুমিও ৰচিবা এটি দুটি আখেৰেৰে
সৰু ভাব অকণি মনৰ
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ।

পৰাধীনতা দেখি শিশু কুশলৰ
বইছিল তপত ৰুধিৰ
দেশৰ কাৰণে সেয়ে
হিয়া ফালি তেজ দিলে
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ!

পুৱাৰ সূৰুযৰ নতুন সৃষ্টি তুমি
উজ্বলাই তোলা ধৰণীৰ
তুমি ৰুদ্ৰ মূৰ্ত্তি ধৰি
নাশিব লাগিব
অবিচাৰ শোষণকাৰীৰ
অ' মোৰ চেনেহৰ অকণি অকণি বীৰ!

শোষণ মুক্ত কৰি পূৰ্ব্ব ভাৰতীৰ
উজ্জলাই ৰাখিবা শিৰ
অ’ মোৰ চেনেহৰ অকণি অকণি বীৰ।

[ গুৱাহাটী, ১৯৪৮ ]

## উজাই বুৰে দিলে

উজাই বুৰে দিলে শিহু কি ঘৰিয়াল
ভটিয়াই বুৰিলে মাছে
অসমীৰ মুখতে হাঁহি নাইকিয়া
মাথোঁ চকুপানী মচে।
তাঁতীৰে কাপোৰে জগতখন জুৰিলে
তথাপি তাঁতীৰ গা উদি
ডা-ডাঙৰীয়াই দেশকে ঠগিলে
কৰিনো কতনা বুধি।
চাব দিয়া গাখীৰত মোলান পৰিলে
সোন্দাকল মৰহি চম্পাকল মৰহি গ’ল।
খেনোৱে সোণৰে সিংহাসন সাজিছে
খেনোৱে ভোকতে খেনোৱে শোকতে ৰ’ল।
ঐৰাৱত গোসাঁইকে মতলীয়া কৰি
খেদিলা ৰাইজৰ ফালে
বলিয়া হাতীকো বলাব পাৰিবা
ৰাইজ একগোট হ’লে।
ডা-ডাঙৰীয়াক
কাৰৌকৈ মাতিছোঁ

ৰাইজৰ বিলৈখন চোৱা
ৰাইজৰ বলতে
তুমি বৰ্ত্তি আছা
কেনেকৈ পাহৰি যোৱা।
লুইতক ভেটা দি কিমান দিন ৰাখিবা
ভেটাকো চেৰায়ে ব'ব
কোনোবা কাহানিৰ কলীয়া এলান্ধু
ধুমুহাই সাৱটি থ'ব।
[ কথাছবি : পিয়লী ফুকন ( ১৯৫৫ ) ]

কিনো দিন পৰিলে আজি

ৰমকে জমকে আছিল মোৰ অসমী
সোণৰ কপৌ ফুলে পিন্ধি
সিংখাপ পিন্ধি লৈ জেতুকাৰ বোলেৰে
হাত ৰঙচুৱা কৰি।
কিনো দিন পৰিলে আজি ?

ক'লৈ গ'ল ৰঙচঙ ক'তনো সিংখাপ
গলৰ শিলিখাৰে মণি ;
বদন, পূৰ্ণানন্দে শতৰু শালিলে
মানৰূপ অসুৰক আনি
কিনো দিন পৰিলে আজি ?

আমাৰে মজিয়াত শগুন বগুৰাই
খায় মৰা শ টানি

জয়াৰে দ'লতে ফেঁচাই কুকলিয়াই
অসমৰ যাতনা দেখি,
কিনো দিন পৰিলে আজি ?

কোম্পানী আহিলে মুখত হাঁহি লৈ
এখন্তেক বহোঁ দেই বুলি
বহিব পাই তেওঁ বৰ ঘৰ সোমালে
শেলেৰে বুকুতে হানি
কিনো দিন পৰিলে আজি ?

স্বাধীন অসমীৰ ডিঙিতে আঁৰিলে
লোহাৰ শিকলিৰে মণি
কোন ক'ত আছা অসমীৰ বুকুতে
মোকলাই আনাহি ভাঙি ।
কিনো দিন পৰিলে আজি ?

পানী টোপে টোপে পৰে মোৰ চকুলো
বুকুত তুঁহে জুই জ্বলি
তুঁহ জুইকুৰা তেজেৰে জ্বলোৱা
অসমী উঠিব হাঁহি ।
কিনো দিন পৰিলে আজি ?

[ কথাছবি : পিয়লী ফুকন ( ১৯৫৫ ) ]

## অ' মোৰ ভৈয়াই

অ' মোৰ ভৈয়াই, অ' মোৰ ভনীটি
পুৰণি অসমৰ আকাশখনি
গৌৰৱৰ পোহৰ ঐ ৰমকে জমকে
সোণালী সকবৰ তৰা জিলিকে
লাৱণী মিচিকি হাঁহিটি চমকে
হায় হায় হায়, হায় হায় আজি নাই।

সিখন আকাশত কলীয়া ডাৱৰে
চাৰিওফালকে আৱৰি ধৰিলে
পোহৰ জিলিকনি নোহোৱা কৰিলে
হায় হায় হায়, হায় হায় আজি নাই।

পুৰণি মূলাৰে সাহ নাইকিয়া
ৰাধিকা জয়াৰে ধৰম বিনন্দীয়া
নোহোৱা কৰিলে কিহে ?
শৰাইৰে ঘাটতে শতৰুক খেদিলে
লাচিতৰ হেংদান পিচলি পৰিলে
ধৰৌতা নৰ'লে কোনো মোৰ ভৈয়াই ঐ
ধৰৌতা নৰ'লে কোনো।

[ গুৱাহাটী, ১৯৪৬ ]

## পিয়লী

পিয়লী ; পিয়লী !  ক'তনো লুকালি
মুকুতি যুঁজৰ সেনাপতি ?
পৰ্ব্বতৰ শিখৰতে ভৈয়ামৰ নামনিতে
দেশৰ ল'ৰা বুঢ়াই উচুপিছে দিনে ৰাতি
আমাৰ পিয়লী বোপাটিৰ নাভাঙিলে কাল ঘুমটি
মৰণে ল'লে সাৱটি

দেশৰ আকাশতে জুইৰে আঁকিলে স্বাধীনতা হাতীপটি
পিয়লীক সুঁৱৰি দিখৌ নৈ থমকে চকুপানী টকি টকি
মুকুতিৰে শিখা ৰাইজে জ্বলাব
পিয়লীৰ থাপনা পাতি
মুকুতি যুঁজৰ সেনাপতি।

[ কথাছবি : পিয়লী ফুকন ]

## মণিৰাম দেৱানৰ গীত

ফেঁচুৱে কৰিলে ছিঁউ, মোৰ দেউতা
ফেঁচুৱে কৰিলে ছিঁউ।
মণিৰাম দেৱানক ফাঁচী দি মাৰিলে
আকাশে উৰি গ'ল জীউ ॥
মণিৰামক মাৰিলে আঁৰ কাপোৰ তৰিলে
ওপৰে বগালে চিলা
মণিৰামৰ কামে কাজ কৰিব লাগিলে
আজি হাতে হাতে মিলা ॥

এ চান্দও লৰিছে, সূৰুযও লৰিছে
লৰিল বসুমতী আই।
এ বাৰপাল বনুৱাই খেদিব লাগিছে
মণিৰামৰ কিনো বিজাই ?
আজি কি বাৰে গুৰু বৃহস্পতি
কালি কি বাৰে শুকুৰ।
মণিৰাম দেৱানৰ অমঙ্গল মিলিল ঐ
চালতে বগালে কুকুৰ ॥
হে বৈনো বৈ কান্দিলে বৃন্দাবনী গাভৰু
তামৰ ঘৰৰ মুধলৈ চায়।
তামৰ ঘৰত আছে দেও সমিধান দিয়া আই
কোনে নিলে মণিৰামৰ ছাই ?
এ চম্পাৱতী আইদেউৰ সেন্দূৰ মচে খালে
ঘনে সোঁহাত লৰে।
কাউৰীয়ে ৰমলিয়াই ফেঁচাই কুৰুলিয়াই
সপোনত আগ দাঁত লৰে ॥

[ কথাছবি : মণিৰাম দেৱান ( ১৯৬৩ ) ]

## কালজয়ী মণিৰাম

কালজয়ী, মৃত্যুঞ্জয়ী কালজয়ী মণিৰাম
তোৰ মৃত্যুৱে আজি
ঘৰে ঘৰে কৰে
মুক্তি যুঁজৰ আহ্বান।
ই জ্যোতিৰ কৰিব আৱনা
হ'ব এন্ধাৰও অৱসান।

অসমীৰ অতীতৰ ফিৰিঙতি তই
আজিৰ অগনিৰ প্ৰাণ
বাইজৰ সাহসক উদগাই দে তই
হওক সৃষ্টি অবিৰাম
কালজয়ী মণিৰাম দেৱান ॥

[ কথাছবি : মণিৰাম দেৱান ( ১৯৬৩ ) ]

## নৱ মল্লিকাৰ হেপাহ

নৱ মল্লিকাৰ হেপাহ জানো পলাব
মালিনী নৈতে ৰূপ চাই, চাই ?
শকুন্তলা আইৰ জানো দেহাটি শীতলিব
পদুমৰে পৰশন পাই, পাই ?
দেহা ভঙ্গিমাৰে বিৰহণী কিনো দিম
দেখিয়েই ভাষাটি হেৰায় ।
হংসগামিনী সখি
বন মৃগ নয়না
খোজে পতি পদুম ফুলায়, ফুলায় ।
ময়ূৰ পংখী ৰূপী
সপোনৰে ৰংবোৰে
হাঁহিটিত শেৱালি সৰায়
ভ্ৰমৰ গুঞ্জন ধ্বনি
শুনা যদি সখি তুমি
নাযাবা লৰবি পলাই, পলাই ।

[ কথাছবি : শকুন্তলা (১৯৬১) ]

## পিতৃ গৃহ ত্যাগি

পিতৃ গৃহ ত্যাগি আই মোৰ
পতি গৃহে যায়
দুই পাৱ চলে যদি
এক পিছুৱায়।
মৃগ শিশুটিয়ে আই তোক
এৰিকে নিদিয়ে
পিতৃ আৰু সখি দ্বয়ে
কোন সতে এৰে ?

ঐশ্বৰ্য্যৰ সাগৰ পাৱ নৃপতিৰ ঘৰে
তথাপি কিসতে আজি মালিনী নৈ এৰে ?
ময়ূৰ পংখী নাও তই
কন্যাক ক'লৈ কাঢ়ি নিয় ?
পত্ৰবিহীন বৃক্ষক কিয়
সঁহাৰি নিদিয় ?
দিগন্ত ঢাকিলে অন্ত হিন্দুৰ সম্ৰাই
তপোবনৰ গীতিকাৰেও প্ৰকাশ হেৰুৱায়।

[ কথাছবি : শকুন্তলা ( ১৯৬১ ) ]

## অলৌগুটি তলৌগুটি

অলৌগুটি তলৌগুটি
কোন ক'ত লটি ঘটি
কচুপাতৰ লাই
যিহাতে আঙঠি নাই
সেইহাতে কেনেকৈ পায়? ঐ ৰাম
কেনেকৈ পায়?

ৰৌ, কুড়ি, চেনী পুঠি
চিতলৰে কোলঠি
লগতে শাক লফা নাই
কি ক'ত বিচাৰি গৈ
কোনে হাবাথুৰি খায়? ঐ ৰাম
কোনে হাবাথুৰি খায়?
মৎস্য কন্যা এহি, ঐ ৰাম
আঙঠি হেৰুৱালে, ঐ ৰাম
পানী তুলিবলৈ গৈ, ঐ ৰাম
পানী তুলিবলৈ গৈ।
চিকমিক আঙঠি, ঐ ৰাম
দৰিদ্ৰ জনৰে, ঐ ৰাম
গৃহ উজ্জলালে গৈ, ঐ ৰাম
গৃহ উজ্জলালে গৈ।

কোন ক'ত আঁছা
সোণৰে সদাগৰ?

দৰ দাম কৰাহি চাই
সোণাৰী শালতে বহি
শিলৰে পাটতে ঘঁহি
সোণৰ আঙঠি কিনা
নাপাবা ছুনাই।

[ কথাছবি : শকুন্তলা ( ১৯৬১ ) ]

## প্ৰথম প্ৰহৰ ৰাত্ৰি

প্ৰথম প্ৰহৰ ৰাত্ৰি ফুলি আছিল চম্পা।
শুনা সখি শকুন্তলা তুলি বান্ধা খোপা॥

দ্বিতীয় প্ৰহৰ ৰাত্ৰি ফুলি আছিল তগৰ।
শুনা সখি ৰূপৱতী নধৰা জগৰ॥

তৃতীয় প্ৰহৰ ৰাত্ৰি ফুলিলে শেৱালি।
কেতেকীয়েও তোমাৰ হিয়াত পৰাগ দিলে ঢালি॥
আইদেউৰে গালৈকে চাবকে নোৱাৰি।
হীৰা কি মুকুতা জ্বলে ধৰিব নোৱাৰি॥

ষষ্ঠ প্ৰহৰ ৰাত্ৰি ফুলি আছিল যূতি।
তোমাৰ স্বামী দুষ্মন্তকে আজি কৰা স্তুতি॥

[ কথাছবি : শকুন্তলা ( ১৯৬১ ) ]

## শিশু ভৰত

বনৰে পখিটি !
তোমাৰ লগৰীয়া আমাৰে জোনটি
পদুমৰে কলিটি !
তোমাৰ লগৰীয়া আমাৰে জোনটি, সোণটি !
অ' অ' জোনটি

আমাৰ তপোবনৰ ধুনীয়া ধনটি, সোণটি !
তুমি শকুন্তলাৰ হিয়াৰ মাণিক
জিলমিল জিলমিল কৰা
জননীৰে মনৰ আকাশ উজ্বলোৱা ধ্রুৱতৰা
নোপোৱাৰে বেদনাৰ
এন্ধাৰ পঁজাত তুমিয়েই বন্তি ।

পদুমৰে মধু দিলোঁ
আৰু দিলোঁ ক্ষীৰ কামধেনুৰ
তিলক দিলোঁ চন্দনৰ
আৰু দিলোঁ ৰহণ ৰামধনুৰ
আমাৰ শত মৰম দিলোঁ
দিনে দিনে তুমি বাঢ়া
মানৱৰে দুখ নাশি
পৃথিৱী মহান কৰা ।
ইতিহাসৰ
পাতে পাতে
যুগমীয়া হওক তোমাৰে নামটি !
আমাৰ তপোবনৰ ধুনীয়া ধনটি !

[ কথাছবি : শকুন্তলা (১৯৬১) ]

## বিৰাজে কি সাজে

বিৰাজে কি সাজে
প্ৰকৃতিৰে জীয়ৰী
জোনক দেখি হাঁসে সখি নিজকে পাহৰি।

শোক তাপ নিৰানন্দৰ আজি পৰিল অন্ত।
ৰঙে ৰঙে ভৰিল আজি মনৰে দিগন্ত ॥

শকুন্তলা দুষ্মন্তৰে মনত আজি হৰ্ষ
পুত্ৰ ভৰতৰ নামে হ'ল ভাৰতবৰ্ষ

সম্পাতিম্ ইদম্
অভিজ্ঞানম্ শকুন্তলম্
নাম নাটকম্।

[ কথাছবি : শকুন্তলা (১৯৬১) ]

## কঁপি উঠে কিয় তাজমহল

[ এই গীতটো আজি প্ৰায় ত্ৰিছ-পঁয়ত্ৰিছ বছৰ আগতে ব্যাপক ভাৱে প্ৰচলিত আছিল যদিও এই গীতটো জনা বা মনত ৰখা লোক বিচাৰি মই হাবাথুৰি খাবলগীয়া হ'ল। শেষত মোৰ কৈশোৰ শৈশৱ আৰু যৌৱনৰ অন্তৰঙ্গ বন্ধু শ্ৰীপূৰ্ণেন্দু মোহন দাসে মনত পেলাই এই গীতটো লিখি আৰু গাই দিছে। পূৰ্ণেন্দু ইঞ্জিনীয়াৰ যদিও সদায় মনৰ আনন্দত গীত গাই থকা চেনেহৰা গায়ক। কলা-কৃষ্টি চৰ্চাৰ ক্ষেত্ৰত চেনেহৰাই হওক বা বেপেৰুৱাই হওক সমাজৰ প্ৰতি উভয়ৰে বৰঙণি আছে ]

হায় হায় হায়
কঁপি উঠে কিয় তাজমহল ?

পুৱতী নিশাৰ অজানাৰ সতে আজান
যমুনাত তুলি
শত ধুমুহাৰ কোলাহল
তাজমহল, তাজমহল !
ই যে চাহজাহানৰ হিয়াৰ আজান
অ' মমতাজ জান !
অকলশৰীয়া হায়
কান্দে তোৰ চাহজাহান।

মমতাজে কয় উচুপি উচুপি
মমতাজে কয় সমাধিত বহি
প্ৰেমিক প্ৰিয় চাহজাহান
দুঃখ হ'ল অৱসান
আশাৰ ফলিল ফল
গঢ়িলা তাজমহল।

[ চিৰাজ ( ১৯৪৮ ) কথাছবিত দিছে ]

## মহাত্মাই হাঁসি বোলে

[ হিন্দু-মুছলিম সম্প্ৰীতিৰ বাবে মহাত্মাৰ আদৰ্শক লৈ ৰচা এই গীতটো ওপৰৰ গীতটোতকৈও দুৰ্লভ (আশাকৰোঁ হিন্দু-মুছলিম সম্প্ৰীতিৰ একে অৱস্থা হোৱা নাই )। এই গীতটো গোটাব নোৱাৰিম বুলি ব্যৰ্থ-মনোৰথ হোৱাৰ পিছত শ্ৰীমতী লিলি মজিন্দাৰ বৰুৱাৰপৰা জানিব পাৰিলোঁ যে তেওঁৰ দেউতাক লোকপ্ৰিয় বৰদলৈদেৱৰ পিয়ন শ্ৰীলক্ষেশ্বৰ তালুকদাৰে এই গীতটো সদায় গাই থাকে। শ্ৰীতালুকদাৰে এই গীতটো নিজ হাতেৰে শ্ৰীযুতা সুৰবালা বৰদলৈৰ নাম লিখা এখন কাকতত লিখি দিলে। শ্ৰীলক্ষেশ্বৰ

তালুকদাৰলৈ আমাৰ বহু ধন্যবাদ এই গীতটোৰ বাবে, আৰু তেওঁলৈ শত নমস্কাৰ গান্ধীজীৰ আদৰ্শক অতি চেনেহেৰে নিজৰ অন্তৰত সজীৱ কৰি ৰখা কাৰণে ]।

মহাত্মাই হাঁসি বোলে,
ৰাম অ' ৰহিম, বান্ধ ৰাম অ' ৰহিম !
একে লগে একে সঙ্গে বান্ধৱ পাতিম
হায় হায় ৰাম অ' ৰহিম !
মহাত্মাই হাঁসি বোলে,
কৃষ্ণ কৰীম বান্ধ শিৱ ইব্ৰাহিম।
দুয়ো একেজন হৰি কাকনো দুষিম ?
হায় হায় ৰাম অ' ৰহিম !

মহাত্মাই হাঁসি বোলে,
গীতাকে শুনিম বান্ধ বেদকে শুনিম
শুনি পিছে কোৰাণৰ আয়াতক বুজিম
হায় হায় ৰাম অ' ৰহিম

মহাত্মাই হাঁসি বোলে
মন্দিৰে পূজিম বান্ধ দেৱকে পূজিম
পূজি উঠি মছজিদৰ ভেটি নাভাঙিম
হায় হায় ৰাম অ' ৰহিম !

মহাত্মাই হাঁসি বোলে,
হিংসা নকৰিম বান্ধ' মৰমে মৰিম
মানুহৰ উপৰি নাই কাকনো দুষিম
হায় হায় ৰাম অ' ৰহিম !

মহাত্মাই কান্দি বোলে,
মইহে চলিম বান্ধ আৰু নাথাকিম
জগতৰ ৰক্ত নদী আৰু নসহিম
হায় হায় ৰাম অ' ৰহিম !

মহাত্মাই কান্দি বোলে,
মই কি কৰিম বান্ধ ক'তনো কৰিম
ইপুৰীক ত্যজি মই সিপুৰীত কান্দিম
হায় হায় ৰাম অ' ৰহিম !

[ গুৱাহাটী, ১৯৪৯ ]

## জয় মহাত্মা গান্ধী

দলিত ভাৰতৰ আশাৰ প্ৰতীক
জয় মহাত্মা গান্ধী
মোহন ৰূপেৰে জগত মুহিলা
প্ৰেমৰ দোলেৰে বান্ধি।
সৰ্ব্ব ধৰ্ম্মৰেই অৰ্থ বুজিলা
বিশ্ব প্ৰেমৰেই মথি
মানৱতাৰ জ্যোতি মহান
প্ৰচাৰি অমৃত বাণী
অৰ্দ্ধাহাৰী কৃষক ৰূপেৰে
কিঞ্চিত বস্ত্ৰধাৰী
শান্ত সৌম্যধাৰী ক্ষীণ দধীচি
কাম, ক্ৰোধ, লোভ ত্যাগি
অকলশৰে বস্তি অলালা
দুখৰ এন্ধাৰ নাশি।

[ গুৱাহাটী, ১৯৪৭ ]

## বনজুই বনতহে জ্বলে

বনজুই বনতহে জ্বলে দেখা পোৱা যায়
মনৰ জুই মনত জ্বলে দেখাতো নাপায় হে ॥

হিটলাৰৰ জোতাৰ শব্দহে গিৰিপ গাৰাপ চলে
ইহুদী নিধন পৰ্ব্ব সহস্ৰ মৰিলে হে ॥

বিংশ শতাব্দীৰ সিদিনা চতুৰ্থ দশক
বিশ্বজুৰি মহাসমৰে পৃথিৱী জ্বলাওক ॥

ভাৰতৰে গান্ধী বাপু হে, আৰু ফৰন্টিয়াৰ গান্ধী
ইংৰাজকে ওফৰাব নকৰে যে সন্ধি ॥

হিংসা আৰু অহিংসাহে দুটি অস্ত্ৰ আছে
হিংসা এৰি গান্ধী বাপুই অহিংসা বাচিছে ॥

বিশ্বযুদ্ধত জন গণৰহে নিধন হয় দুগুণ
তাৰ পাছে শিশুৰ জন্ম হয় তিনিগুণ ॥

বৰ পদুমনি গাঁৱৰহে, এক দম্পতিৰ কথা
সন্তানহীন দেখি বুকুত লাগিছে যে বেথা ॥

বিশ্বযুদ্ধৰ অশান্ত বায়ু, আমাৰ অসমতো বয়
নেতাজীৰ মুক্তি যোদ্ধা কহিমাতে ৰয় ॥

বৰ পদুমনি গাঁৱত হে, ইংৰাজৰ পুলিচে
অত্যাচাৰী হৈ হাঁহ কুকুৰা কাঢ়িছে ॥

জাপান দেশৰ যুদ্ধ বিমানহে অসমত উৰিছে ।
চহৰ নগৰ মহাত্ৰাসতে এন্ধাৰতে বুৰিছে ॥

স্কুল কলেজ বন্ধ কৰি হে হাচপতাল পাতিছে
বিশ্বযুদ্ধৰ সঙ্গে সঙ্গে মুক্তি ৰণ চলিছে ॥

শঙ্কৰ মাধৱৰে ভাওনাৰ শুদা আখৰা থলী
ডবা নাই, নামঘৰৰো চাকি নুঠে জ্বলি ॥

আমাৰ দম্পতিৰ মনতো এক মনৰ যুদ্ধ চলে
সন্তানহীন হৈ দুয়ো কান্দে অকলে হে ॥

কঠীয়া পাৰিছে দুয়ো হে আৰু ভূঁই ৰুইছে ।
লখিমী পথাৰৰ ধান আঘোণতে দাইছে ॥

সোণালী আঘোণ মাহ বছৰে আহিছে
মনৰ পথাৰ শুদা দেখি অন্তৰ দহিছে ॥

[ কথাছবি : বনজুই (১৯৭৮) ]

আজিৰ ঈদ মজলিছতে

ৰমজানৰে ৰোজা গ'ল ওলাল ঈদৰ জোন
চেনেহৰে মেহফিলতে বহে আজি কোন ? ?

আজি ঈদ্ মজলিছতে একেলগে বহিছে
আজি ঈদ্ মজলিছতে ৰহিম চাচাও বহিছে
আজি ঈদ্ মজলিছতে ফাতেমা পেহীও বহিছে
আজি ঈদ্ মজলিছতে তৈয়ব মোমাইটি বহিছে
আজি ঈদ্ মজলিছতে জেফৰ খুড়াও বহিছে
ইনচানিয়ত লৈ মেহফিলত আমিও বহোঁচোন ॥

আমাৰ গাঁৱৰ আতাজানে পুৰণি কথা জানে
চমৰখন্দ বোখাৰা ওমৰ খৈয়ামক জানে
শ্বাহেনশ্বাহ আকবৰৰ উদাৰতাও জানে

মোগল-ৰাজপুত মিলি ছবি আঁকাৰ কিচ্ছাও জানে
টিপু ছিৰাজদৌল্লাৰ আজাদীৰ লৰাই জানে
গান্ধীজীৰ বুকু ভেদা গুলীৰ কথাও জানে
আজি ভাৰততে মুহব্বতৰ আমি সিঁচো সোণ ॥

আজি কিয় অসমীৰে কথা মনত পৰিছে
আমাৰ হাজোত মক্কাৰ দৰে পোৱামক্কাও সাজিছে
কাষতে মাধৱৰে মন্দিৰো বিৰাজ কৰিছে
শঙ্কৰে ইছলামকো সন্মান যাচিছে
আজানে জিকিৰ ৰচি ভাষা চহকী কৰিছে
ভকতক ফকিৰে চেলাম গীতেৰে জনাইছে
দিলোৱাৰ দোচায়ে শ্ৰীহস্তী পুথি আঁকিছে
লক্ষ্মীধৰে ছিৰাজ কাকাৰ গুণ বখানিছে
জ্ঞান বিলাই মফিজেও জ্ঞান মালিনী ৰচিছে
কোৰাণ গীতাই ইনচানকে ইনচান হ'ব কৈছে
ৰাম ৰহিমে ঘাম মচি এটা জাতি গঢ়িছে
ফৰমুদ আলি বাউল হৈ মুক্তিৰ গীত ৰচিছে
বাহাদুৰ গাঁওবুঢ়াই জান দি মণিৰামক সেৱিছে
এই বেহতৰিণ্ দোস্তি ভাঙে সেই দুচমন কোন?

মজলিছৰে ডেকা বুঢ়াই কাৰ কাৱালী শুনিছে
এই কাৱালে মেহফিলকে স্তুকুৰ আদা কৰিছে
ভূপেন্দ্ৰ কাৱালে মজলিছৰে ইজাজত বিচাৰিছে
আজিৰ দিনত দায় নধৰি বিচাৰিবা গুণ ॥

[ 'লটি-ঘটি' ( ১৯৬৬ ) কথাছবিত দিছে ]

## মহাবাহু ব্ৰহ্মপুত্ৰ

স্বকীয় ৰূপ লৈ বহাগনো আহে ক'লৈ ?
ব্ৰহ্মপুত্ৰৰ দুই পাৰলৈ, নহয় জানো ?
এই ব্ৰহ্মপুত্ৰৰ মহান ঐতিহ্যই বা কি ?

মহাবাহু ব্ৰহ্মপুত্ৰ
মহামিলনৰ তীৰ্থ
কত যুগ ধৰি আহিছে প্ৰকাশি
সমন্বয়ৰ অৰ্থ।

সুদূৰ কান্যকুব্জৰেপৰা বাৰভূঁঞা আহিছিলে
সেই বংশতে শঙ্কৰদেউ ইয়াতে জনমিলে।
মক্কৰ দেশৰ আজান ফকীৰে
মধুৰ জিকিৰ ৰচিলে
দিল্লীৰ দিলৱাৰে আহি
হস্তপুথি আঁকিলে
পঞ্চ নদীৰ তেগ বাহাদুৰে
ধৰমৰ সেতু গঢ়িলে
সমন্বয়ৰ দেখুৱালে কত প্ৰকাশ স্বতঃস্ফুট !

দূৰৰ লাচিতে শৰাই ঘাটতে শতৰু আগচিলে
জাতি, ধৰ্ম্ম, ভাষা সবাকে স্বদেশ প্ৰেমেৰে বান্ধিলে
কিৰাট পুত্ৰ
বিষ্ণুৰাভাই
মাটিৰ কৃষ্টি জীয়ালে
সমন্বয়ৰ দেখুৱালে কত প্ৰকাশ স্বতঃস্ফুট ॥

পদ্মা নদী !
পদ্মা নদীৰ ধুমুহাত পৰি কত শতজন আহিলে
লুইতৰ ডুইও পাৰে কতনা অতিথি আদৰিলে
কিছু ল'ব লাগে
কিছু দিব লাগে
জীণ যাবলৈ হ'লে
মিলিব লাগে মিলাব লাগে
ৰবীন্দ্ৰনাথেও ক'লে ।

অগ্ৰৱাল জ্যোতিয়ে ইয়াতে
জ্যোতিৰ প্ৰপাত বোৱালে
অজীণ পাতকী সবৰ চক্ৰ জ্যোতিৰে কৰি ব্যৰ্থ ।

[ গুৱাহাটী, ১৯৮০ ]

## চতুৰ্থ অধ্যায়

### অগ্নিযুগ ( ১৯২৫—১৯৪৭ )

ডক্টৰ ভূপেন হাজৰিকাৰ জন্ম হয় শদিয়াত—এক শিক্ষিত আৰু সম্ভ্ৰান্ত কিন্তু তথাকথিত এক অনুসূচিত পৰিয়ালত। ১৯২৬ চনত তেখেতৰ জন্ম বুলি দুই এঠাইত উল্লেখ আছে। এইটো তেখেতৰ জন্মৰ বছৰ হয় নে নহয় সেই বিষয়ে মতভেদ আছে। কোনোৱে কয় যে এই বছৰটো গ্ৰহণ কৰিলে আমি আগেয়ে উল্লেখ কৰা লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন সোঁৱৰণৰ মতে ( এই পুথিৰ পৃঃ ৬৮ চাওক ) তেওঁ চাৰি/পাঁচ বছৰ বয়সতেই হাৰ্মনিয়াম বজাই গান গাব পৰা হ'ব লাগিব। অৱশ্যে বেজবৰুৱাই 'সোঁৱৰণ'ত দিয়া তাৰিখটোও ভুল হ'ব পাৰে। তাতে হাজৰিকাই সেই সভাত হাৰ্মনিয়াম বজোৱা নাছিল। এইটোও সঁচা যে হাজৰিকাৰ মাক-দেউতাকৰ বিয়া হৈছিল ১৯২৪ চনত আৰু ভূপেন হাজৰিকা ভাদ মাহত জন্ম হোৱাটোও নিশ্চিত, গতিকে তেওঁৰ জন্ম ১৯২৫ বা ১৯২৬ চনৰ ভাদ মাহত বুলি ক'ব পাৰি। আগৰ দিনত অসমীয়া মানুহৰ মাজত ল'ৰা-ছোৱালীৰ জন্মদিন পতা নিয়ম সিমান প্ৰচলিত নাছিল। বং-ছঙীয়া কেকত মম গোজা বাৰ্থ দে' পাতি 'হেপী বাৰ্থ দে টু ইউ' গোৱা নিয়ম সম্ভৱ ইংৰাজসকলৰপৰা আমাৰ দেশী চাহাব-সকলে শিকিলে আৰু পিছত হয়তো অসমীয়া ভদ্ৰ সমাজৰও 'দেখাক দেখি উঠিল গা'। আগৰ দিনত হেপী বাৰ্থ দে' নাপাতিছিল যেতিয়া ল'ৰা-ছোৱালীৰ জন্মৰ তাৰিখ আদি মাক-বাপেকৰ মনত নথকাটো স্বাভাৱিক। অৱশ্যে, এটা বয়সৰ পিছত নিজৰ জন্মৰ বছৰ আদি পাহৰা নিয়ম আগৰ দিনতও প্ৰচলিত আছিল।

সি যিয়েই নহওক, এইটো সঁচা যে ডক্টৰ ভূপেন হাজৰিকা ডাঙৰ হয় তেওঁৰ জন্মৰপৰা ১৯৪৭ চনলৈকে বিস্তাৰিত আৰু বিশেষভাৱে বিস্ফোৰিত দিনবিলাকৰ উত্তেজনাৰ মাজেদি। ১৯৪৭ চনত ভাৰত স্বাধীন হোৱাৰ আগলৈকে এই বছৰ কেইটাত ভূপেন হাজৰিকাৰ ব্যক্তিত্বই বিশেষভাৱে গঢ় লয়। তেওঁৰ গীত কিছুমান বুজিবলৈ, তেওঁৰ কবিপ্ৰাণৰ কথা জানিবলৈ সেই সময়ৰ ভাৰতৰ ৰাজনৈতিক অৱস্থা আৰু তেওঁৰ ব্যক্তিত্বৰ ওপৰত বিশেষ প্ৰভাৱ পেলোৱা কেইজনমান ব্যক্তি আৰু সামাজিক অৱস্থাৰ বিষয়ে অলপ জনা উচিত।

## অসহযোগ আন্দোলন

ডক্টৰ হাজৰিকাৰ জন্মৰ বছৰচেৰেক আগতে ১৯২০ চনত কলিকতাত পতা বিশেষ এক বৈঠকত আৰু গান্ধীজীৰ অনুপ্ৰেৰণাত কংগ্ৰেছ পাৰ্টিয়ে স্বৰাজ লভিবৰ কাৰণে অসহযোগ আন্দোলন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। সেই সময়ত স্বৰাজ মানে স্বায়ত্ব শাসনকে বুজাইছিল আৰু সম্ভৱ হ'লে বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্গতে স্বায়ত্ব শাসনকও স্বৰাজ বোলা হৈছিল। এই অসহযোগ আন্দোলনে ভাৰতৰ জাতীয় আন্দোলনক এক বিপ্লৱত পৰিণত কৰিলে আৰু এক অভিনৱ ধৰণেৰে গান্ধীজীয়ে ভাৰতীয়সকলক একেই ব্ৰতত ব্ৰতী ঐক্য এক সংগ্ৰামীৰ দললৈ ৰূপান্তৰিত কৰিলে। গান্ধীজীৰ আহ্বান ক্ৰমে লাখ লাখ ভাৰতীয়ই চৰকাৰী চাকৰি পদৱী আদি এৰিলে, বিদেশী আইনৰ ওকালতি এৰিলে, বিদেশী পঢ়াশালিৰপৰা আঁতৰি আহিল, বিদেশী বস্ত্ৰ বৰ্জন কৰিলে বা অন্য প্ৰকাৰে সত্যাগ্ৰহ কৰি অসহযোগ আন্দোলনত জঁপিয়াই পৰিল।

১৯২০ চনৰ জালিয়ানৱালাবাগৰ নৃশংস হত্যাকাণ্ডত ক্ষান্ত নহৈ বৃটিচ চৰকাৰে কঠোৰ হাতেৰে এই গণ আন্দোলন দমাবলৈ চেষ্টা কৰিলে। ভাৰতত হিন্দু আৰু মুছলমানৰ মাজত থকা মতানৈক্যৰ সুযোগ লৈ দুয়ো সম্প্ৰদায়ক বিভেদ কৰি এই বিপ্লৱ প্ৰতিহত কৰিবলৈ বৃটিচ চৰকাৰে বিশেষ সক্ৰিয় নীতি

অৱলম্বন কৰিলে। এই কালছোৱাতে নতুন ৰূপ লোৱা সাম্প্ৰদায়িক বিভেদেই ভাৰতবৰ্ষত এটা ঐক্য জাতি গঢ়ি তোলাৰ প্ৰধান হেঙাৰ হ'ল আৰু ইয়েই স্বাধীনতা আন্দোলনক দুৰ্ব্বল কৰিলে।

১৯২৭ চনত মাদ্ৰাজত বহা কংগ্ৰেছৰ বৈঠকত স্বৰাজ এৰি সম্পূৰ্ণ স্বাধীনতাকে কংগ্ৰেছৰ লক্ষ্য হিচাপে গ্ৰহণ কৰিলেও তেওঁলোকে ঘোষণা কৰিলে যে যদিহে ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ আগতে ভাৰতক ডমিনিয়নৰ মৰ্যাদা দিয়ে তেনেহ'লে তাতেই তেওঁলোক সন্মত হ'ব। সেয়ে নহ'লে কংগ্ৰেছে অহিংসভাৱে অসহযোগ আন্দোলনেৰে সম্পূৰ্ণ স্বাধীনতা জয় কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হয়।

১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ মাজৰাতি বাৰটা বজাৰ লগে লগে তেতিয়াৰ কংগ্ৰেছ সভাপতি পণ্ডিত জৱাহৰলাল নেহৰুৱে ভাৰতৰ তিৰঙ্গ পতাকা উত্তোলন কৰে। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনটোকে স্বাধীনতা দিবস বুলি গোটেই ভাৰততে পালন কৰা হয়। তাৰ কেইসপ্তাহমান পিছত এপ্ৰিলৰ ৬ তাৰিখে দাণ্ডি যাত্ৰাৰে গান্ধীজীয়ে আইন অমান্য আন্দোলন আৰম্ভ কৰে। এই আন্দোলন দমন কৰিবলৈকো বৃটিচ চৰকাৰে আকৌ কঠোৰ নীতি অৱলম্বন কৰিলে। নিঃসহায় সত্যাগ্ৰহীৰ ওপৰত গুলীবৰ্ষণ, জেল, লাঠী চালনা আদিৰ পুনৰাভিনয় হ'ল। ধৰ্ম্মক্ষেত্ৰ ভাৰতত বিদেশী শাসকৰ হিংসাত্মক কাৰ্য্য আৰু শোষণ নীতিৰ বিৰুদ্ধে আকৌ আৰম্ভ হ'ল অহিংসাৰ যুদ্ধ।

ইফালে ইউৰোপত গুজৰি উঠিল জাৰ্ম্মান সিংহ এডলফ্ হিট্‌লাৰ।

## ভাৰতৰ এক নম্বৰ শত্ৰু চাৰ্চ্চিল

ভাৰতৰ অহিংস আন্দোলন, হিট্লাৰৰ অভ্যুত্থান আদিয়ে বৃটিচ সাম্ৰাজ্যত সন্ত্ৰাসৰ সৃষ্টি কৰিলে। এই সন্ত্ৰাসৰ দিনতে উদ্ভৱ হ'ল বৃটেইনৰ নেতা আৰু ভাৰতৰ এক নম্বৰ শত্ৰু উইনষ্টন চাৰ্চ্চিলৰ। ভাৰতৰ গণবিপ্লৱৰ প্ৰতি সহানুভূতি দেখুওৱা কাৰণে তেওঁ বৃটেইনৰ প্ৰধান মন্ত্ৰী ৰামজে মেগডনালৰ মন্ত্ৰীসভাৰপৰা পদত্যাগ কৰে আৰু অতি দৃঢ়ভাৱে ঘোষণা কৰে, "...ভাৰতবৰ্ষক ব্ৰাহ্মণৰ দ্বাৰা শাসিত হ'বলৈ এৰি দিয়াটো এটা নিষ্ঠুৰ আৰু অসৎ অৱহেলাৰ কাম হ'ব। ইয়াৰ দোষ বহন কৰা সকলোকে ই চিৰ দিনলৈ লাজ দিব। মুখেৰে পশ্চিমীয়া উদাৰতাবাদৰ মন্ত্ৰবোৰ ফটফটোৱা আৰু দাৰ্শনিক ও গণতান্ত্ৰিক ৰাজনীতিবিদ বুলি ভাও ধৰা এই ব্ৰাহ্মণসকলেই দেখোন প্ৰায় ৬ কোটি স্বদেশীলোকক তেওঁলোকৰ জীৱন ধাৰণৰ সাধাৰণ অধিকাৰৰ পৰা বঞ্চিত কৰে—যাক সিহঁতে 'অস্পৃশ্য' বোলে আৰু যাক সিহঁতে হাজাৰ হাজাৰ বছৰৰ উৎপীৰণেৰে এই দুখ লগা অৱস্থা গ্ৰহণ কৰিবলৈ শিকাইছে।" [ লুইচ ব্ৰড, 'উইনষ্টন চাৰ্চ্চিল' পৃঃ ২৩১ ]।

ব্ৰাহ্মণ হিচাপে জন্মাসকলক এনে তীব্ৰ গৰিহণা দিয়া একেজন চাৰ্চ্চিলেই কিন্তু হিট্লাৰৰ বিষয়ে এজন জাৰ্ম্মান ভদ্ৰলোকক সুধিছিল, "তোমালোকৰ বৰমুৰীয়াজন ইহুদীসকলৰ প্ৰতি ইমান হিংসাত্মক কিয়? যিসকল ইহুদীয়ে দোষ কৰিছে বা দেশদ্ৰোহী তেওঁলোকৰ ওপৰত খং কৰাটো মই বুজি পাওঁ আৰু সিহঁতে যদি জীৱনৰ যেই কোনো দিশতে ক্ষমতা একচেটিয়া কৰিব খুজিছে তেনেহ'লে তাত বাধা দিয়াটোও মই বুজিব পাৰোঁ: কিন্তু এজন মানুহৰ কেৱল তেওঁৰ জন্মৰ কাৰণেই তেওঁৰ বিৰুদ্ধাচৰণ কৰাটোৰ অৰ্থ কি? কোন মানুহে তেওঁ কেনেকৈ জন্ম হ'ব তাৰপৰা সাৰিব পাৰে?" [ চাৰ্চ্চিল, 'দি গেদাৰিং ষ্টৰ্ম, কেছেল, পৃঃ ৭১ ]।

ব্ৰাহ্মণ হিচাপে জন্মাসকলৰ প্ৰতি কিন্তু চাৰ্চ্চিলৰ বিশেষ হিংসা। ভাৰতৰ স্বাধীনতা আন্দোলনক তেওঁ ক্ষমতালোভী ব্ৰাহ্মণসকলৰ কাৰ্য্য বুলি লোকক

পতিয়ন নিয়াবলৈ চেষ্টা কৰিছিল—“মই গান্ধীৰ ওচৰত এনে আত্মসমৰ্পণৰ বিপক্ষে। লৰ্ড আৰউইন আৰু গান্ধীৰ মাজত হোৱা এই আলোচনা আৰু চুক্তিবিলাকৰ মই বিপক্ষে। গান্ধীয়ে বৃটেইনক ভাৰতবৰ্ষৰ পৰা বহিষ্কাৰৰ বাবে সক্ষম। গান্ধী ভাৰতবৰ্ষৰ পৰা বৃটিচ বাণিজ্য নিগাজীকৈ বহিষ্কাৰ কৰাৰ পক্ষপাতী। গান্ধীয়ে বিচাৰে ভাৰতত বৃটিচ শাসনৰ ঠাইত ব্ৰাহ্মণৰ প্ৰভুত্ব স্থাপন কৰিবলৈ।” [ লুইচ ব্ৰড, উইনষ্টন চাৰ্চ্চিল, পৃঃ ২২৯ ]।

১৯৩৫ চনৰ শাসন প্ৰণালী অনুসৰি ভাৰতৰ সাতখন প্ৰদেশত কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰে, কিন্তু ১৯৩৯ চনত ভাৰতীয় ৰাইজ বা কংগ্ৰেছৰ সন্মতি নোলোৱাকৈ ভাৰতক দ্বিতীয় মহাসমৰত সাঙোৰা বাবে এই মন্ত্ৰীসভাবিলাকে পদত্যাগ কৰে। অসমকে আদি কৰি সেই প্ৰদেশ বিলাকত তেতিয়া মুছলিম লীগে মন্ত্ৰীসভা গঠন কৰে আৰু কংগ্ৰেছে পুনৰ অসহযোগ ও আইন অমান্য আন্দোলন আৰম্ভ কৰে। ১৯৪০ চনত চাৰ্চ্চিল বৃটেইনৰ প্ৰধান মন্ত্ৰী হয়। ইমান দিনে কেৱল মুখেৰেহে চিঞৰি থকা চাৰ্চ্চিলে হিট্লাৰৰ দৰ্প চূৰ্ণ কৰিবলৈ আৰু গান্ধীজী ও ভাৰতীয় ব্ৰাহ্মণক ভালদৰে এসেকা দিবলৈ সকলো ক্ষমতা লাভ কৰে। ভাৰতৰ স্বাধীনতা আন্দোলনক কঠোৰভাৱে দমন কৰিবলৈ বৃটিচ চৰকাৰ দৃঢ় প্ৰতিজ্ঞ হয়। ১৯৪২ চনৰ গণ বিপ্লৱত ভাৰতীয় সকলৰ ওপৰত কৰা নিষ্ঠুৰ অত্যাচাৰেই ইয়াৰ জলন্ত প্ৰমাণ দিয়ে। নিৰস্ত্ৰ তিৰোতাৰ ওপৰত গুলী চালনা, কণ কণ ল'ৰা-ছোৱালীৰ ওপৰত লাঠী চালনা, নিঃসহায় লোকৰ ওপৰত উৰা জাহাজৰ পৰা গুলীবৰ্ষণ, দেশ-প্ৰেমিকসকলক হত্যা বা বন্দী আদি বৰ্বৰতাৰ কেৱল হিট্লাৰে ইহুদীসকলৰ ওপৰত কৰা বৰ্বৰতাৰ লগতহে তুলনা কৰিব পৰা যায়।

ইতিমধ্যে নেতাজী সুভাষ বসুৰ নেতৃত্বত কংগ্ৰেছী সকলৰ মাজত এক উগ্ৰ বাম পন্থীৰ আবিৰ্ভাব হয়। তেওঁলোকে গান্ধীজীৰ অহিংসা আন্দোলনেৰে স্বাধীনতা লাভ কৰাৰ কোনো আশা নেদেখিলে। সেই লোকসকলে অস্ত্ৰ-শস্ত্ৰেৰে যুদ্ধ কৰিহে বৃটিচ সিংহক ভাৰতৰ পৰা খেদিবলৈ দৃঢ় প্ৰতিজ্ঞ হয়। এই বামপন্থী লোকসকলে আনকি গান্ধীজীয়ে মনোনীত কৰা প্ৰাৰ্থীক হৰুৱাই নেতাজী সুভাষ বসুক কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত কৰিবলৈ সমৰ্থ

হৈছিল। ১৯৪১ চনত নেতাজী ভাৰতবৰ্ষৰ পৰা পলাই যায় আৰু আজাদ হিন্দ ফৌজৰ নেতৃত্ব গ্ৰহণ কৰে। বহুতে নেতাজীয়েই আজাদ হিন্দ ফৌজৰ জন্মদাতা বুলি ভাৱে, কিন্তু জাপানী গুপ্তচৰ বিভাগৰ বিষয়া মেজৰ ফুজিৱাৰাৰ মতে মেজৰ মোহন সিং নামৰ এজন উৎসাহী বিষয়াই হে আজাদ হিন্দ ফৌজ প্ৰথমে প্ৰতিষ্ঠা কৰে। ১৯৪১ চনৰ ৭ ডিচেম্বৰত ভাৰতীয় সৈন্য পোন্ধৰ নম্বৰ ব্ৰিগেডক জাপানীসকলে মালয়ত সম্পূৰ্ণৰূপে পৰাভূত কৰে। কোনো নেতা নোহোৱাকৈ সিঁচৰিত হৈ পৰা এই পোন্ধৰ নম্বৰ ব্ৰিগেডৰ বিষয়া মোহন সিঙে পৰিস্থিতিটোৰ আওভাও বুজি ভাৰতৰ স্বাধীনতাৰ কাৰণে বিশেষ কিবা এটা কৰাৰ ভাল সুযোগ দেখিলে। তেওঁ ডিচেম্বৰৰ ১৫ তাৰিখে মেজৰ ফুজিৱাৰাৰ লগত সাক্ষাৎ কৰে আৰু ডিচেম্বৰৰ ১৮ তাৰিখে সেই অঞ্চলৰ জাপানী সেনাধক্ষ্য জেনেৰেল য়ামাছিতাক লগ ধৰে। ডিচেম্বৰৰ ৩১ তাৰিখে জেনেৰেল য়ামাছিতাৰ হুকুম অনুযায়ী জাপানীসকলে ৰখা সকলো ভাৰতীয় যুদ্ধবন্দীক মোহন সিঙৰ হাতত গতাই দিয়া হয় আৰু মোহন সিঙক সেনাধ্যক্ষ হিচাপে লৈ আজাদ হিন্দ ফৌজ গঠন কৰা হয়। কিন্তু জাপানীসকলৰ সকলো দাবী আৰু প্ৰতিবন্ধকতা নমনা কাৰণে মোহন সিঙক জাপানীসকলে ১৯৪২ চনৰ ২৯ ডিচেম্বৰত গ্ৰেপ্তাৰ কৰি সুমাত্ৰাত বন্দী কৰি থয়, তাৰপৰা তেওঁক বৃটিচসকলে মুক্ত কৰি বিচাৰৰ বাবে দিল্লীৰ লালকেল্লালৈ পঠিয়ায়। তাত তেওঁক গান্ধীজী, জৱাহৰলাল নেহৰু, পেটেল প্ৰমুখ্যে নেতাই সম্বৰ্দ্ধনা জনায়। ১৯৪৩ চনৰ ১৬ মে'ত নেতাজী টকিঅ' পায়গৈ আৰু জাপানী বিষয়াসকলক লগ ধৰেগৈ আৰু জুলাইৰ ৫ তাৰিখে আজাদ হিন্দ ফৌজৰ নেতৃত্ব গ্ৰহণ কৰে। সেই বছৰতেই তেওঁৰ সৈন্য আহি অসমৰ সীমাতে বৃটিচৰ লগত যুদ্ধ কৰে।

## অগ্নিযুগৰ ফিৰিঙতি

গান্ধীজীৰ অহিংসা মন্ত্ৰৰ বলিষ্ঠ আন্দোলন, দুৰ্জ্জেয় শত্ৰুক জিনিবলৈ মোহন সিং আৰু নেতাজীৰ দুঃসাহসিক প্ৰচেষ্টা, বৃটিচ সাম্ৰাজ্য সদায় সুদৃঢ় কৰি ৰাখিবলৈ চাৰ্চিলৰ দৃঢ়তা আৰু জেগ বুলি শৰ মৰা জিন্নাৰ কাৰ্য্য-কলাপে

১৯২৫ চনৰ পৰা ১৯৪৬ চন পৰ্যন্ত বিয়পি থকা ডঃ ভূপেন হাজৰিকাৰ জীৱনৰ প্ৰথম কুৰিটা বছৰ এক অগ্নি যুগত পৰিণত কৰে। সেয়েহে যুৱক হিচাপে তেওঁ নিজকে অগ্নি যুগৰ এক জলন্ত ফিৰিঙতি হিচাপেহে দেখে। বৃটিচ শোষণকাৰীৰ অত্যাচাৰ আদি কুমলীয়া বয়সতে দেখিবলৈ পোৱা কাৰণেই তেওঁৰও মানৱাত্মা জাগি উঠে পৰাধীন দেশৰ নাগৰিকসকলে ভুগিব লগীয়া হোৱা শাৰীৰিক আৰু মানসিক নিৰ্য্যাতন বিলাকৰ প্ৰতি। যি অগ্নিযুগত বঙ্গদেশৰ বিদ্ৰোহী সুৰকাৰ গীতিকাৰ নজৰুলৰ 'অগ্নিবীণা'ৰ ঝঙ্কাৰ উঠিছিল আৰু জ্যোতি প্ৰসাদৰ 'লুইত পাৰৰ অগ্নিসুৰ' নিজৰি পৰিছিল সেই অগ্নিযুগতে একে স্বদেশ অনুৰাগৰ অগনিৰে ভূপেন হাজৰিকাই ষোল্ল বছৰ বয়সতে ৰচনা কৰে তওঁৰ দ্বিতীয় গীত, "অগ্নি যুগৰ ফিৰিঙতি মই'। ভূপেন হাজৰিকাৰ শৈশৱ, যৌৱন আৰু ছাত্ৰ জীৱনৰ প্ৰায় গোটেই কালছোৱা উপৰোক্ত অগ্নি যুগতে সীমিত। স্কুলীয়া ছাত্ৰ হিচাপে তেওঁ দুবছৰমান ধুবুৰীত, দুবছৰমান গুৱাহাটীত আৰু শেষৰ চাৰিবছৰমান তেজপুৰত পঢ়েগৈ। তেজপুৰৰপৰাই তেওঁ ১৯৪০ চনত মেট্ৰিক পাছ কৰে। তাৰ পিছত তেওঁ গুৱাহাটীৰ কটন কলেজৰ পৰা বি, এ পাছ কৰি ১৯৪৬ চনত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা এম. এ পাছ কৰে। এই যুগৰ যিসকল ব্যক্তিয়ে তেওঁৰ কবি প্ৰাণত বিশেষ প্ৰভাৱ পেলাইছিল সেইসকলৰ বিষয়ে ইয়াত দুআষাৰ উল্লেখ কৰা যুগুত হ'ব।

ধুবুৰীত থকা দিন কেইটাতে তেওঁ বঙালী ভাষাত বুৎপত্তি লাভ কৰিবলৈ সমৰ্থ হয়। গুৱাহাটীতে থাকোঁতে তেওঁ দেশভক্ত তৰুণৰাম ফুকনৰ নিচিনা লোকৰ ব্যক্তিত্বৰ মহত্ব দেখিবলৈ পাইছিল। তেজপুৰত, তেওঁ সমাজৰ অনাচাৰ, অনিয়ম, অন্ধবিশ্বাস আদিক ব্যঙ্গভাৱে উপহাস কৰাত সিদ্ধহস্ত সাহিত্যিক দণ্ডিনাথ কলিতাৰপৰা অসমীয়া ভাষা শিকিবলৈ আৰু অসমীয়া সমাজক সমালোচনাৰ চকুৰে চাবলৈ সুবিধা পাইছিল। তাৰ পিছত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ত তেওঁৰ ডঃ ৰাধাকৃষ্ণণৰপৰা গীতাৰ ব্যাখ্যা শুনাৰ সৌভাগ্য ঘটিল। এই শতিকাত ডঃ ৰাধাকৃষ্ণণৰ দৰে এজন সংস্কৃত পণ্ডিত, অসাধাৰণ প্ৰতিভাৰ বক্তা আৰু হিন্দু ধৰ্মৰ বিশেষ জ্ঞান থকা লোকৰপৰা যিকলে গীতাৰ ব্যাখ্যা নিজে শুনিবলৈ পাইছে তেওঁলোকে যে আনক সেই

সোৱাদৰ আভাস দিব পাৰিব সি সন্দেহজনক। তেজপুৰত হাজৰিকাই সঙ্গীত চৰ্চা কৰিবলৈ আৰু তেওঁৰ জীৱনত বিশেষ প্ৰভাৱ পেলোৱা দুজন অসাধাৰণ ব্যক্তিৰ ওচৰ সম্বন্ধলৈ আহিবৰ সুযোগ পায়। এওঁলোক দুজন হৈছে বিপ্লৱী শিল্পী বিষ্ণু ৰাভা আৰু অসমৰ শিল্পী জগতৰ চিৰ জ্যোতিষ্মান তাৰকা জ্যোতিপ্ৰসাদ আগৰৱালা।

বিপ্লৱী, সুন্দৰ দেহী আৰু কৰ্ম্মপটু বিষ্ণু ৰাভাৰপৰা হাজৰিকাই নিষ্পেষিত, পীড়িত, অনুন্নত লোকসকলক সহানুভূতিৰে চাবলৈ শিকে। হাজাৰ হাজাৰ বছৰ ধৰি জীৱনৰ সাধাৰণ অধিকাৰৰপৰা বঞ্চিত হৈ অহা লোকৰ কাৰণে কৰা বিষ্ণু ৰাভাৰ সশস্ত্ৰ সংগ্ৰামে হাজৰিকাক মানৱাত্মা আৰু মানৱাধিকাৰৰ প্ৰতি সজাগ কৰিলে। ৰাভাৰ চিৰ প্ৰফুল্ল ব্যক্তিত্ব আৰু নাটকীয় জীৱনৰ মুহূৰ্ত্তবোৰে ভূপেন হাজৰিকাৰ মনত বিশেষ প্ৰভাৱ পেলালে। নাৱত 'মোৰে জীৱনৰে সখা কৃষ্ণ…' গাই গাই বিষ্ণু ৰাভাই লগৰীয়া চোৱালীহঁতক মুগ্ধ কৰা বা পুলিচৰপৰা হাত সাৰিবলৈ পাগুৰিত বন্দুক বান্ধি লৈ নিশা প্ৰবল সোঁতা পাগলাদিয়া নদী সাঁতুৰি পাৰ হওঁতে তেওঁৰ লগত সাঁতুৰি পাৰ হোৱা কনকলতাৰ লগত ৰাভা প্ৰেম পাশত আৱদ্ধ হোৱা আদি কাহিনী ডঃ হাজৰিকাৰ মুখত প্ৰায়ে শুনিবলৈ পোৱা যায়। 'হাতীও ধৰিলোঁ, তাইকো মুহিলোঁ সাঁতুৰি গদাধৰ নৈ…' বুলি হাজৰিকাই গোৱা গীতত আমি পাগলাদিয়া নৈ সাঁতুৰি জয় কৰা বিষ্ণু ৰাভাকহে দেখিবলৈ পাওঁ। এইখিনিতে উল্লেখযোগ্য যে বিষ্ণু ৰাভাই কেৱল স্বাধীনতাৰ কাৰণেই যুঁজা নাছিল, তেওঁ এখন সাম্যবাদী সমাজ গঢ়িবলৈকো যুঁজিছিল। ডক্টৰ হাজৰিকাইও ভাৰতীয় জনসাধাৰণৰ দুখ-কষ্টৰ ওৰ পেলাবলৈ এখন সাম্যবাদী সমাজৰ প্ৰয়োজনীয়তা সদায় উপলব্ধি কৰি আহিছে। তেওঁৰ বহু গীতত সাম্যবাদী সমাজ গঢ়িবলৈ জাগি উঠা আত্মাৰ বিদ্ৰোহী আৰু বিপ্লৱী সুৰ শুনিবলৈ পোৱা যায়। সেইবিলাক তেওঁ বিষ্ণু ৰাভাৰ লৈতে বজোৱা একেটা বাঁহীৰ সুৰ।

[ বিঃ দ্ৰঃ—শ্ৰীতিলক দাসৰ 'বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি,' এখন মনোৰম গ্ৰন্থ ]

জ্যোতিপ্ৰসাদ আগৰৱালাৰ ক্ষেত্ৰত স্বদেশ প্ৰীতি, স্বাধীনতা আৰু এখন ন্যায় সমাজৰ অন্বেষণ এক প্ৰবল অন্তঃস্ৰোতা হিচাপে বিদ্যমান যদিও ৰাভাৰ দৰে তীব্ৰ আন্দোলনত অৱতীৰ্ণ হোৱা নাছিল। তেওঁ সৌন্দৰ্য্য সৃষ্টিৰ দ্বাৰা অসমীয়া মানুহক আৰু অসমীয়া সমাজক এইবিলাকৰ প্ৰতি সচেতন কৰিবলৈ চেষ্টা কৰিছিল। যিদৰে বিষ্ণু ৰাভাই স্বাধীনতাৰ কাৰণে, স্বদেশ প্ৰেমৰ কাৰণে আৰু এখন ন্যায় সমাজৰ কাৰণে হাতত বন্দুক লৈছিল সেইদৰে সেই একে উদ্দেশ্যৰেই জ্যোতিপ্ৰসাদে অস্ত্ৰ হিচাপে লৈছিল অগ্নিবীণাৰ সুৰ। জ্যোতিপ্ৰসাদৰ গীত, কবিতা আৰু অন্যান্য সৃষ্টিত বিশেষভাৱে প্ৰকাশ পাইছিল স্বদেশ প্ৰেম, অসম আৰু অসমীয়াৰ প্ৰতি আন্তৰিক প্ৰীতি, নতুন সমাজ গঢ়াৰ সঙ্কল্প আৰু সুন্দৰৰ আৰাধনা। জ্যোতিপ্ৰসাদৰ বৈচিত্ৰ্যময় সৌন্দৰ্য্য সৃষ্টিয়ে যে ডক্টৰ হাজৰিকাক বিশেষ অনুপ্ৰাণিত কৰিছিল তাত সন্দেহ নাই। ভূপেন হাজৰিকাই সৰুৰে পৰা জ্যোতিপ্ৰসাদে ৰচা গীত গাই আহিছে আৰু নিজেও সেই একে ভাবপূৰ্ণ গীত সৃষ্টি কৰিছে।

[ জ্যোতিপ্ৰসাদ আগৰৱালা, 'লুইত পাৰৰ অগ্নিসুৰ' দ্ৰষ্টব্য ]।

মুঠৰ ওপৰত ডক্টৰ হাজৰিকাৰ জীৱনত ৰোমাণ্টিক বিষ্ণু ৰাভাৰ সবল সংগ্ৰামী দৃষ্টিভঙ্গী আৰু ৰূপ কোঁৱৰ জ্যোতিপ্ৰসাদৰ সৌন্দৰ্য্য সৃষ্টিৰ আকুলতা—এই দুয়োটাৰে প্ৰভাৱ দেখিবলৈ পোৱা যায়। এনেহে লাগে যেন ভূপেন হাজৰিকাই ৰাভাৰ মাটিৰ মানুহৰ ধূলি-মাকতিবোৰ আৰু জ্যোতিপ্ৰসাদৰ ৰঙীণ ৰামধনুখনৰ মাজত থিয় হৈ তেওঁলোক দুজনে সমাপ্ত কৰিব নোৱৰা গীতবিলাকক গাবলৈ আবিৰ্ভাৱ হ'ল। তেওঁ জ্যোতিপ্ৰসাদৰ ছিগি যোৱা বাঁশীত নতুন তাঁৰ সংযোগ কৰিলে আৰু ৰাভাৰ নুমাই যোৱা বন্তি গছিত নতুন শলিতা লগালে। সেই বীণৰ সুৰ আৰু সেই বন্তিৰ পোহৰে অসমীয়া সমাজলৈ আনি দিলে এক নতুন প্ৰাণ, এক নতুন উদ্দীপনা, যি সকলো অসমীয়াৰে জীৱন ভৰপূৰ কৰিছে। শ্ৰীহিৰণ্যচন্দ্ৰ ভট্টাচাৰ্য্যই ক'বৰ দৰে—

"শঙ্কৰ মাধৱৰ যোৱতী সুঁতিখন. থমকি ৰ'ই গ'ল—আঘাতৰ পিছত আঘাত পাই। যুগে যুগে একোজনৰ আবিৰ্ভাৱ হয়—জ্যোতিপ্ৰসাদৰ আবিৰ্ভাৱ

হ'ল। থমকি ৰোৱা বোৱতী সুঁতি মোকলাই দিলে এক বিৰাট প্ৰতিশ্ৰুতিৰে। সেই প্ৰতিশ্ৰুতি পূৰ্ণ কৰাৰ আগতেই কালৰ বুকুত বিলীন হ'ল জ্যোতিপ্ৰসাদ—ৰ'ই গ'ল জ্যোতি। ভূপেন অসম মাতৃৰ ইমান অঁকৰা সন্তান নহয় যে সেই জ্যোতি হেৰাই যাবলৈ নিদিলেই লগতে পাহৰি নগ'ল যে জ্যোতিপ্ৰসাদে ভূপেনক 'অগ্নি যুগৰ ফিৰিঙতি' ৰূপে অসম মাতৃৰ বুকুত সজাই পৰাই এৰি দিছিল—অসমক জগাবলৈ, পুৰিবলৈ নহয়—উদ্ভাসিত কৰিবলৈ। তাৰ পিছত জোৱাৰ আহিল—আবিৰ্ভাব হ'ল বিষ্ণু ৰাভা আৰু ফণী শৰ্ম্মাৰ। অসমৰ সাংস্কৃতিক জগতত বিপ্লৱ আহিল—সেই 'বিপ্লৱৰ সন্তান' ভূপেন হাজৰিকা।"

[ ভূপেন্দ্ৰ চৰিত, 'নতুন বাতৰি', উত্তৰ লক্ষীমপুৰ, ১৫ আগষ্ট ১৯৭৬ ]

## উচ্ছল জীৱনৰ জোৱাৰ

ভূপেন হাজৰিকাই 'অগ্নি যুগৰ ফিৰিঙতি মই', 'কঁপি উঠে কিয় তাজমহল',—"স্নেহেই আমাৰ শত 'শ্ৰাৱণত', 'সুৰ নগৰীৰ সুৰ বলিয়া মই' আদি গীতেৰে কেৱল যে সকলোৰে অন্তৰ জয় কৰিলে এনে নহয়, সেই গীতবিলাকৰ গীতিব্যঞ্জক শব্দ, ভাবপূৰ্ণ মধুৰ ভাষা,আশাপূৰ্ণ দৃষ্টিভঙ্গী আৰু কোমল সুৰে অসমীয়া সমাজত যে এজন অতি পাৰদৰ্শী গায়ক গীতিকাৰ উদ্ভৱ হ'ল তাৰ সঙ্কেত দিলে। এই গীতিবিলাকত প্ৰকাশ পোৱা উচ্ছল জীৱনৰ জোৱাৰে এইটোও স্পষ্ট কৰিলে যে জ্যোতিপ্ৰসাদৰ স্বদেশ প্ৰেম, ৰাভাৰ মানৱপ্ৰেমৰ উপৰিও ভূপেন হাজৰিকাই নিজৰ গীতৰ কাৰণে বাছি ল'লে জীৱন প্ৰেম—এই সুন্দৰ পৃথিৱীত মানুহৰ মৰম চেনেহ আৰু নৱ নৱ ধ্যানৰ এক প্ৰশস্ত আনন্দৰ মাজত জীয়াই থকাৰ হেপাহ। এনে আনন্দ, কোমলতা আৰু আশাবাদী দৃষ্টিভঙ্গী ভূপেন হাজৰিকাৰ গীতৰ বৈশিষ্ট্য। সেই সময়ৰ বা তাৰ কিছু আগৰ অসমীয়া ৰোমান্টিক কবি বা গীতিকাৰসকলৰ গীত, কবিতাত ব্যৰ্থতা বা বিৰহবহে প্ৰাধান্য দেখা যায়।

"ছিণ্ডি দিয়া চেনেহৰ মায়াজৰীগছ
সুগুনিবা সপোনৰ বাণী ;
হৃদয়ৰ হমুনিয়াহ শূন্যে মাৰ য'ক
চিতা জুই সুম'ক আপুনি ।"

[ যতীন্দ্ৰ নাথ দুৱৰা ]

"নাজানিলো আইটি ঐ মৰমে দহিব বুলি
চেনেহৰ হুলে শালি বুকু ভেদি যায়
ভাল পাওঁ বুলি কৈ তেজ যদি পিব পাৰে
এনেকুৱা ভালপোৱা কেইজনে পায় ।"

[ গণেশ গগৈ ]

"মোৰ জীৱনৰ ফুল
সুফুলি সুফুলি
ফুলিব পাৰে
ভাঙি দি হঠাৎ
মোৰ নজনা সুগুনা
ভুল ।
কাঁইটেৰে বেৰা
মোৰ এই
জীৱনৰ ফুল ।"

[ বসুকান্ত বৰকাকতী ]

"লাগ বুলি পালে যেন একোতে নাথাকে বাপ
সেয়ে—যদি পাই প্ৰণয়তো ;
টোকা নাই চকু পানী এদিনো বেজাৰ পাই
তাৰ তৃপ্তি নাই মৰমতো ।"

[ দুৰ্গেশ্বৰ শৰ্মা ]

প্ৰাণ প্ৰিয়া আজি মোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা আকুল প্ৰাণত
দিয়া প্ৰেম মকৰন্দ অমৃত পৰশ ।"

[ ৰঘুনাথ চৌধুৰী ]

"এতিয়াও কেতিয়াবা সেই ঘাটল'কে গৈ
যমুনাৰ পানী চাওঁ শ্যামল পাৰত বৈ
বহোঁ সেই বননিতে
ফুৰোঁ সেই বাটে বাটে
শুদা লাগে মন, নাই আগৰ অমিয়া সেই ।"

[ চন্দ্ৰধৰ বৰুৱা ]

"কলিজাত যি কুৰা জ্বলে ঐ জিয়া জুই
জিলিকে তাতো ঐ কেঁচাসোণ,
হ'বনে এনেদিন বাজিব ভগা বীণ,
হিয়াত মোৰ জ্বলিব পূৰ্ণিমাৰ জোন !"

[ কমলানন্দ ভট্টাচাৰ্য্য

"সকলোকে তুমিয়ে যাচিবা এটি মোৰ শেষ নিবেদন
এটি মোৰ সাঁচি থোৱা কথা,
গান মোৰ হ'ল আধা গোৱা কথা মোৰ হ'ল আধা কোৱা
এয়ে মোৰ জীৱনৰ ব্যথা ।"

[ লক্ষ্মীনাথ ফুকন ]

এনেদৰে নোপোৱাৰ বেদনা, বিৰহ আৰু স্পৰ্শ কৰিব নোৱৰা কপলৈ হাকুটি মাৰি ছাটি-ফুটি কৰা অসমীয়া ৰোমাণ্টিক কবিসকলৰপৰা হাজৰিকা

পোন্ধৰ-ষোল বছৰ বয়সতে পৃথক হৈ ওলাল এক নতুন ৰোমাণ্টিক দৃষ্টিভঙ্গীৰে। ব্যৰ্থতাৰ সলনি, বিৰহৰ সলনি, তেওঁৰ ৰোমাণ্টিক গীতত ফুটি ওলাল এক নতুন উদ্দীপনা, এক বিজয়ীৰ মনোভাৱ আৰু জীয়াই থকাৰ এক বিশেষ আনন্দ।

ভূপেন হাজৰিকাৰ গীতত যৌৱনৰ আনন্দ, জীয়াই থকাৰ আনন্দ আৰু আশাবাদী দৃষ্টিভঙ্গী প্ৰতিফলিত হোৱাৰ কেইটামান কাৰণ উল্লেখ কৰা যুগুত হ'ব। প্ৰথমেই, ন গৰাকী ভাই-ভনী আৰু অতি মৰমিয়াল মাক-দেউতাকেৰে তেওঁলোকৰ ঘৰখন আছিল খুব আনন্দমুখৰ। তেওঁলোক আটাইৰে মাজত খুব মিলাপ্ৰীতি ও ভাল বুজাপৰা আছিল। দ্বিতীয়তে, তেওঁ পঢ়া-শুনাতও ভাল আছিল যেতিয়া তেওঁক সকলোৱে ভাল ল'ৰা বুলিছিল ( অৱশ্যে, অসমীয়া সমাজত ভাল মানেই পঢ়া-শুনাত ভাল, দুষ্ট মানে পঢ়া-শুনাত ভাল কিন্তু শান্ত নহয়, বদমাচ মানে পঢ়া-শুনাত বেয়া আৰু শান্ত নহয়, অসভ্য মানে অৱশ্যে অসভ্যই )। তৃতীয়তে, তেওঁ সেই সময়ৰ 'অসমৰ আটাইতকৈ ধুনীয়া ছোৱালী' বুলি ভবা এগৰাকীৰ প্ৰতি আকৃষ্ট হৈছিল ( অৱশ্যে সেই সময়ৰ সৌন্দৰ্য্য প্ৰয়াসী ডেকা আৰু বৰ্ত্তমান বষ্টনৰ অধিবাসী শ্ৰীপ্ৰফুল্ল খাউণ্ডৰ মতে ডক্টৰ হাজৰিকাৰ ভনীয়েক শ্ৰীমতী কুইন হাজৰিকাহে 'অসমৰ আটাইতকৈ ধুনীয়া ছোৱালী আছিল। এই বিষয়ে হাজৰিকা আৰু খাউণ্ডৰ মাজত সৌ সিদিনাও বষ্টনৰ খাউণ্ডৰ ঘৰত তৰ্কাতৰ্কি হৈছিল )। যাহওক, হালি জালি অহা পখিলাটিৰ দৰে ভূপেন হাজৰিকাই 'প্ৰেমৰ ফুলমধু' বিচাৰি প্ৰেয়সীৰ কাষ চাপিছিল আৰু যৌৱন-ৰঙা দীপ্তিৰ সেই 'ফুলৰাণী' গৰাকীয়েও হাজৰিকাক প্ৰেমেৰে বন্দনা কৰিছিল। সমাজত ভাল ল'ৰা বুলি খ্যাত, প্ৰেমত বিজয়ী, আদৰ্শবাদী আৰু কৃবিৰ ডেওনা পাৰ নোহওঁতেই কৃতকাৰ্য্যতা লাভ কৰা এনে এজন শিল্পীৰ সৃষ্টিত ব্যৰ্থতাৰ লেশমানও চিন নথকাটো স্বাভাৱিক।

এইটোও সঁচা যে ১৯৪৬ চনৰ আগতেই ডঃ হাজৰিকাৰ কবিপ্ৰাণ আৰু ব্যক্তিত্বই বিশেষ গঢ় লয়। ১৯৬৭ চনৰ এক অসুস্থ বাতিপুৱা বচা তলৰ কথা কেইফাকিক তেওঁ অজানিত ভাৱে জীৱনৰ আদিভাগতে অনুকৰণ কৰা

দেখা যায়। তেওঁৰ 'অগ্নি যুগৰ ফিৰিঙতি' উজ্জ্বল ভৱিষ্যতৰ গান, 'কঁপি উঠে কিয় তাজমহল'ত আছে অতীত গৌৰৱ আৰু 'স্নেহেই আমাৰ শত শ্ৰাৱণত'ত আছে বৰ্ত্তমানৰ সুপ্ৰভাত।

"মোৰ গান হওক
বহু আস্থাহীনতাৰ বিপৰীতে এক গভীৰ আস্থাৰ গান।
মোৰ সুৰ বিন্যাসত মূৰ্ত্ত হওক
অতীত বৰ্ত্তমান
চিৰ উজ্জ্বল ভৱিষ্যতে যেন তাতেই কৰে নিতে স্নান।"

## পঞ্চম অধ্যায়

# বিদ্ৰোহৰ গীত

ভূপেন হাজৰিকা, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বঙ্গদেশৰ নজৰুল ইচলামৰ বিশেষ সাদৃশ্য এয়েই যে এওঁলোক তিনিও বিশেষ প্ৰতিভাৰ সুগায়ক, সুৰস্ৰষ্টা আৰু গীতিকাৰ। তদুপৰি সেই অগ্নি যুগত এওঁলোকৰ আত্মা বিশেষ ভাৱে জাগি উঠিছিল স্বদেশ প্ৰেমেৰে। এই স্বদেশ প্ৰেম কেৱল দেশক স্বাধীন কৰিবলৈ অদম্য হেপাঁহতেই সীমাৱদ্ধ নাছিল—ভাৰতীয় সমাজৰ অন্যায় অবিচাৰ, দৰিদ্ৰ বা শ্ৰমিকসকলৰ নিৰ্য্যাতন আদিৰ বিপক্ষেও তেওঁলোকে বিদ্ৰোহ কৰিছিল। নজৰুলৰ দৃঢ় ঘোষণা :

"যে হাত হাতুড়ি দিয়া গড়িয়াছি প্ৰাসাদ হৰ্ম-বাজি,
সেই হাত দিয়া বিলাস-কুঞ্জ ধ্বংস কৰিব আজি।
দেই নাই ওৰা পাৰিশ্ৰমিক মজুৰেৰ শ্ৰমিকেৰ—
যা দিয়েছে, অহে মেটেনি মোদেৰ ক্ষুধা তৃষ্ণা ক্ষণিকেৰ।
মোদেৰ প্ৰাপ্য আদায় কৰিব, কৰ্ জি শক্ত কৰ;
গড়াৰ হাতুড়ি ধৰেছি, এবাৰ ভাঙাৰ হাতুড়ি ধৰ।"

[ আবদুল কাদিৰ সম্পাদিত, নজৰুল ৰচনা-সম্ভাৰ, ইউনিভাৰ্সাল বুক ডিপো, পৃঃ ২১ ]

"আমি আল্লাৰ সৈনিক, মোৰ কোনো বাধা-ভয় নাই,
তাহাৰ তেজেৰ তলোয়াৰে সব বন্ধন কেটে' যাই।
তুফান আমাৰ জন্মেৰ সাথী আমি বিপ্লৱী হাওয়া,
'জেহাদ', 'জেহাদ', 'বিপ্লৱ', 'বিদ্রোহ' মোৰ গান গাওয়া!"

[ ঐ, পৃঃ ১৫ ]

আমি বিদ্রোহ কৰেছি—বিদ্রোহেৰ গান গেয়েছি অন্যায়েৰ বিৰুদ্ধে, অত্যাচাৰেৰ বিৰুদ্ধে—যা মিথ্যা, কলুষিত, পুৰাতন-পচা সেই মিথ্যা সনাতনেৰ বিৰুদ্ধে, ধৰ্মেৰ নামে ভণ্ডামি ও কুসংস্কাৰেৰ বিৰুদ্ধে।"

[ ঐ চিঠিপত্র, পৃঃ ৫৩ ]

সেইদৰে জ্যোতিপ্ৰসাদৰ অন্তৰতও বিদ্ৰোহৰ অগনি জ্বলিছে আৰু আগ্নেয়-গিৰিৰ দৰে তেওঁও উদ্‌গৰি উঠিছে:

"নৱবিপ্লৱী কবি জাগে
আলোক আশিষ জাগে
আগ্নেয়গিৰি সম—
ভোহাৰি-বিদাৰি- ভাঙি-বিস্ফোৰি পৃথিৱীৰ গৰ্ভ
জাগে বিদ্ৰোহী কবি উদ্‌গাৰি অগণিত অগ্নি-স্ফুলিঙ্গ।"

[ আগৰৱালা, লুইত পাৰৰ অগ্নিসুৰ, পৃঃ ১৯ ]

"ময়ে অসমীয়া শৰাইঘাটৰ
চোকা তৰোৱাল লওঁ লাচিতৰ
মোমাইতামুলী গড়
দুৰ্জ্জয় অগ্নিগড় ময়েই
নাই মোৰ সমসৰ।

[ ঐ, পৃঃ ১৮৭ ]

"দলিতৰ পেষিতৰ,
ক্ষুধিতৰ, তৃষিতৰ
লাঞ্ছিতৰ মাথোঁ হাহাকাৰ।
ধ্যানভঙ্গ মহাকাল সম মই
সেইহে জাগিলোঁ আজি
ভীষণ ৰূপেৰে সাজি
বিদ্যুৎ-বিপ্লৱ-বহ্নি জ্বালি
তিমিৰৰ মহাগৰ্ভ ফালি—"

ভূপেন হাজৰিকাই গীতিকাৰ জীৱনৰ আৰম্ভণিতে ৰচে বিদ্ৰোহৰ গীত 'অগ্নি যুগৰ ফিৰিঙতি মই' আৰু সময়ে সময়ে তেওঁৰ বহু গীতত বিদ্ৰোহী প্ৰাণৰ স্পষ্ট পৰিচয় পোৱা যায়। শোষণকাৰীৰ বিৰুদ্ধে, অত্যাচাৰীৰ বিৰুদ্ধে, দমনকাৰীৰ বিৰুদ্ধে, দৰিদ্ৰ বা শ্ৰমিকে ভুগিব লগীয়া হোৱা নিৰ্য্যাতনৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ মানুহক উৎপ্ৰেৰণা যোগোৱাত তেওঁৰ বিদ্ৰোহী গীতবিলাক লাচিতৰ তৰোৱালতকৈও চোকা। 'নৰ কঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধিম', 'হেজাৰ পানেয়ে চিঞৰি উঠিলে—পৃথিৱী উঠিলে কঁপি', 'সেই মুহূৰ্ত্তলৈ যি মুহূৰ্ত্ততে মোৰ সীমান্ততে সেই শত্ৰু দৈত্যটোৰ নহয় মৰণ, ৰণক্লান্ত নহওঁ', 'সংগ্ৰাম আন এটি নাম জীৱনৰে' আদিৰ তেজস্বী প্ৰকাশে সমাজত সহজেই জুই জ্বলাব পাৰে।

সেই অগ্নিযুগৰ ফিৰিঙতিক ভাৰতৰ স্বাধীনতাই শান্তিপানী ছটিয়াই কিছুদূৰ শান্ত কৰিলেও, ভূপেন হাজৰিকাৰ বিদ্ৰোহী প্ৰাণ সময়ে সময়ে অন্যায় অধৰ্ম্ম দেখি জাগি উঠে। সেয়েহে বাংলাদেশৰ মুক্তিবাহিনীৰ স্বাধীনতা যুদ্ধতো তেওঁ 'গঙ্গা আমাৰ মা' ৰে ইন্ধন যোগাবলৈ সমৰ্থ হৈছিল।

নজৰুল ইচলামৰ দৰে ভূপেন হাজৰিকাৰ বিদ্ৰোহী প্ৰাণে অনুভৱ কৰে প্ৰচণ্ড ধুমুহাই দিয়া শক্তি। বিদ্ৰোহৰ ক্ষেত্ৰত তেওঁৰ উদাত্ত কণ্ঠ বজ্ৰৰ দৰে দৃঢ় আৰু শক্তিশালী বুলি থকা তেওঁৰ বিশ্বাসৰ কাৰণেই তেওঁৰ ইচ্ছা যেন

'গীত গাই কঁপাম দিগন্ত', এনে বিদ্ৰোহী প্ৰাণৰ কাৰণেই তেওঁ গৌৰৱেৰে ঘোষণা কৰে, 'হৃদয়ে আমাৰ ৰবীন্দ্ৰনাথ, চেতনাই নজৰুল' [ ভূপেন হাজৰিকা, আমি এক যাযাবৰ নামৰ বঙালী লং-প্লেয়িং ৰেকৰ্ডৰ প্ৰচ্ছদ ]।

ভূপেন হাজৰিকাৰ যিবিলাক গীতত সাম্যবাদ অথবা আন ৰাজনৈতিক মতবাদৰ সঙ্কেত পোৱা যায় সেইবিলাক গীতক আমি 'বিদ্ৰোহৰ গীত' শ্ৰেণীত ধৰিলোঁ।

## অগ্নিযুগৰ ফিৰিঙতি

[ এইটো ভূপেন হাজৰিকাই ৰচা দ্বিতীয় গীত ]

অগ্নিযুগৰ ফিৰিঙতি মই
নতুন অসম গঢ়িম।
সৰ্ব্বহাৰাৰ সৰ্ব্বস্ব পুনৰ ফিৰাই আনিম
নতুন অসম গঢ়িম

নৰকঙ্কালৰ অস্ত্ৰ সাজি
শোষণকাৰীক বধিম।
সৰ্ব্বহাৰাৰ সৰ্ব্বস্ব পুনৰ ফিৰাই আনিম।
ধৰ্ম্ম ব্যৱসায়ীৰ ঠাই নাই তাত,
জাতিৰ অহঙ্কাৰ লয় পাব তাত।
অস্পৃশ্যতাৰ মহাদানৱক
আপোন হাতেৰে নাশিম।
নতুন অসম গঢ়িম।

হৰিজন, পাহাৰী, হিন্দু, মুছলিমৰ
বড়ো, কোচ, চুটিয়া, কছাৰী, আহোমৰ
অন্তৰ ভেদি মৌ বোৱাম
ভেদাভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম।

[ ৰচনা : ১৯৩৯ ; 'ছিৰাজ' ( ১৯৪৮ ) কথাছবিত দিছে। ]

## বিক্ষুব্ধ বিশ্বকণ্ঠই

বিক্ষুব্ধ বিশ্বকণ্ঠই অহোৰাত্ৰি চিঞৰে, চিঞৰে
প্ৰচণ্ড অগ্নিপিণ্ড জ্বালাময়ী হৈ উৰে
কিয় উৰে ?
পৃথিৱীতো নহয় প্ৰলয়ৰ আকাঙ্ক্ষী
গণ মানস নহয় ধ্বংসৰ প্ৰয়াসী
তথাপিতো শিখা উৰে।
অমিত সঙ্কল্প প্ৰতিৰোধৰ পদাঘাতে
পাশৱিকতাৰ দম্ভৰ
অকাল মৃত্যু মাতে।
সুদূৰ প্ৰসাৰী
মানৱ সভ্যতাই
প্ৰতি মানৱৰ আগ্নেয়গিৰি আত্মাই
নৱ বিপ্লৱ নিতে গঢ়ে।
প্ৰচণ্ড আগ্নেয়গিৰি জ্বালাময়ী হৈ উৰে,
সেয়ে উৰে।

[ কলিকতা, ১৯৬৯ ]

## বক্ষ তীখা হৈ গ'লে

তপ্ত তীখাৰে
অগ্নি শক্তি
ৰক্ত বৰ্ণে জ্বলে —এ জ্বলিলে।
মুক্ত পিয়াসী
সুপ্ত মানুহৰ
বক্ষ তীখা হৈ গলে—এ গলিলে॥

জনতা তন্ত্ৰৰ
সাজি লওঁ অস্ত্ৰ
স্বতন্ত্ৰতাকে আনিম বুলি।
শোষণ জৰ্জ্জৰ
সহস্ৰ মানুহৰ
আৰ্ত্তনাদ আৰু মুশুনো বুলি॥

আমাৰে দেশতে
ফল্গু সদৃশ
গুপ্ত সংগ্ৰাম চলে—এ চলিলে॥

হে···হেইয়া কি ৰাম, ৰাম
ডাব মাৰিবলৈ আহাঁ কি ৰাম, ৰাম।
হে···হেইয়া কি ৰাম, ৰাম।
জীৱন লুইতলৈ আহাঁ কি ৰাম, ৰাম
হে···হেইয়া কি ৰাম, ৰাম।
ক্ষুদ্ৰ স্বাৰ্থ এৰি আহাঁ কি ৰাম, ৰাম।
হে হেইয়া কি ৰাম, ৰাম॥

ৰাইজ নেকান্দিবা
টঙালি বান্ধিবা
যাত্ৰাৰ অন্ত হয় হে হয়।
হে···হেইয়া কি ৰাম, ৰাম,
দেশৰ হকে মৰিবলৈ আহাঁ কি ৰাম, ৰাম
হে···হেইয়া কি ৰাম, ৰাম।

দেশৰেই প্ৰজা
অন্যায় যুঁজা
সত্যৰ আজি হ'ব জয় হে জয়।

[ 'মণিৰাম দেৱান' ( ১৯৬৩ ) কথাছবিত দিছে ]

## হে দোলা

দোলা, হে দোলা, হে দোলা, হে দোলা
একা বেঁকা বাটেৰে কঢ়িয়াওঁ কঢ়িয়াওঁ
বৰ বৰ মানুহৰ দোলা।
হে দোলা

আপোন কৰিলোঁ বন্নুৱাৰ জীৱনক
দেহা ভাগৰাই তোলা,
হে তোলা॥
হেইয়া না, হেইয়া না, হেইয়া না, হেইয়া!

দোলাৰ ভিতৰত তিৰ বিৰ কৰিছে
চহকী পাটৰে পাগ
ঘনে ঘনে দেখিছোঁ লৰচৰ কৰিছে
শুকুলা চোঁৱৰৰ আগ
মোৰহে ল'ৰাটিক
এইবাৰ বিহুতে
নিদিলোঁ সূতাৰে চোলা।
চকুলো ওলালেও মনটি নেভাঙো
কঢ়িয়াই লৈ যাওঁ দোলা?
যুগে যুগে জাপি দিয়ে মেটমৰা বোজাটি
কান্ধ ভাঙো ভাঙো কৰে, হে কৰে
বৰ বৰ মানুহে দোলাত টোপনিয়ায়
আমাৰহে ঘামবোৰ সৰে অ' সৰে।

ওখকৈ পাহাৰৰ টিঙটি উঠিছোঁ
ভালকৈ খোজটি মিলা
আমাৰ কান্ধৰ পৰা পিচলিব লাগিলে
বাগৰি পৰিব দোলা
ৰজা মহাৰজাৰ দোলা
বৰ বৰ মানুহৰ দোলা ।

[ গুৱাহাটী, ১৯৫৩ ]

## ঝক্ ঝক্ ৰেল চলে

ঝক্ ঝক্ ৰেল চলে মোৰ
ৰেল চলে মোৰ ৰেল চলে
সাম্য ৰিঙিয়াই,
শান্তি উকিয়াই ৰেল চলে ॥

ফায়াৰ মেন্ মই
দপ দপ অগনিৰ
তেজ ৰঙা বৰণৰ
কয়লাৰ পাত্ৰ
হাতেৰে খামুচি ধৰি
বয়লাৰ ভুগুণে জ্বলাওঁ
দেহা মোৰ জ্বলে জ্বলে ॥

চিগনেল মেন্ মই
ক'লা ক'লা কয়লাৰ ধূলি লাগি ক'লা পৰা
বাহুৰ শকতিৰে শোষণৰ কণা বাট

হোঁহকাই থৈ মই সময়ৰ আলিটিৰ
নিচান উৰাওঁ
শোষণ দূষিত বায়ু ফালে ফালে ॥

ড্ৰাইভাৰ লাইনচ্‌মেন্‌
বন্ধুৱা কেৰাণী মই
ৰাতি নাই, দিন নাই, চকুত টোপনি নাই
হায়, হায়, হায়
খং উঠি ৰঙা পৰা চকুত কয়লা পৰি
দৃষ্টিক দুগুণে জ্বলাওঁ
কাম কৰি মই ভাগৰি পৰিলোঁ
পেট মোৰ জ্বলে, জ্বলে ॥

যন্ত্ৰ যুগৰ সুমহান কৃষ্টিৰে
মানুহৰ মুক্তিৰ গঢ়িম সোপান
নতুনৰ গতি খোঁদ বাহুৱে বাহুৱে বন্ধা,
আকাশ পৰশি যোৱা
একতাৰ বান্ধোনক
ৰুধিব কোনে ?
সাম্যৰ ধুমুহাই ঠেলে ঠেলে ॥

[ ১৯৪৯ চনত চিকাগোৰ ৰেল ষ্টেচনত ৰচা। ১৯৫৩ চনত ভাৰতৰ পৰা চীনলৈ যোৱা সাংস্কৃতিক দলৰ সদস্য শ্ৰীদিলীপ শৰ্ম্মাক চীনত গাবলৈ সুৰ দিয়া হয়। ]

## প্ৰতিধ্বনি শুনো

[ ১৯৫৩ চনত ভাৰতৰ পৰা চীনলৈ যোৱা সাংস্কৃতিক দলৰ সদস্য
শ্ৰীদিলীপ শৰ্ম্মাক চীনত গাবলৈ দিয়া । ]

প্ৰতিধ্বনি শুনো মই প্ৰতিধ্বনি শুনো
মোৰ গাঁৱৰে সীমাৰে পাহাৰৰ সিপাৰৰ
নিশাৰ চিঞৰটিৰ প্ৰতিধ্বনি শুনো ।
কাণ পাতি শুনো মই বুজিব নোৱাৰোঁ
চকু মেলি চাওঁ মই মনিব নোৱাৰোঁ
চকু মুদি ভাবোঁ মই ধৰিব নোৱাৰোঁ
হাজাৰ পাহাৰ মই বগাব নাজানো ।
হ'ব পাৰে কোনো গাভৰুৰ শোকভৰা কথা
হ'ব পাৰে কোনো আইতাৰ নিশাৰ সাধু কথা
হ'ব পাৰে কোনো ৰংমনৰ কঠিয়াতলীৰ বেথা
চিনা চিনা সুৰটিক চিনিব নাজানো
শেষ হ'ল কোনো গাভৰুৰ শোকভৰা কথা
শেষ হ'ল কোনো আইতাৰ নিশাৰ সা কথা
শেষ হ'ল কোনো ৰংমনৰ কঠিয়াতলীৰ বেথা
চিনা চিনা সুৰটিক চিনিব নাজানো
নতুন চিঞৰটিৰ প্ৰতিধ্বনি শুনো ।
মোৰ ক'লা চুলিত ৰাতিপুৱাৰ ৰঙা ৰ'দ পৰে
চকুৰ আগৰ কুঁৱলীবোৰে ভয়ত উৰা মাৰে
জাগি উঠা মানুহে হেজাৰ চিঞৰ মাৰে
তাতে ঠেকা লাগি হাজাৰ পাহাৰ ভাঙি পৰে
মানৱ সাগৰত কোলাহল শুনো ।

## প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক

প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক,
'তোমাৰ প্ৰাপ্য কি কোৱাঁ ?'
মনৰ দুৱাৰ মেলি নিৰ্ভীক ভাৱে কলোঁ
'তোমাৰ শক্তিখিনি দিয়াঁ'।
বজ্ৰৰ গৰ্জ্জনে বক্ষ উজাৰি ক'লে,
'তোমাৰ কাম্য কি কোৱাঁ ?'
মই কলোঁ, 'বজ্ৰ তোমাৰ
শক্তিশালী উদাত্ত কণ্ঠটি দিয়াঁ'।
এদিন আকাশে ক'লে, 'জনৈক গীতিকাৰে
অকণি আকাশ দেখোঁ মাগে,
তুমি কিয় আজি বাৰু কম্পিত কণ্ঠেৰে
মাগিছা সৰ্ব্বাকাশ সত্তা ?'
মই ক'লোঁ, 'তুমিয়েইতো কৈছিলা ৰাতিপুৱা
যিমানে বিলাই দিবা
সিমানে মহান হ'বা
তাৰে নাম সঁচা উদাৰতা।
সেয়েহে আকাশ তুমি
দিব যদি খুজিছাই
সংকীৰ্ণতা এৰি দিয়াঁ
অৱদান ৰূপে তোমাৰ পূৰ্ণ বিশালতা
দিয়া যদি আজিয়েই দিয়াঁ'।
মহাকাশে দিলে মোক বিশাল দৃষ্টি
আৰু ধুমুহাই প্ৰচণ্ড শক্তি
বজ্ৰই দিলে মোক উদাত্ত কণ্ঠ
আৰু দিলে সাহসৰ যুক্তি।

বজ্ৰৰ কণ্ঠেৰে
ধুমুহাৰ শক্তিৰে
গীত গাই কঁপাম দিগন্ত।
দানৱৰ সমাজতো গাম মানৱৰ গীত
কলিজাৰ সঁচা সুৰ-সিক্ত।
মুমূৰ্ষু মানৱক
জীৱনৰ বিদ্যুত
কিঞ্চিতো যদি দিব পাৰোঁ
আকাশ ধুমুহা আৰু বজ্ৰক
তাৰ বাবে শতবাৰ প্ৰণিপাত কৰোঁ

[ 'লটিঘটি' ( ১৯৬৪ ) কথাছবিত দিছে ]

ভাঙ শিল ভাঙ

ভাঙ
শিল ভাঙ
ভাঙ ভাঙ ভাঙ শিল ভাঙোতা
তোৰ ঘাম ভৰা নঙঠা পিঠি তপত ৰ'দত যায় ফাটি
কোমল ভৰিৰ তলুৱাত জ্বলে তপত ৰঙা ৰঙা মাটি
তথাপিও তোৰ নাই গুণ গাওঁতা।
আকাশ পৰশা ক'লা শিলবোৰে যুগ যুগ আছে উন্নত শিৰে
ভাবে সক সক মানুহৰ নাই শক্তি চূৰ্ণ কৰিব শিল শক্তিৰ মূৰ্তি
ভাবে নাই নাই নাই হাত ভাঙোতা।
নিজ হাতেৰে শুকান মাটি খান্দ, সৰু শিলেৰে সেন্দূৰী আলি বান্ধ
অ' তই নিজ হাতে গঢ় দিয়া আলিটিৰে অহা যুগৰ সভ্যতাই
আগ বাঢ়ে
তই শিলেৰে ইতিহাস ৰচোঁতা
তই সাম্যৰ সৰগ ৰচোঁতা।

[ গুৱাহাটী, ১৯৫৩ ]

## মুক্তিকামী লক্ষজনৰ

মুক্তিকামী লক্ষজনৰ
মৌন প্ৰকাশ শুনিছানে নাই?
জীৱন আকাশত নতুন সাহসৰ
পৰিছে জ্যোতি দেখিছানে নাই?

কিমান পালা নেপালা কিমান
হিচাপ নকৰিলা কোনো ক্ষতি নাই
আহিছে সময় গণনাৰো দিন
কৰিবা প্ৰকাশ কোনো ত্ৰাস নাই।

কাল ৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত বুজিলানে নাই?
ৰুদ্ধ দ্বাৰেই মুক্ত বায়ুক
সদা কৰে ভয় বুজিলানে নাই?

জীৱন সিন্ধুৰ প্ৰতি বিন্দুত
উঠিছে জোৱাৰ ভাঙি পাৰাপাৰ
মহাশূন্যৰ প্ৰতিটো দিশত
শুনিছানে নাই আশাৰ হুঙ্কাৰ?

যিমান পাৰা হোৱা অগ্ৰগামী
নৰ'বা কিঞ্চিৎ কোনো লাভ নাই
ধ্বংসকাৰীক পৰাস্ত কৰা
শান্তি যুঁজৰ কোনো ক্ষয় নাই।

কাল ৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত বুজিলানে নাই
ৰাইজ সিংহক শৃঙ্খল শৃগালে
সদা কৰে ভয় বুজিলানে নাই ?

[ কলিকতা, ১৯৭৭ ]

## এন্ধাৰ কাতিৰ নিশাতে

এন্ধাৰ কাতিৰ নিশাতে
এখনি নৈৰ পাৰতে
এটি ভগা পঁজাতে
পানেইৰ কামিহাড় সাৰটি
তাইৰ পোনাকণে ফেঁকুৰে—
“আই ভোক লাগিছে
আই ভাত দে
আই পিয়াহ লাগিছে
আই গাখীৰ দে
আই ডিঙি মোৰ শুকায়ে যায়
আই এন্ধাৰ দেখিছোঁ আই”
কপালত হাত দি
পানেয়ে দেখিছে
পোনাটিৰ হু হু জ্বৰ
ঔষধো নাই, গাখীৰ নাই
ফল নাই, মূল নাই
তেনেই উদং ঘৰ।

“ৰাতিৰ পুৱাতেই
খুজি মাগি আনি দিম
অলপ ধৈৰ্য্য ধৰ
অ' বাচা, আজি নিশাটো তেনেই উদং ঘৰ”

কান্দি-কাতি ভাগৰি
আই বুলি চিঞৰি
পোনাটি টোপনি যায়
পানেয়ে তেতিয়া পোনাটিক চুমা দি
টোপনিৰ গীতটি গায়

“আমাৰে মইনা শুব এ
সোণালী ধাননি দাব এ
ন চাউলৰে চিৰা ভাজি দিম
বাটি ভৰি ভৰি খাব
অয় বাচা টোপনি যা”

মাজনিশা কুকুৰৰ ভুকনিত
ধপ্ ধপ্ বুকুৰে কঁপনিত
পানেয়ে উচপ্ খাই ফটা কঁথা আঁতৰাই
পোনাটিৰ মুখ চাই
আথে বেথে সাৱটি গায়
সোণৰে পুতলি বাচা মুৰ তুলি চা
সুদা পঁজাত কুটাও নাই
পানী টোপা খা

বাচা নেমাত কেলেই? কি হ'ল বাচা?
দেহা চেঁচা কেলেই? চকু মেল বাচা!
তই জঠৰ কেলেই? বুকুৰে সোণ!
আই বুলি নেমাত? কলিজাৰ সোণ!

অ' মোৰ বুকুৰে সোণ
তোৰ জীৱনৰ দোক মোকালিত
মৰণৰে মূৰতি চা
পিঠা পিঠা কৰিছিলি অ' বুকুৰ সোণ
নিসনিও নিদিলোঁ মোৰ পঁজাৰ জোন
তই মৰিশালিৰ চিতা জুইত
আলফুলে টোপনি যা
অয় বাচা টোপনি যা
পানেইৰ চকু ছুটি হ'ল ৰঙা ফিৰিঙতি
শেষ হ'ল তপত চকুলো
'চকুৰ পানীবোৰ শুকুৱাই পেলালোঁ
এইবাৰ পণ লৈ ৰণলৈ ওলালোঁ—'
পোনাটিৰ মৰা শ দুই হাতে দাঙি লৈ
বিদ্ৰোহী পানেয়ে নতুন আশা লৈ
শ শ পানেইৰ বাটটি ল'লেগৈ
পৃথিৱী উঠিলে কঁপি
হেজাৰ পানেয়ে চিঞৰি উঠিলে
আকাশত সুকয়ে ৰঙাকৈ আঁকিলে
ন সমাজৰে ছবি।
'বাচা উভতি যিদিনা আহিবি
ন ন জীৱনৰ মূৰতি দেখিবি
বৰ বৰ মানুহৰ ভঁৰালৰ পৰা মই
কাঢ়ি আনি ফল দিম
দৰৱ-জাতি দিম
গাখীৰ গুৰ দিম
পঢ়াশালি পাতি দিম
মুখত হাঁহি দিম পুতলানো কত দিম

ন ন ৰহণে সজা
উজলাবি পানেইৰ পঁজা
ভোকত শুকাব মন্ত্ৰী ৰজা
আৰু যত আছে
চোৰ মহাৰজা
ধান ভৰা গাঁৱৰে বাংঢালী আকাশত
তেতিয়াই উৰুৱাম তোৰেই জীৱনৰ ধ্বজা
বাচা টোপনি যা
আমাৰে মইনা শুব এ
চিতাকে সাৱটি ল'ব এ
মৰণৰ মাজেদি জীয়াই তুলিব
মৰা সমাজৰে মন এ
অয় বাচা টোপনি যা
তই মৰিশালিৰ চিতা জুইত
আলফুলে টোপনি যা।

[ গুৱাহাটী, ১৯৫৩ ]

## ৰাইজ আজি ভাৱৰীয়া

ৰাইজ আজি ভাৱৰীয়া
দেশেই নাটঘৰ
কোনে কি ভাও লবা, আহাঁ
সময় যে তাকৰ।

আখৰা নালাগে
নালাগে পোচাক

নওঠা হৈয়ে আহাঁ
ভোকাতুৰ পেটতে
গামোচা বান্ধি
উন্মাদ হৈয়ে আহাঁ
তেহে ৰং চৰিব নাটৰ
কোনে কি ভাও ল'বা অহাঁ
সময় যে তাকৰ ।

পৰিচালকক সুধিবৰ হ'ল
মুখাৰে কিমান ঠগিবা
'টেকনিক' ভৰা নাটেৰে কিমান
নাটনিৰ নাট মেলিবা

সংলাপ নালাগে মিঠা ভাষাৰ
আৰ্ত্তনাদেৰেই কোৱাঁ
ভুক্তভোগী জনকে চেতনাৰে যুঁজি
বীৰৰ যোগ্য হোৱাঁ
তেহে ৰহণ চৰিব নাটৰ
কোনে কি ভাও ল'বা, আহাঁ
সময় যে তাকৰ ।

[ কলিকতা, ১৯৭৭ ]

## দেশৰ হকে মৰোঁ অ'

অহো হো মহ' অ'
দেশৰ হকে মৰোঁ অ'
কিঞ্চিতো নাই ভয় নাই
ওলালোঁ মুক্তি পথ যাত্ৰী।

ৰংঘৰ ৰংঘৰ তেজীৰঙা ৰংঘৰ
আজি কিয় ৰং তোৰ নাই
ডাঙৰীয়া সকবৰে আৰু যত অনুচৰে
কিয় আজি শোকতে বিনায়।
নাকান্দিবি অ' দেশ মাতৃ!

শান দিয়া হেংদান যত মহা অস্ত্ৰী
মন্ত্ৰণা দিয়া আজি যত মহা মন্ত্ৰী
আশিষ দিয়া আই মাতৃ
ওলালোঁ মুক্তি পথ যাত্ৰী।

[ পিয়লী ফুকন ( ১৯৫৫ ) কথাছবিত দিছে। ]

## বিস্তীৰ্ণ পাৰৰে

বিস্তীৰ্ণ পাৰৰে
অসংখ্য জনৰে
হাহাকাৰ শুনিও
নিঃশব্দে নিৰবে বুঢ়া লুইত-তুমি
বুঢ়া লুইত বোৱা কিয়?

নৈতিকতাৰ স্খলন দেখিও
মানৱতাৰ পতন দেখিও
নিৰ্লজ্জ অলস ভাৱে বোৱা কিয় ?
জ্ঞানবিহীন নিৰক্ষৰৰ
খাদ্যবিহীন নাগৰিকৰ
নেতৃবিহীনতাত নিৰৱ কিয় ?
সহস্ৰ বাৰিষাৰ
উন্মাদনাৰ
অভিজ্ঞতাৰে
পঙ্গু মানৱক
সবল সংগ্ৰামী
আৰু অগ্ৰগামী
কৰি নোতোলা কিয় ?
ব্যক্তি যদি ব্যক্তি কেন্দ্ৰিক
সমষ্টি যদি ব্যক্তিত্ব ৰহিত
তেনে শিথিল সমাজক নাভাঙা কিয় ?
তুমিয়ে যদি ব্ৰহ্মাৰে পুত্ৰ
সেই পিতৃত্ব তেনে নাম মাত্ৰ
নহ'লে প্ৰেৰণা নিদিয়া কিয় ?
উন্মত্ত ধৰাৰে
কুৰুক্ষেত্ৰৰে
শৰ শয্যাকে
আলিঙ্গন কৰা
ভীষ্মৰূপী
অজস্ৰ বীৰক
জগাই নোতোলা কিয় ?

[ কলিকতা, ১৯৫৫ ]

## যায় যদি যায় জীৱনটো যাক্

আহ্
আহ্
ওলাই আহ্
সজাগ জনতা—
আহ্
আহ্
ওলাই আহ
পোহৰ আনোতা

ৰামৰে দেশতে থকা ৰাৱণ বধোঁতে
যায় যদি যায় জীৱনটো যাক ! আহ্

সমুখৰে সেনাপতি থমকি ৰিবালে
কিনো হ'ব সেনানীয়ে ভাবিলে গুণিলে
ক'লা কাকতীফৰিং নাশোঁগৈ আহ্

( শুন ) বুভুক্ষ শিশুৰে আৰ্ত্তনাদ
( সেয়ে ) তিল্ তিল্ মৃত্যুৰ আনে সংবাদ,
সেই সংবাদ শুনিও বধিৰ কিয় ?
তই নকৰিবি কিয় তোৰ শেষ প্ৰতিবাদ ?

সংগ্ৰাম আন এটি নাম জীৱনৰে
ইতিহাসে চিঞৰে 'জয় জনতাৰে'
ত্ৰাস এৰি দানৱক বধোঁগৈ আহ্

[ কলিকতা, এক চেপ্তেম্বৰ ১৯৬৪ ]

## সংগ্ৰাম যদি জীৱনৰ এটি নাম

সংগ্ৰাম যদি জীৱনৰ এটি নাম
( সেই ) সংগ্ৰাম হওক তোৰ প্ৰিয়
দুই হাতে চকু দুটি ঢাকি ধৰি তই
অকলে' উচুপনো কিয় ?
আঘাতেই যদি তোৰ জীৱন পথত
নিতে নিতে সহচৰ হয়
বেদনাই যদি নিষ্ঠুৰভাৱে
অকালতে আনে পৰাজয়
(তেনে) সংগ্ৰাম কৰি কৰি আকাশলে' চাই
থিয় তই নহৱনো কিয় ?
চহৰে নগৰে গাঁৱে পথে-ঘাটে পথাৰে
সমদল দেখিছ নে নাই
তোৰ দৰে হেজাৰে চিঞৰি চিঞৰি সোঁৱা
আগবাঢ়ে পৃথিৱী কঁপাই
যি তই নাপালি, কাঢ়ি কিয় নানিলি
ইঙ্গিত সুবুজাটো হৱ !

[ বোম্বাই, দহ আগষ্ট ১৯৮০ ]

## ষষ্ঠ অধ্যায়

## জাতিভেদৰ কথা

ডক্টৰ ভূপেন হাজৰিকাই হয়তো গভীৰ আস্থাৰ, বিদ্ৰোহ, সাম্যবাদ, উচ্ছল যৌৱনৰ জোৱাৰ আদিৰ গীতকেই সৃষ্টি কৰি গ'লহেঁতেন, কিন্তু ১৯৪৬ চনৰ পৰা ১৯৫৬ চনৰ ভিতৰত হোৱা কিছুমান ঘটনাই নানা খেলিমেলিৰ সৃষ্টি কৰিলে। সেইবিলাকে তেওঁৰ কবিপ্ৰাণত বিশেষ আলোড়ন তুলিলে। ইয়াত এইবিলাক অলপ আলোচনা কৰাটো যুগুত হ'ব।

১৯৪৬ চনত ভাৰতক স্বাধীনতা দিবলৈ বৃটিচ চৰকাৰে লোৱা সিদ্ধান্তৰ পিছত ভাৰতবৰ্ষত হোৱা হিন্দু মুছলমানৰ কটা-কটি, মৰা-মৰি আৰু তাৰ পিছত ১৯৪৭ চনৰ স্বাধীনতাই সৃষ্টি কৰা ভগনীয়া সমস্যাই যেন হাজৰিকাৰ কণ্ঠ ৰুদ্ধ কৰিলে। সাম্প্ৰদায়িক অশান্তি, ভগনীয়াৰ সোঁত আদিয়েই স্বাধীনতাৰ যি বিভীষিকা দেখুৱালে তাৰ শেষ নিষ্ঠুৰতা বাপুজীৰ হত্যাকাণ্ডই ভাৰতবাসীৰ হিয়া ভাঙিলে আৰু গোটেই পৃথিৱীতে শোকৰ ছাঁ পেলালে। দেশৰ পিতৃ স্বৰূপ বাপুজীৰ মৃত্যুত ভাৰতীয়সকল নিঠৰুৱা হ'ল। এনে নিঠৰুৱা হাজৰিকাই জীৱনৰ প্ৰথম শোকৰ গীত ৰচিলে 'তেৰ শ' চৌৱন্নৰ মাঘৰে মাহতে শুকুৰৰ বিয়লি বেলা' [ ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ১২ তাৰিখে গান্ধীজীৰ অস্থি অলপ গুৱাহাটীৰ ভৰেশ্বৰ ঘাট পায়হি। এই অস্থি আদৰিবলৈ লোকপ্ৰিয় বৰদলৈ প্ৰমুখ্যে নেতাসকল আহে আৰু ভৰেশ্বৰ ঘাটত হাজাৰ হাজাৰ লোক গোট খায়। এখন বিশেষভাৱে সজা মণ্ডপৰপৰা তেওঁৰ

ভনীয়েক কুইনে এই গীতটো গাই সমবেত লোকসকলক কন্দুৱায়। সেইদিনাখন শুক্লেশ্বৰ ঘাটত মই এনে এজন লোক দেখা নাছিলোঁ যাৰ চকুৰ পৰা এই গীতটো শুনি চকুলো বৈ পৰা নাছিল। সেই দৃশ্য মই আজিলৈকে পাহৰা নাই। এই গীতটোৰ বিষয়ে বৰদলৈদেৱেও নিজৰ ডায়েৰিত লিখি গৈছে, "—শ্ৰীমতী কুইনী হাজৰিকাই 'বাপুজী ক'লৈ গ'ল' বুলি গীত এটি বনগীতৰ সুৰেৰে গালে, মই চকুলো সামৰিব নোৱাৰিলোঁ। মই গান্ধীজীৰ ঈশ্বৰ বিশ্বাসৰ ফলত কেনেকৈ এখন নতুন ভাৰত গঢ়ি উঠিছিল জনালোঁ।" ছাত্ৰলাই সেই গীতটোৰ কথাখিনি লিখা কাগজখন ল'বলৈ বৰদলৈদেৱৰ লগত টনা-আঁজোৰা কৰাত কাগজখন ফালি গ'ল ঠিক দেশখন দুফাল কৰাৰ দৰেই। দেশৰ এনে শোকপূৰ্ণ পৰিস্থিতিয়েও ডঃ হাজৰিকাৰ সৃজনী শক্তিক সজীৱ কৰিছিল। এই কালছোৱাতে ডঃ হাজৰিকাই বহুতো অপ্ৰীতিকৰ ঘটনা বা বিচাৰৰ সন্মুখীন হ'ব লগীয়া হয় আৰু আমাৰ সমাজত বিৰাজ কৰা নানা কুস্বভাৱ ও কুপ্ৰথাৰ কাৰণে বিশেষ কষ্টত ভুগিব লগীয়া হয়।

এই কালছোৱাতে ভূপেন হাজৰিকাৰ ব্যক্তিগত জীৱনতো এক বিশেষ ধুমুহা আহে। তেওঁ ভাল পোৱা ছোৱালীজনীৰ মাক দেউতাকে ভূপেন হাজৰিকালৈ ছোৱালী বিয়া দিবলৈ অমান্তি হয়। শিক্ষিত, সুন্দৰ, মৰমিয়াল, এটি মিলাপ্ৰীতিৰে থকা পৰিয়ালত ডাঙৰ হোৱা আৰু গায়ক গীতিকাৰ হিচাপে ইতিমধ্যে খ্যাতি অৰ্জ্জন কৰা ভূপেন হাজৰিকা হয়তো সেই সময়ৰ অসমীয়া ডেকাসকলৰ ভিতৰত আটাইতকৈ উপযুক্ত আছিল বুলিলে বঢ়াই কোৱা নহয়। তাতে হাজৰিকাৰ মাক দেউতাকে ভদ্ৰভাৱে ছোৱালী খুজিছিল আৰু ছোৱালীজনীয়েও ভূপেন হাজৰিকাৰ প্ৰতি থকা আকৰ্ষণক গোপন কৰা নাছিল। অসমীয়া সমাজখনৰ প্ৰতি থকা ভয়ৰ কাৰণেই হয়তো ছোৱালীৰ মাক দেউতাকে নিজৰ জীয়েকৰ আশা-আকাঙ্খাবিলাকৰ বিৰুদ্ধে যাবলৈ বাধ্য হৈছিল। কাৰণ, ছোৱালী গৰাকীৰ জন্ম উচ্চতৰ জাতত আৰু হাজৰিকাৰ জন্ম কৈবৰ্ত্ত কুলত। তথাকথিত এক অনুসূচিত জাতত। আজি-কালি 'সক সক সমাজৰ' এনেকুৱা ভেকুলীয়েও লাজ পোৱা 'সক সক বিচাৰ' বোৰ বহুত দূৰ কমি আহিছে যদিও সেই সময়ৰ অসমীয়া সমাজত এনে বিচাৰৰ প্ৰাদুৰ্ভাৱ বেছ আছিল।

## অসমীয়া সমাজত জাত-পাতৰ বিচাৰ

আনক জাত বা তেনে কোনো কৃত্রিম কাৰণত হেয় প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা দুৰ্বল চিতীয়া লোক সকলো সম্প্ৰদায়তে থাকে। অসমীয়া সমাজতো এনে লোক আছে। এই স্বভাৱ বা এনে মনোভাৱ প্ৰকাশ কৰা বা শালে শিঙিক ইঁহা শব্দেৰে অসমীয়া ভাষাত আৱৰ্জনাৰ এক বৃহৎ দ'ম আছে। লেঙেৰা এজনক বা কণালোকজনক অসমীয়াই সহানুভূতি নেদেখুৱায় কিন্তু 'অই লেঙেৰা' বা 'অই কণা' বুলিহে উপহাস কৰে। এবাৰ এগৰাকী বিশিষ্ট নেতা নিৰ্ব্বাচনীৰ সময়ত যোৰহাটৰ এঘৰ অসমীয়া মানুহৰ ওচৰলৈ ভোট বিচাৰি আহিল আৰু গৃহস্থই আলহীক চাহ দিবলৈ ক'লে। গৃহিণীয়ে আলহীজনক আগেয়ে দেখা নাছিল কাৰণে তেওঁৰ জাতটো নাজানিছিল। সেইকাৰণে চাহ বান বাটিত দিব নে নতুন কাপ প্লেটত দিব নে নাল থকা কিন্তু অলপ ভগা কাপত দিব নে নাল নথকা আৰু ভালকৈয়ে ভগা কাপত দিব ঠিক কৰিব নোৱাৰি গৃহস্থক সুধিলে,

"বোলো আলহীৰনো মাহডলাটো কি ?" [ মাহডলা মানে জাত ]

গৃহস্থই উত্তৰ দিলে,

"বহাগত যে মাতে"। [ অৰ্থাৎ কুলি ]।

কোৱা বাহুল্য যে জাত বিচাৰ কৰিবৰ কাৰণে এনে গোপনীয় ভাষা অসমীয়া মানুহৰ ঘৰে ঘৰে আছে।

বিয়াই-সবাহে বেলেগ বেলেগ জাতৰ লোকৰ কাৰণে বেলেগ খোৱা ব্যৱস্থা কৰা, বেলেগ জাতৰ লগত বৈবাহিক সম্বন্ধ হ'লে গাঁৱৰ লোকে এঘৰীয়া কৰা আদি কাহিনীৰে সাতখণ্ড ৰামায়ণ লিখিব পৰা যায়, গতিকে বিশেষ নবহলাই শ্ৰীদেবেন্দ্ৰনাথ বৰুৱাৰ 'শীতাৰহস্য'ত ( প্ৰয়োজনীয় পুথি প্ৰকাশন প্ৰতিষ্ঠান, গুৱাহাটী-৯, দ্বিতীয় সংস্কৰণ, ১৯৭১ ) উল্লেখ কৰা দুটা ঘটনা উদ্ধৃত কৰিলোঁ—

এনে ঠেক মনৰ কাৰণেই হাজোৰ চাৰি মাইল পশ্চিমে থকা পূৰ্ব্বৰ কলিতাকুছি গাঁও একে দিনাই মুছলমান হৈ গ'ল। শুনা যায় এজন

অচিনাকি মানুহ আহি গাঁৱৰ মেথিৰ ঘৰত বসুৱা হ'লহি। মানুহটো কামিলা, বুদ্ধিমান আৰু চাফ-চিকুণ হোৱাত কিছুদিনৰ পিছত সি গাঁৱৰ দেউৰী বিলনীয়া হ'ল। এদিন শুই থাকোঁতে সি আল্লাৰ নাম লোৱা শুনি গৃহস্থই সন্দেহ কৰি তাৰ আচল ধৰ্ম্ম কি বুলি ধমকি দি সোধাত, সি পূৰ্ব্বে মুছলমান আছিল বুলি সৈ কাঢ়িলে। গঁয়া ৰাইজে শুনি গোটেই ঘৰবে 'জাত গ'ল' বুলিলে। শ্ৰুতিকৰ পণ্ডিতৰ মতে গোটেই গাঁৱৰ 'জাত যোৱাত' মুছলমান হৈ এতিয়াও আছে।' ( পৃঃ ৪১ )।

এনে জাত-পাতৰ বিচাৰ আৰু তাৰ দুখলগা পৰিণতি আন অসমীয়া লেখকৰ ৰচনাতো দেখিবলৈ পোৱা যায়। সেইদৰে লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে আন কিছুমানে আকৌ আন জাতিৰ লোকৰ প্ৰতি থকা নিজৰ বিদ্বেষ বা হেয় ভাব সাহিত্যৰ যোগেদি প্ৰকাশ কৰিবলৈকো কুণ্ঠিত বোধ নকৰে। বেজবৰুৱাই 'ভোম্‌কেৰোলা', 'ধৰ্ম্মধ্বজ ফয়চলা-নবিচ' আদি গল্পত জাতি-ভেদ প্ৰথাৰ শোচনীয় পৰিণতি কিছুমান স্পষ্ট কৰিছে, কিন্তু তেওঁ অন্যান্য ৰচনাত ছেগ পালেই মঙ্গোলীয় গোষ্ঠীৰ লোকৰ প্ৰতি নিজৰ কপটীয় মনোভাৱ প্ৰকাশ কৰা দেখা যায়। যাহওক, অসমীয়া সমাজত থকা জাত-পাতৰ বিচাৰ ভাৰতৰ আন হিন্দু সমাজতো থকা বৰ্ণবৈষম্য ৰীতি-নীতিৰ ওপৰতেই প্ৰতিষ্ঠিত।

## হিন্দু ধৰ্ম্মৰ বৰ্ণ-বিভাগ

ভাৰতৰ সকলো সমাজতেই বেলেগ বেলেগ জাতি আছে আৰু এই সকলো সমাজেই আন জাতিৰ বা বিধৰ্ম্মীলোকক ঘৃণাৰ চকুৰে চাবলৈ শিকায়। যি ৰাষ্ট্ৰৰ মানুহে মানুহক এনেদৰে ঘিণ কৰিবলৈ শিকায় সেই ৰাষ্ট্ৰই এইবিলাক নেৰালৈকে কেতিয়াও সৰ্ব্বাঙ্গ সুন্দৰভাৱে উন্নতি কৰিব নোৱাৰে। ই আচৰিত কথা যে যি দেশৰ ধৰ্ম্ম 'মানুহতেই ভগৱান বিৰাজ কৰিছে' এই সূত্ৰতেই প্ৰতিষ্ঠিত সেই দেশতেই মানুহে মানুহৰূপী ভগৱানৰ প্ৰতি এনে ঘৃণা প্ৰদৰ্শন কৰিব পাৰে। সকলো ধৰ্ম্মৰ মতেই, ঘৃণা প্ৰেমৰ একেবাৰে বিপৰীত। হিন্দু

ধৰ্ম্মৰ মতে প্ৰেম পথ পৰম গতিৰ পথ আৰু ঘৃণাৰ পথ অধোগতিৰ পথ। তথাপি হিন্দুসমাজত ঘৃণাৰ বীজ সিঁচোৱা জাতিভেদ প্ৰথাৰ কিয় এনে প্ৰাদুৰ্ভাব সি ভাবিব লগীয়া কথা।

গীতাৰ চতুৰ্থ অধ্যায়ৰ তেৰ নম্বৰ শ্লোকটোত চতুৰ্ব্বৰ্ণৰ উল্লেখ আছে আৰু তাত এনেদৰে কৈছে—

চাতুৰ্ব্বাণ্যাং ময়া সৃষ্টং গুণ কৰ্ম্ম বিভাগশঃ।
তস্য কৰ্ত্তাৰমপি মাং বিদ্ধ্য কৰ্ত্তাৰমব্যয়ম ॥

ভাবাৰ্থঃ মোৰ দ্বাৰা গুণ আৰু কৰ্ম্মৰ বিভাগ অনুসাৰে চাৰিবৰ্ণ সৃষ্ট হৈছে। ইয়াৰ ময়েই সৃষ্টিকাৰক হ'লেও মোক অব্যয় অকৰ্ত্তা বুলি জানিবা।

এই শ্লোকটো গীতাত থকাৰ পৰা এইটো বুজিব লাগিব যে ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ আৰু বৈশ্য এই চাৰিটা বিভাগ গীতা ৰচনা কালৰ বহু আগৰ পৰা প্ৰৱৰ্ত্তিত আছিল আৰু হয়তো গীতা ৰচনা কালৰ সময়তেই ই মানুহৰ জন্মগত বিচাৰ হৈ পৰিছিল। গীতাৰ এই শ্লোকটোৱে এনে জন্মগত জাতৰ বিপক্ষে কৈছে।

দৰাচলতে, চাৰিবৰ্ণৰ বিভাগ দাৰ্শনিক আৰু ন্যায়-সূত্ৰৰ দৃষ্টিকোণৰপৰা অতি উচ্চ ধৰণৰ সৃষ্টি। ই হিন্দু ঋষি-মুনিসকলৰ পৰিপক্ক বুদ্ধিমত্তাৰ পৰিচয় দিয়ে। কিন্তু আজি হাজাৰ হাজাৰ বছৰ ধৰি ই ভাৰতত যি অন্যায় অধৰ্ম্মৰ সৃষ্টি কৰি আহিছে তাৰ কাৰণে আমি সেই ঋষি-মুনিসকলক তেওঁলোকৰ সৃষ্টিয়ে কৰিব পৰা অনিষ্টৰ প্ৰতি সজাগ নোহোৱা বাবে দোষাৰূপ কৰিব পাৰোঁ। এইটোও উল্লেখযোগ্য যে এই বৰ্ণ সৃষ্টিয়ে আমাৰ বহুত উপকাৰো কৰিছে—ব্ৰাহ্মণ সকলেই হিন্দু ধৰ্ম্মক ইমান দিনে সংৰক্ষণ কৰি আহিছে আৰু ঋষি-মুনিসকলৰ সৃষ্টিবিলাক ভুলে শুদ্ধই যুগে যুগে প্ৰচাৰ কৰি আহিছে। অৱশ্যে, এতিয়াও বৰ্ণ বিভাগ প্ৰকৃত অৰ্থত ব্যৱহাৰ কৰিব পাৰিলে আমাৰ বহুল উপকাৰ হোৱাৰ সম্ভাৱনা আছে।

বৰ্ণবিভাগৰ উৎপত্তিৰ বিষয়ে নানা মুনিৰ নানা মত। ইয়াৰ দৈৱ উৎপত্তিৰ (ব্ৰাহ্মণসকল সৃষ্টিকৰ্ত্তাৰ মুখ, ক্ষত্ৰিয়সকল বাহু, বৈশ্যসকল উৰু আৰু শূদ্ৰসকল সৃষ্টিকৰ্ত্তাৰ ভৰিৰপৰা উত্তৱ হোৱা বুলি কৰা বিশ্বাস) পৰা আৰম্ভ কৰি চতুৰ ব্ৰাহ্মণসকলে সমাজত চিৰস্থায়ী আধিপত্য বিস্তাৰ কৰিবৰ কাৰণে কৰা বুদ্ধিকে আদি কৰি নানা ধৰণৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক বা ভৌগোলিক কাৰণ বৰ্ণবিভাগৰ উৎপত্তি হিচাপে প্ৰদৰ্শোৱা হয়। এই এই সকলোবিলাক কাৰণ অলপ অচৰপকৈ হ'লেও বৰ্ণবিভাগৰ বিকাশ ও বিস্তাৰৰ আঁৰপটত আছে বুলি ভাবিবৰ যুক্তি আছে। কিন্তু আদিতে এক দাৰ্শনিক বা ন্যায়সিদ্ধ সূত্ৰৰ প্ৰয়োজনীয়তা পূৰাবলৈকে বৰ্ণবিভাগৰ সৃষ্টি কৰা হৈছিল বুলিহে আমাৰ বিশ্বাস হয়। একপ্ৰকাৰে চাবলৈ গলে ভগৱৎ-সান্নিধ্য বুজাবলৈকে বৰ্ণবিভাগৰ সূত্ৰপাত কৰা হয় যেন লাগে।

আমাৰ পৰমগতিৰ লক্ষ্য হৈছে মুক্তি অৰ্থাৎ পৰমাত্মাৰ লগত মিলন আৰু সেই মুক্তি যদি এক বিশেষ দেহৰ জীৱন কালত লাভ নহয় তেনেহ'লে আত্মাৰ দেহান্তৰ হয়। গতিকে প্ৰশ্ন হয়—আত্মাই এৰি অহা দেহটোৰ জীৱন কালৰ আৰু নতুনকৈ ধাৰণ কৰা দেহটোৰ জীৱনৰ বা প্ৰকৃতিৰ সম্বন্ধ কি? এৰি অহা দেহটোৰ জীৱন কালত আত্মাই পৰমগতি কৰি যদি বিশেষ অগ্ৰসৰ হৈছিল সি কি বিফলে যায়? আত্মাই এটা দেহৰ জীৱন কালত আহৰণ কৰা গুণবিলাক কি দেহান্তৰৰ সময়ত এৰি আহিব লগীয়া হয়? এইবিলাক প্ৰশ্নৰ উত্তৰৰ বাবে প্ৰয়োজন গুণ বিভাগৰ।

এক আত্মাই ধাৰণ কৰা এজন ব্যক্তিয়ে জীৱন কালত সংগ্ৰহ কৰা পাৰ্থিৱ বস্তু সেই আত্মাই আহৰণ নকৰে। সেই ব্যক্তিয়ে আহৰণ কৰা বোধগম্য বিষয়বিলাকও আত্মাই এৰি যায় কিন্তু সেই জীৱনকালত আহৰণ কৰা গুণবিলাক আত্মাই লগত লৈহে পুনৰ দেহ ধাৰণ কৰে। এটা দেহৰ জীৱন কালত এক আত্মাই যদি পৰমগতিত বিশেষ অগ্ৰসৰ হ'ব পাৰিছিল তেনেহ'লে সেই আত্মাই এনে নতুন দেহ ধাৰণ কৰে যাতে আগৰ দেহৰ জীৱন কালত আহৰণ কৰা গুণবিলাক বিশেষভাৱে প্ৰদৰ্শিত হয়। ইয়াৰপৰা এইটো বুজিব লাগিব যে গুণহে আত্মাৰ সঙ্গী আৰু অন্তৰ্নিহিত গুণ অনুসৰি এক

আত্মা মুক্তিলাভৰ পৰা কিমান আঁতৰত তাক একপ্ৰকাৰ বিচাৰ কৰিব পৰা যায়। অৰ্থাৎ গুণে ভগৱৎ-সান্নিধ্য নিৰূপণ কৰে আৰু ভগৱৎ-সান্নিধ্যৰ পৰাই গুণবিভাগ কৰিব পৰা যায়।

প্ৰকৃতিৰপৰা উৎপত্তি হোৱা গুণ তিনি ৰকমৰ...সত্ত্ব, ৰজস আৰু তমস। সাত্ত্বিক গুণত বিবেকৰ ৰশ্মি প্ৰতিফলিত, গতিকে ইয়াৰ প্ৰকাশ বা জ্যোতি আছে। ৰজস গুণৰ চিন হৈছে কাৰ্য কৰিবলৈ তৎপৰতা বা প্ৰবৃত্তি আৰু তমস গুণৰ বৈশিষ্ট্য হৈছে 'অপ্ৰবৃত্তি' অৰ্থাৎ কাম কৰিবলৈ হেলা আৰু অজ্ঞান আন্ধাৰতে থকাৰ অভিলাষ।

এই গুণবিলাক কম বেছি পৰিমাণে সকলো ব্যক্তিৰে আছে আৰু প্ৰত্যেক আত্মাতে ইয়াৰ কোনোবা এটা বিশেষ ভাৱে বৃদ্ধি পায়। যদি তামসিক গুণৰ প্ৰাধান্য বেছি তেনেহ'লে সেই আত্মা তামসিক, যি আত্মাত ৰাজসিক গুণৰ প্ৰাধান্য বেছি সি ৰাজসিক আৰু যি আত্মাত সাত্ত্বিক গুণৰ প্ৰাধান্য বেছি সেই আত্মা সাত্ত্বিক। যি আত্মা এই গুণবিলাকৰ বশীভূত হয় সেই আত্মাই নিজৰ নিত্যৰূপ পৰিহৰি মায়াত আৱদ্ধ হয়। কিন্তু যি আত্মাই এই গুণবিলাকৰ বশৱৰ্ত্তী নহৈ পৰমাত্মাৰ লগত বিলীন হ'ব পাৰিছে তেওঁৱেই ত্ৰিগুণাতীত অৱস্থা লাভ কৰিছে। ত্ৰিগুণাতীত আত্মাই ভগৱানক লাভ কৰে, সাত্ত্বিক আত্মা ভগৱানৰ তেনেই ওচৰত, ৰাজসিক আত্মা তাতোকৈ কিছু নিলগত আৰু তামসিক আত্মাই ভগৱানৰপৰা আটাইতকৈ দূৰৈত। এনেদৰে ভগৱৎ-সান্নিধ্য বা মুক্তিৰ পথত হোৱা অগ্ৰসৰ অনুসৰি আত্মাবিলাক চাৰিটা গুণবিভাগত ভগাব পাৰি—ত্ৰিগুণাতীত, সাত্ত্বিক, ৰাজসিক আৰু তামসিক।

সাত্ত্বিক গুণৰ পৰিচয় হ'ল নিৰ্ম্মলতা, পোহৰ আৰু জ্ঞানৰ প্ৰতি আগ্ৰহ। ৰাজসিক গুণৰ পৰিচয় হ'ল অস্থিৰতা আৰু ইহলোকৰ সুখ-সম্ভোগৰ প্ৰতি আগ্ৰহ। তামসিক গুণৰ চিন হৈছে এলাহ, বিবেকহীনতা আৰু কৰ্ত্তব্যবিমুখতা আদি। আত্মাই ৰাজসিক ও সাত্ত্বিক গুণৰ প্ৰভাৱত শান্তি আৰু জ্ঞান অন্বেষণৰ কাৰ্যৰে তামসিক গুণৰ এলাহ অজ্ঞানতা এৰি ৰাজসিক বা সাত্ত্বিক

গুণ আহৰণ কৰিব পাৰে। সেইদৰে সাত্ত্বিক গুণৰ প্ৰভাৱত কৰা কাৰ্যৰে আত্মাই ৰাজসিক গুণ হ্ৰাস কৰিব পাৰে। সাত্ত্বিক গুণে এনেদৰে ৰাজসিক ও তামসিক গুণৰ লগত সংগ্ৰাম কৰিব লাগে কাৰণেই সাত্ত্বিক গুণ বৃদ্ধি পালে আত্মাৰ মুক্তি লাভ নহয়। কিন্তু যি আত্মাত সাত্ত্বিক গুণেই একমাত্ৰ অৰ্থাৎ ইয়াত ৰাজসিক বা তামসিক গুণ লেশমাত্ৰও নাথাকে তেনেহ'লে সেই আত্মাই সাত্ত্বিক গুণৰ সহায়ত ত্ৰিগুণাতীত অৱস্থা লাভ কৰিব পাৰে। (গুণৰ বিষয়ে গীতাৰ চতুৰ্দ্দশ অধ্যায় দ্ৰষ্টব্য)।

যাহওক এনে গুণবিভাগ কৰা কাৰ্যক্ষেত্ৰত একপ্ৰকাৰ অসম্ভৱ। কাৰ কি গুণৰ প্ৰাধান্য বেছি তাক কোনে বিচাৰ কৰিব পাৰে? সমাজেই বা এনে গুণবিভাগৰ ব্যৱস্থা কেনেকৈ কৰে? আদিতে অৱশ্যে আমাৰ প্ৰাচীন উপৰি পুৰুষ-সকলে জন্মগত বিচাৰতকৈ গুণৰ বিচাৰহে বেছিকৈ কৰিছিল। উদাহৰণ স্বৰূপে বশিষ্ঠ মুনি আছিল এক নটীৰ পুত্ৰ, ব্যাসৰ মাক আছিল পোহাৰী আৰু সুপণ্ডিত পৰাশৰৰ মাক আছিল চণ্ডাল। কিন্তু কালক্ৰমত গুণ এৰি ভাৰতীয় সকলে জন্মগত বা দেহৰ বিচাৰৰ দ্বাৰাই মানুহক বিভাগ কৰিবলৈ ধৰিলে। ফলস্বৰূপে, জ্ঞানীলোকৰ সুস্থ ন্যায়সিদ্ধ সৃষ্টি গুণ-বিভাগে আনি দিলে 'জাত' আৰু কোন ভগৱানৰ বেছি ওচৰ বা পৱিত্ৰ তাক প্ৰমাণ কৰিবলৈ চিৰস্থায়ী সংগ্ৰাম।

আন নালাগে 'বৰ্ণ' শব্দৰ অৰ্থ হৈছে ৰং অৰ্থাৎ দেহৰ ৰঙৰ বিচাৰ। আৰ্য্য-সকলৰ গাৰ বৰণ আছিল বগা, ভাৰতৰ দাক্ষিণাত্যত বাস কৰা দ্ৰাবিড়ীয়ান-সকল আছিল ক'লাবৰণীয়া আৰু ভাৰতৰ বহু প্ৰজাতি, উপজাতিসকল হ'ল পাতল হালধীয়া বৰণৰ মঙ্গোলীয়ানলোক।

তদুপৰি শ্ৰম অনুসাৰেও মানুহক বিভাগ কৰা হয়। ব্ৰাহ্মণসকলে বেদ আদিৰ আধ্যাত্মিক জ্ঞান আহৰণ কৰি সেইবিলাক সাধাৰণ মানুহক শিকোৱাৰ ভাৰ ল'লে। তেওঁলোকে জীৱন সংগ্ৰামত লিপ্ত নহৈ যাতে একান্তচিত্তে আধ্যাত্মিক বিষয়ত মনোনিবেশ কৰিব পাৰে তাৰ কাৰণে তেওঁলোকক দান-দক্ষিণা দিয়াৰ নিয়ম হ'ল। ব্ৰাহ্মণসকলক সাধাৰণতে সমাজ আৰু ৰজাঘৰৰ

উপদেষ্টা হিচাপে লোৱা হৈছিল যাতে সমাজৰ ৰাজনৈতিক বা অৰ্থনৈতিক কৰ্ম্মপন্থা আধ্যাত্মিক ভাবেৰে অনুপ্ৰাণিত হ'ব পাৰে।

ৰাজ্য শাসন কৰা, বাহিৰা শত্ৰুৰ পৰা দেশ ৰক্ষা কৰা বা দুষ্টক দমন কৰি শিষ্টক পালন কৰাৰ ভাৰ পৰিছিল ক্ষত্ৰিয়সকলৰ ওপৰত। বৈশ্যসকলে ব্যৱসায় বাণিজ্য আদিৰে অৰ্থসম্পদ গোটাই সেইবিলাক সমাজৰ কল্যাণৰ কাৰণে নিয়োগ কৰাৰ দায়িত্ব গ্ৰহণ কৰিছিল। অনাৰ্য্যসকলক শূদ্ৰ বোলা হৈছিল (শূদ্ৰ মানে শুচি কৰা)। ইয়াৰ অৰ্থ এয়েই যে এওঁলোক আগতে অশুচি আছিল আৰু আৰ্য্যসকলে এওঁলোকক হিন্দু কৰি শুচি কৰিলে। এওঁলোকৰ দায়িত্ব আছিল সাধাৰণ শ্ৰমেৰে আৰ্য্যসকলৰ যতন লৰা বা সেৱা কৰা। এই শ্ৰমবিভাগো অতি সোনকালেই জন্মগত বিভাগ হৈ পৰিল। অৱশ্যে, বৈবাহিক বা অন্য প্ৰকাৰে হোৱা সংমিশ্ৰণৰ বাবে নতুন নতুন জাতৰ সৃষ্টি হ'ল। ১৯০১ চনৰ পিয়লৰ মতে ভাৰতত ২,৩৭৮টা বেলেগ জাত পোৱা হৈছিল।

মুঠৰ ওপৰত তথাকথিত চাৰিবৰ্ণৰ বিভাগ আৰম্ভ হয় গুণবিভাগ হিচাপে, ইয়াৰ নামকৰণ কৰা হয় বৰণৰ দ্বাৰা, আৰু ৰাজনৈতিক, সামাজিক বা অৰ্থনৈতিক কাৰণত ই কাৰ্যক্ষেত্ৰত প্ৰথমে এক শ্ৰমৰ বিভাজন আৰু শেষত জন্মগত বিচাৰ অৰ্থাৎ 'জাত'ত পৰিণত হয় ('জাত' শব্দটো সংস্কৃতৰ 'জন' অৰ্থাৎ ওপজ মূলৰ পৰা হৈছে)। হয়তো আৰ্য্যসকলে স্বকীয় ৰীতি-নীতি, জ্ঞান-বিজ্ঞান, দেহৰ সৌষ্ঠৱ আদি সংৰক্ষণ কৰিবলৈ আৰু তথাকথিত অনাৰ্য্যসকলক আলগত ৰাখি তেওঁলোককো ধৰ্ম্ম শিকাই লাহে লাহে গ্ৰহণ কৰিবলৈকে চাৰি বৰ্ণৰ সৃষ্টি কৰিছিল। গুণ বিভাগেই হওক বা শ্ৰম বিভাগেই হওক বা আৰ্য্য ধৰ্ম্ম বিস্তাৰেই হওক, চাৰি বৰ্ণৰ সৃষ্টিয়ে সমাজৰ অনিষ্ট সাধন কৰাটো নিশ্চিত আছিল—এই কাৰণেই যে আমি যি আধ্যাত্মিক ৰহণ সানানো লাগিলে, কাৰ্যক্ষেত্ৰত চাৰিবৰ্ণই এক বৰ্ণবৈষম্য নীতি সৃষ্টি কৰাটো স্বাভাৱিক। এই বৰ্ণ-বৈষম্য নীতি আৰু ই সৃষ্টি কৰা অন্যায় অধৰ্ম্মই ভাৰতত আজিকোপতি যি অনিষ্ট সাধন কৰি আছিছে তাৰ তুলনাত দক্ষিণ আফ্ৰিকাৰ বৰ্ণ-বৈষম্য নীতি এটা সৰু অধ্যায় মাথোন।

প্ৰথমেই গুণ অনুসাৰে মানুহক বিভাগ কৰাটো কাৰ্যক্ষেত্ৰত অসম্ভৱ, কিয়নো গুণৰ লগত দেহৰ জন্ম বা দেহৰ বৰণৰ কোনো সম্পৰ্ক নাই। গুণ কৰ্ম্মত প্ৰকাশ পালেও তাক কৰ্ম্ম বা শ্ৰমৰ মাপকাঠিৰে জুখিব নোৱাৰি। আনহাতে অনাৰ্য্যসকলক ধৰ্ম্ম শিকাই শুচি কৰাটোৱেই যদি উদ্দেশ্য আছিল তেনেহ'লে শ শ বছৰ ধৰি ভাৰতৰ অনুসূচিত বা পিছপৰা জাতিবিলাক আজিকোপতি ইমান অৱহেলিত হৈ নাথাকিলেহেঁতেন। ভাৰত স্বাধীন হোৱাৰ পিছত অনুসূচিত বা পিছপৰা জাতি সকলৰ কাৰণে লোৱা বিশেষ ব্যৱস্থাৰ আগলৈকে এওঁলোকৰ জীৱন উন্নত কৰিবলৈ কোনো সক্ৰিয় ব্যৱস্থা লোৱা হোৱা নাছিল। বৈষ্ণৱ জাগৰণ, ব্ৰাহ্ম সমাজ, ৰামকৃষ্ণ মিছন আদিৰ প্ৰচেষ্টা খদ্যোতকীয়া বিজুলীৰ দৰে ক্ষণিক জিলিকনি মাত্ৰ। যদি আৰ্য্যসকলৰ এনে সৎ উদ্দেশ্য আছিল তেনেহ'লে গান্ধীজীৰ নেতৃত্বত ভাৰত স্বাধীন হোৱাৰ পিছতহে এনে উদ্দেশ্য কাৰ্য্যত পৰিণত কৰিবলৈ অৰ্থপূৰ্ণ চেষ্টা কৰা দেখা গৈছে। তথাপি আজিও ভাৰতীয় সমাজত বিৰাজ কৰা জাত-পাতৰ বিচাৰেই বহুত নাগৰিকে সাধাৰণ কিছুমান অধিকাৰ লাভ কৰাৰ প্ৰধান হেঙাৰ হৈ আছে। জাতৰ কাৰণে বা ইয়াৰ নামত বহু ভাৰতীয় নিষ্ঠুৰ আৰু নিৰ্ম্মম কাৰ্যত নিতৌ লিপ্ত হ'ব ধৰিছে। এনে কাৰ্য-কলাপ বাতৰি-কাকতত সদায়ে পোৱা যায়। উদাহৰণ স্বৰূপে এই প্ৰবন্ধ লিখিবৰ সময়ত নিউ ইয়ৰ্কৰ পৰা প্ৰকাশিত সাপ্তাহিক বাতৰি-কাকতত ওলোৱা দুটামান বাতৰি ইয়াত উল্লেখ কৰিলোঁ—

**নাগপুৰত গুলী চালনাত ২ জনৰ মৃত্যু ঃ** ডিচেম্বৰৰ ৬ তাৰিখে হাজাৰ হাজাৰ অনুন্নত শ্ৰেণীৰ লোকে সমগ্ৰ মহাৰাষ্ট্ৰ জুৰি কৰা প্ৰতিবাদ শোভাযাত্ৰা এটাত পুলিচে চলোৱা গুলীত দুজন যুৱকৰ মৃত্যু হয়। এই শোভাযাত্ৰা অনুসূচিত জাতিৰ নেতা ডঃ বি. আৰ. আম্বেদকাৰৰ জন্মদিনত আউৰঙ্গাবাদৰ বিশ্ববিদ্যালয় এটা তেওঁৰ স্মৃতিত নামকৰণ কৰিবলৈ দাবীৰ কাৰণে আহ্বান কৰা হৈছিল। এই বিশ্ববিদ্যালয়টোৰ নতুন নামকৰণ এটা উদ্বেগজনক প্ৰশ্ন আৰু ইয়েই উচ্চ জাত আৰু হৰিজনসকলৰ মাজত যোৱা বছৰ নিষ্ঠুৰ সংঘৰ্ষ ঘটায়—এই সংঘৰ্ষত বহু লোকৰ মৃত্যু হয়। ( ইণ্ডিয়া এব্ৰড, ১৪ ডিচেম্বৰ ১৯৭৯ )।

**তামিল নাডুত হৰিজন সকলৰ ওপৰত অত্যাচাৰ বৃদ্ধি :** গৃহমন্ত্রী দপ্তৰৰ এক সৰ্বেক্ষণৰ মতে তামিল নাডুত অনুসূচিত জাতিৰ (হৰিজন) লোকৰ বিৰুদ্ধে সংঘটিত বে-আইনী কাৰ্যৰ 'এক স্পষ্ট বৃদ্ধিৰ চিন' দেখা গৈছে। যোৱা বছৰ ভিল্লুপুৰমত হোৱা সংঘৰ্ষত অনুসূচিত জাতিৰ ১২ জন লোকৰ হত্যাৰ পিছত এই সৰ্বেক্ষণ আৰম্ভ কৰা হয়। পানী খোৱাৰ সুবিধা নিদিয়া, হোটেলত বেলেগ বাচন-বৰ্ত্তন বা বেলেগে খোৱাৰ ঠাই দিয়া, মন্দিৰত সোমাবলৈ নিদিয়া আৰু মৰিশালিলৈ যোৱা পথ ব্যৱহাৰ কৰিবলৈ নিদিয়া আদিৰ দৰে নাগৰিক অধিকাৰ আইন উলঙ্ঘন কৰা জগৰ ইয়াত উল্লেখ কৰা হয়।

(ইণ্ডিয়া এব্ৰড, ১৪ ডিচেম্বৰ, ১৯৭৯)।

**হৰিজন হত্যা :** [প্ৰধান মন্ত্ৰী চৰণ সিঙৰ নিৰ্ব্বাচনী এলেকা বাঘপটত ঘটা ঘটনা] এটা কেন্দ্ৰত উচ্চজাতৰ হিন্দু আৰু হৰিজনৰ মাজত হোৱা সংঘৰ্ষত জানুৱাৰীৰ ৩ তাৰিখে তিনিজন হৰিজনৰ মৃত্যু আৰু উনৈছজন জখম হয়। কংগ্ৰেছ (ই) আৰু জনতা উভয় দলেই অভিযোগ তোলে যে সিঙৰ সম্প্ৰদায় মধ্যবিত্ত জাটসকলে বাঘপট এলেকাৰ হৰিজনসকলক ভোট দিয়াত বাধা দিয়ে।

(ইণ্ডিয়া এব্ৰড, ১১ জানুৱাৰী ১৯৮০)

**বিহাৰৰ জাত যুদ্ধত ১৪ জনৰ মৃত্যু :** বিহাৰত চলি থকা এক জাত যুদ্ধত যোৱা সপ্তাহত মুঠ ১৪ জন লোকৰ মৃত্যু হয়। ফেব্ৰুৱাৰীৰ ৯ তাৰিখে নিম্ন জাতৰ এটা দলে চাৰথুৰ গাঁৱত গুলী বৰ্ষণ কৰি উচ্চ জাতৰ এজন খেতিয়কক হত্যা আৰু আন কেবাজনক জখম কৰে। এই যুদ্ধ আৰম্ভ হয় যোৱা অক্টোবৰত—ৰাম নিৰঞ্জন সিঙ নামৰ এজন মাটিৰ গৰাকীয়ে বে-আইনীভাৱে ভূমি অধিকাৰ কৰিছে বুলি বহুতো খেতিয়কে, যাইকৈ অনুসূচিত জাতৰ লোকে, তেওঁৰ শিৰচ্ছেদ কৰে। তাৰ প্ৰতিশোধ ল'বলৈ উচ্চজাতৰ প্ৰায় এশজনলোকে ফেব্ৰুৱাৰীৰ ৭ তাৰিখৰ ধল পুৱাতে আহি পৰশৰিঘা গাঁৱৰ চল্লিছটামান ঘৰ বেঢ়ি ধৰে আৰু জুই লগাই দিয়ে। তেওঁলোকে সেই ঘৰবিলাকৰ পৰা

ওলাই অহা যেই কোনো লোককে গুলীয়ায়। —শ্ৰীমতী ফুলন্না দেবীয়ে বাতৰি দিওঁতাক কয় যে মেট্ৰিক পৰীক্ষাৰ কাৰণে-সাজু হোৱা তেওঁৰ একমাত্ৰ পুতেক শ্যাম নাৰায়ণে তেওঁলোকৰ গাই দুজনীক মোকলাই দিবলৈ ওলাই যায় আৰু তেওঁক ক্ষমা কৰিবলৈ কাকুতি মিনতি কৰা সত্বেও সিহঁতে তেওঁক কেবাবাৰও গুলীয়ায়।

( ইণ্ডিয়া এব্ৰড' ১৫ ফেব্ৰুৱাৰী ১৯৮০ )।

মুঠৰ ওপৰত, চাৰিবৰ্ণৰ সৃষ্টিয়ে ভাৰতীয়সকলৰ মনত এনে বৰ্ণ-বৈষম্যৰ ভাব সুমুৱালে যে বেলেগ জাতৰ বা ক'লা ৰঙৰ মানুহক ঘিণ কৰা বা হেয় কৰাটো বেছি ভাগ ভাৰতীয়ৰে প্ৰকৃতিৰ নিচিনা হৈ পৰিল। ক'লা বৰণৰ মানুহক আপচু, নীচ বুলি ভবাটো যিদৰে ভাৰতীয়সকলৰ স্বভাৱ সেইদৰে গাত অলপ বগা প্ৰলেপ পৰা লোকৰ সৌন্দৰ্য্য, গুণ আদিৰ প্ৰতি বিস্ময় প্ৰকাশ কৰাটোও তেওঁলোকৰ প্ৰকৃতি সদৃশ। 'ক'লী ছোৱালীক কোনে বিয়া কৰিব' বুলি আমাৰ মাক-বাপেকবিলাকে হিয়া ভুকুৱায়। বৃটিচৰ আমোলত ইংলেণ্ডত পঢ়া-শুনা বা আন একো কৰিব নোৱৰা বহুতো ডেকাক ভাৰতত চাকৰি কৰিবলৈ পঠিওৱা হৈছিল—এওঁলোকে আহি আমাৰ কোম্পানী কিছুমানৰ ডাঙৰ ডাঙৰ বিষয়া, চাহ বাগানৰ মেনেজাৰ, পুলিচ বা মিলিটাৰীৰ বিষয়া আদি হৈছিল। এনে অশিক্ষিত, অৰ্দ্ধ-শিক্ষিত বা ইংৰাজ সমাজে বেতনিৰ ঔৰ দৰে বিসৰ্জ্জন কৰা ইংৰাজসকলক ভাৰতীয় সকলে গাৰ ৰংটো বগা হোৱা কাৰণেই 'সাক্ষাৎ ৰামচন্দ্ৰ'ৰ নিচিনা জ্ঞান কৰিছিল আৰু তেওঁলোকৰ আগত গোলামৰ দৰে মনে প্ৰাণে আঁঠু লৈছিল। এয়াৰ ইণ্ডিয়াত ভ্ৰমণ কৰা যাত্ৰীসকলৰ বেছি ভাগৰেই এই অভিজ্ঞতা যে এয়াৰ ইণ্ডিয়াৰ পৰিচাৰিকা-সকলে বগা পশ্চিমীয়া লোকক যেনেদৰে আদৰ সাদৰ কৰে ভাৰতীয়সকলক বা ক'লা বৰণৰ লোকক নকৰে। আফ্ৰিকাত শ শ বছৰ থাকি আফ্ৰিকাৰ ঐশ্বৰ্য্যৰে চহকী হোৱা বহু ভাৰতীয় লোকে সদায় ক'লীয়া আফ্ৰিকাবাসীক ঘিণ কৰি তেওঁলোকৰপৰা আলগ হৈ আছিল। সেয়ে স্বাধীনতা লাভ কৰাৰ পিছত ইউগাণ্ডা, কেনিয়া আদি ঠাইৰ আফ্ৰিকাবাসীয়ে তাত থকা ভাৰতীয়সকলৰ প্ৰতি বিশেষ বিদ্বেষৰ নীতি অবলম্বন কৰে।

আজি-কালি আমেৰিকাৰ সমাজে ইয়াৰ কৃষ্ণাঙ্গ আৰু শ্বেতাঙ্গ লোকসকলৰ মাজত থকা বিভেদ আঁতৰাবলৈ উঠি পৰি লাগিছে। কিন্তু, ইয়াত নিগাজীকৈ বাস কৰিবলৈ অহা ভাৰতীয়ই ইয়াৰ কৃষ্ণাঙ্গ লোকসকলক (আজি-কালি নিগ্ৰো বা নিগাৰ' শব্দ নিন্দাজনক বুলি ধৰা হয় এওঁলোকক 'Black' অৰ্থাৎ ক'লা বা কৃষ্ণাঙ্গ বুলিহে কোৱা হয়) সততে ঘৃণাৰ চকুৰে চায়। 'নিউ ইয়ৰ্ক মহানগৰখন নিগ্ৰোবিলাকে নষ্ট কৰিলে', 'এই ক'লা ক'লা নিগ্ৰো-বিলাকক দেখিলেই ভয় লাগে', 'নিগ্ৰোবিলাকৰ কাৰণে বজাৰলৈ যাবলৈকে ভয় লাগে' আদি মন্তব্য ইয়াৰ ভাৰতীয়সকলৰ মুখত প্ৰায়ে শুনিবলৈ পোৱা যায়। এবাৰ মোৰ এজন ভাৰতীয় বন্ধুৱে নায়েগ্ৰা জলপ্ৰপাতৰ কাষত নিজৰ পৰিয়ালটোৰ ফটো তোলাত লেহেম কৰা কাৰণে মই কৈছিলোঁ, 'তোলক, এতিয়াই ভাল হৈছে'। তেওঁ কিন্তু উত্তৰ দিলে, 'ৰ'ব সেই ক'লীয়াটো আহি ওচৰতে থিয় হৈছে নহয়, তাৰও চেহেৰাটো উঠাই ফটোখন নষ্ট কৰিবৰ ইচ্ছা নাই।' এইবিলাকে ভাৰতীয়সকলৰ বৰ্ণ-বৈষম্য প্ৰকৃতিৰেই পৰিচয় দিয়ে।

সৰুতে 'আন্দাজ' নামৰ হিন্দী চবি এখনৰ, এটা দৃশ্য মোৰ ভালদৰে মনত আছে। নায়ক দিলীপ কুমাৰক নায়িকা নাৰ্গিছে তেওঁ ক'ৰ পৰা আহিছে বুলি সুধিলত, দিলীপ কুমাৰে আফ্ৰিকাৰ পৰা বুলি দিয়া উত্তৰ শুনি নাৰ্গিছে হাঁহি সামৰিব নোৱৰা হৈছিল। তাকে দেখি দিলীপ কুমাৰে গহীনভাৱে মন্তব্য কৰিছিল, 'তুমি চাগৈ ভাবিছা যে মোৰ চেহেৰাটো গৰিলাৰ লগত নিমিলে কিয় বুলি?" এই কথোপকথনটো মনত পৰিলেই আজি-কালি গা শিয়ৰি উঠে—কেনেদৰে ভাৰতীয় সভ্য সমাজে কিছুমান অতি নীচ আৰু অমানৱীয় ভাবধাৰাৰ পৃষ্ঠপোষকতা কৰে তাকে ভাবি। এনেকুৱা পৰ-জাতি-নিন্দাৰ মনোবৃত্তি ভাৰতৰ বাহিৰে আন কোনো সভ্য সমাজতে সহ্য নকৰে। কিন্তু 'আন্দাজ' চিনেমাৰ সেই কথোপকথনখিনিৰ কোনোবা ভাৰতীয়ই প্ৰতিবাদ কৰা বুলি মোৰ ধাৰণা নহয়। অৱশ্যে, মই তেতিয়া স্কুলীয়া ছাত্ৰ। কথাখিনিৰ অৰ্থ এতিয়াহে বুজি পাইছোঁ।

হিন্দু সমাজে শ্ৰমিকক সদায় হেয় কৰি আহিছে। শ্ৰমৰ মৰ্যাদা আমাৰ মাজত নাই বুলি এক বাক্যে ক'ব পাৰি। অকল সেয়ে নহয়—জীৱন ধাৰণৰ

কাৰণে লাগতিয়াল কিছুমান কামক তেওঁলোকে অতি লেতেৰা বুলি নিজে নকৰে কিন্তু সেই কাম কৰি দিয়া লোকসকলৰ শ্ৰমৰ শলাগ নলৈ তেওঁলোকক ঘিণহে কৰে। মেতৰ, নাপিত, মুচী, ধোবা আদি লোকসকল, যাৰ অবিহনে সমাজ নচলে, তেওঁলোক সমাজৰ অস্পৃশ্য বা অৱহেলিত লোক। এওঁলোকে নিজৰ শ্ৰম অনুযায়ী মজুৰি নাপায়। ভাৰতীয় মানুহ পশ্চিমীয়া দেশলৈ আহি প্ৰথমে বিপদত পৰে, কিয়নো ইয়াত তথাকথিত লেতেৰা কাম কৰা লোকসকল সাধাৰণতে চহকী। লেতেৰা কাম কৰিবলগীয়া হ'লে মানুহে বানচও বেছিকৈ লয়। উদাহৰণ স্বৰূপে ইয়াত চুলি কটা খৰচ কমেও ৪০ টকা ( এজন গান মাষ্টৰে এক ঘণ্টা গান শিকালেহে ৪০ টকা পায় ), চেপটিক টেঙ্কটো পৰিষ্কাৰ কৰা খৰচ এজন শিক্ষকৰ তিনি দিনৰ দৰমহাৰ সমান ; এজন ট্ৰাক ড্ৰাইভাৰৰ মাহেকীয়া আয় কোনো কোনো ক্ষেত্ৰত এখন প্ৰদেশৰ ৰাজ্যপালৰ দৰমহাৰ সমান। ঘৰত আহি সৰু-সুৰা যাৱতীয় কাম কৰি দিলে মজুৰি ঘণ্টাত ২৪ টকা, যদি বাথ ৰুমও পৰিষ্কাৰ কৰিবলগীয়া হয় তেনেহ'লে মজুৰি ঘণ্টাত ৩০ টকাতকৈও বেছি। সেয়েহে ইয়াৰ বেছি ভাগ লোকেই দৈনন্দিন জীৱন ধাৰণৰ কাৰণে প্ৰয়োজনীয় সকলো যাৱতীয় কাম নিজেই কৰে। নিজেই কামবিলাক কৰে কাৰণেই পশ্চিমীয়া লোকসকলে শ্ৰমৰ মৰ্যাদা বুজে। মজুৰিৰ কাৰণে কৰিলেও যেই কোনো প্ৰকাৰৰ সেৱা-শুশ্ৰূষা বা আলপৈচান ধৰা কাৰ্যক ইয়াৰ মানুহে এক বিশেষ অনুগ্ৰহ বুলিহে ধৰে। এই অনুগ্ৰহ স্বীকাৰ কৰিবৰ কাৰণেই এনেকুৱা কাৰ্য কৰা লোকক মানুহে নিৰ্দ্ধাৰিত বানচৰ উপৰিও টিপ ( tip ) দিয়ে। টিপ শব্দৰ অৰ্থই হৈছে অনুগ্ৰহ স্বীকাৰ কৰি দিয়া ধন। হিন্দু সমাজে কিন্তু আনৰ সেৱা-শুশ্ৰূষা কৰাটোৱেই শূদ্ৰসকলৰ স্বভাৱজাত কৰ্ম্ম বুলি ধৰ্ম্মৰ নামত শূদ্ৰসকলক চিৰদিনৰ কাৰণেই দাসত্বৰ শিকলিৰে বান্ধিলে ( গীতাৰ অষ্টাদশ অধ্যায়ৰ ৪৩—৪৬ নম্বৰ শ্লোক কেইটা দ্ৰষ্টব্য )। যাহওক, ই অতি দুখ লগা কথা যে, নিজে কৰিবলৈ অপাৰগ কাম আনে কৰি দিলে তাৰ শলাগ নলৈ তেনেলোকক লেই লেই ছেই ছেই কৰে।

সকলো জীৱতেই যিহেতু আত্মা, জীৱ হত্যা যেতিয়া মহাপাপ, হিন্দু সমাজে মাছ খোৱালোক বা মাছ মাংস আদিৰ ব্যৱসায় কৰা লোকক দাৰ্শনিক দৃষ্টি-

কোণৰপৰা সদায় হেয় জ্ঞান কৰি আহিছে। কালক্ৰমত এনেলোকক আৰু তেওঁলোকৰ বংশধৰসকলকো নীচ জাতি কৰা হ'ল। আজি-কালিৰ মাছ-মাংস খোৱাটো পাপ নহয় কিন্তু মাছমৰীয়াসকলক আজিও বেয়া চকুৰে চোৱা হয়। আজি-কালিৰ সমাজত, বিশেষকৈ অসমীয়া সমাজত, মাছ নহ'লে বাইজৰ পেটলৈ ভাত নাযায় কিন্তু যি মাছ ধৰি খুৱায় তেওঁলোকৰ শলাগ লোৱা নহয়। মেতৰ আদি লোক খুব দুখীয়া কাৰণে অৱশ্যে লেতেৰ-পেতেৰ হৈ থাকে, তেওঁলোকক ঘিণ কৰাৰ কিছু যুক্তি মানুহে দৰ্শাব পাৰে কিন্তু মাছৰ ব্যৱসায় আজি-কালি অতি লাভজনক। বহুতো মাছ মৰীয়ালোক খুব চহকী, খুব আড়ম্বৰেৰে থাকে আৰু তেওঁলোকৰ শিক্ষা-দীক্ষাও কম নহয়। কিন্তু সমাজে সাধাৰণতে তেওঁলোকক আদৰি নলয়।

## সপ্তম অধ্যায়

## অনিৰ্বাপত্তাৰ যুগ ( ১৯৪৭—৬২ )

১৯৪৭ চনত ভাৰত স্বাধীন হ'ল আৰু লগে লগে ভাৰতীয়সকলৰ জীৱন-সংগ্ৰাম সম্পূৰ্ণৰূপে সলনি হ'ল। এই ঐতিহাসিক পৰিৱৰ্ত্তনে ভূপেন হাজৰিকাৰ কাৰণে নতুন কৰ্ম্মক্ষেত্ৰৰ সৃষ্টি কৰিলে। বিশেষকৈ ১৯৪৮ চনত আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰ স্থাপনে তেওঁৰ জীৱনলৈ এক বিৰাট প্ৰতিশ্ৰুতি আনিলে। তেওঁ 'অকণমানিৰ মেল' কে আদি কৰি নানা ধৰণৰ অনাতাৰ প্ৰচাৰৰ লগত সংশ্লিষ্ট হোৱাই নিজে সৃষ্টি কৰা গীত আদি, বিস্তৃতভাৱে প্ৰকাশ কৰিবলৈ সুবিধা পালে। এই বিষয়ে শ্ৰীমতী নিৰ্ম্মলপ্ৰভা বৰদলৈয়ে ধুনীয়াকৈ লিখিছে—

> "অসমত ৰেডিঅ' ষ্টেচন স্থাপন হোৱাৰ লগে লগে অসমীয়া গীত ৰচক, সুৰ সংযোজক, গায়কসকলৰ কাৰণে এখন নতুন দুৱাৰ মুকলি হ'ল। সুৰত, ৰচনাত মৌলিকত্ব দেখুৱাবলৈ ই সুযোগ মুকলি কৰি দিলে।

এই নতুন আহ্বানত সঁহাৰি দি ৰচনা আৰু সুৰত অভূতপূৰ্ব্ব বৈশিষ্ট্যৰে যুগান্তকাৰী তথা যুগোপযোগী সৃষ্টি আগ বঢ়ালে ডঃ ভূপেন হাজৰিকাই। কথা আৰু সুৰৰ অপূৰ্ব্ব সমন্বয়ৰে এইজনা শিল্পীয়ে অসমীয়া গীতলৈ সাৰ্থক বাস্তৱবাদ ( realism ) কঢ়িয়াই আনিলে।

মাছমৰীয়া, দোলাভাৰী, শিল ভাঙোতো, ৰেলগাড়ী চলাওঁতা আদিৰ নিকৰুণ জীৱনৰ ছবি অসমৰ কেঁচা মাটিত শুই থকা বাবে ৰৰণীয়া সুৰৰ ৰহণেৰে আঁকি জন হৃদয় এওঁ অসামান্য জনপ্ৰিয়তাৰে যুগমীয়াকৈ পৰশি গ'ল। পৰম্পৰা ভাৱে চলি অহা গতানুগতিক অসমীয়া গীতৰ ভূপেন হাজৰিকাই এক বলিষ্ঠ challenge দিলে বুলি একে আষাৰে ক'ব পৰা যায়। কাব্যিক সৌন্দৰ্য্যৰ ফালৰ পৰাও এইজনা শিল্পীৰ বহুগীত ( সাগৰ সঙ্গমত, বং কিনিবা কোনে, ব'দ পুৱাৱৰ কাৰণে ইত্যাদি ) অতুলনীয়। ন ন ভাৱ আৰু মায়াময় সুৰৰ সংযোজনাৰে অসমীয়া গীতক এক শক্তিশালী মান ( standard ) দিয়া এই মহান শিল্পী আশ্চৰ্য এক সোণালী কণ্ঠৰ অধিকাৰীও।" [ জগত চেতিয়া সম্পাদিত 'সুৰ সাগৰৰ মুকুতা বুটলি', ইতিবৃত্তি শিতানৰ পৃঃ-৷৶০ ]

তথাপি ভূপেন হাজৰিকাৰ জীৱনলৈ এনে অনিশ্চয়তা কিছুমান আহিবলৈ ধৰিলে যে তেওঁ বিশেষ অনিৰাপত্তাৰহে সম্মুখীন হ'ল। ১৯৪৭ চনৰ পৰা ১৯৬২ চনলৈকে এই পোন্ধৰটা বছৰ তেওঁৰ জীৱনৰ এক অনিৰাপত্তাৰ যুগ বুলিব পাৰি। স্বাধীন দেশত তেওঁৰ প্ৰাণে বিচাৰিলে তেওঁ প্ৰাপ্য বুলি ভবা সামূহিক জীৱনৰ উৎস ধকা মুক্ত বায়ু। কিন্তু জীৰ্ণ সমাজৰ বন্ধনে যেন তেওঁক কাৰাৰুদ্ধ কৰিলে। তেওঁৰ জীৱনৰ এই পোন্ধৰটা বছৰ ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি জ্যোতিয়ে নিতৌ নচা সমাজত তেওঁ কণ্ঠেৰে অঞ্জলি দিবলৈ কৰা প্ৰয়াসৰ এক মৰ্ম্মস্পৰ্শী কাহিনী। তেওঁৰ জীৱনৰ এই অধ্যায় আৰম্ভ হয় সৰু সৰু সমাজৰ এক ভেকুলীয়েও লাজ পোৱা বিচাৰত আৰু ইয়াৰ সামৰণি পৰে ১৯৬২ চনত চীনে বৰ্ব্বৰ ভাৱে ভাৰত আক্ৰমণ কৰি মৰা শক্তিশেলত।

জাত-পাত নিমিলা কাৰণেই হওক বা আন কাৰণতেই হওক প্ৰেয়সীৰ মাক-দেউতাকৰ প্ৰতিবন্ধকতাত ডক্টৰ হাজৰিকাৰ নিচিনা বিদ্ৰোহী মনে হাৰ মানিবলৈ নিবিচাৰিলে। তেওঁ ছোৱালীক পলুৱাই নি বাতি শিলঙৰ 'মৰেলো' ৰেষ্টুৰেণ্টত বিয়া পাতিবলৈ থাকিলে। এই বিয়া আইনসঙ্গতভাৱে সমাধা কৰিবলৈ হাকিম শ্ৰীজ্যোতিৰ্ম্ময় বৰুৱাও হেনো সন্মত হ'ল। কিন্তু কন্যিনীক

শ্ৰীকৃষ্ণই হৰণ কৰোঁতে ক্ষুব্ধ হোৱা শিশুপালৰ দৰে লাবানৰ ডেকাসকলে খেদি আহিলে যাতে কৃষ্ণৰূপী ভূপেনে আহি লাবানৰ ছোৱালীক পলুৱাই নিব নোৱাৰে। কোৱা বাহুল্য যে ডক্টৰ হাজৰিকাই ছোৱালী পলুৱাই নিবলৈ অসমৰ্থ হ'ল ঠিক তেওঁৰ মাক দেউতাকৰ বা খ্ৰিলভীয়া শিশুপালসকলৰ বাধাৰ বাবে নহয় কিন্তু এছাটি কোমল বতাহে তেওঁৰ বিদ্ৰোহী তেজক কিছু পৰিমাণে শান্ত কৰা কাৰণেহে।

এই কোমল বতাহ ছাটি আহিল তেওঁক আমেৰিকাত উচ্চ শিক্ষাৰ বাবে দিয়া এটা বৃত্তিৰূপে। সমাজবিৰোধী কাম কৰাতকৈ নিজকে শিক্ষাৰে সমাজ সংস্কাৰ কৰিবলৈ শক্তিশালী কৰাটোৱেই তেওঁ উচিত বুলি বিবেচনা কৰিলে। তথাপি সমাজৰ বাধাই তেওঁক ক্ষুব্ধ কৰিলে। তাতে তেওঁৰ জুলিয়েট গৰাকীয়েও চকৰী আৰু একে জাতৰ অন্য এজনক আনন্দ মনেৰে স্বামী বৰিলে। ধন, জাতিভেদ, অসমীয়া সমাজৰ সৰু সৰু বিচাৰ আদিৰ কাৰণেই তেওঁ চিকাৰ হৈ কৰাই সেই জাতিটোক সম্প্ৰসাৰিত নকৰো বুলি মনতে ভাবি আমেৰিকালৈ আহিল।

আমেৰিকা মুক্ত দেশ। ইয়াৰ আকাশে বতাহে আছে মুক্তিৰ পৰিমল। অৱশ্যে, আমেৰিকাত বহুত ঠেক মনোবৃত্তিৰ লোক আছে। হাজৰিকা আমেৰিকালৈ আহিবৰ সময়ত ইয়াৰ সমাজত বিৰাজ কৰা বৰ্ণ-বৈষম্যৰ মনোভাববোৰ দূৰ কৰিবৰ কাৰণে ডঃ মাৰ্টিন লুথাৰ কিং আৰু ইয়াৰ সুধী-সমাজে উঠি পৰি বিপ্লৱ আৰম্ভ কৰিছে। আমেৰিকাৰ বৰ্ণ-বৈষম্যৰ বিষয়ে বহুতৰে ভুল ধাৰণা আছে। দক্ষিণ আফ্ৰিকাৰ চৰকাৰৰ দৰে ইয়াৰ চৰকাৰৰ বৰ্ণ-বৈষম্য নীতি নাই। যেই কোনো কাৰ্যতে বৰ্ণ-বৈষম্য পথ অৱলম্বন কৰাটোহে ইয়াৰ আইনমতে দণ্ডনীয়। ইয়াৰ কৃষ্ণাঙ্গ লোকসকলৰ উপৰি পুৰুষসকলৰ বেছি ভাগকেই আফ্ৰিকাৰ পৰা দাস কৰি অনা হৈছিল আৰু বহুত দিনলৈকে তেওঁলোকক অতি অমানুষিকভাৱে দাস কৰি ৰখা হৈছিল। আমেৰিকা এখন যুক্তৰাজ্য,ইয়াৰ ৰাজ্যবিলাকৰ ক্ষমতা আমাৰ প্ৰাদেশিক চৰকাৰ বিলাকতকৈ বহুত বেছি। কেন্দ্ৰীয় চৰকাৰে একচেটিয়াভাৱে এই ৰাজ্যবোৰত বিশেষ শাসনবিধি জাপি দিব নোৱাৰে। কৃষ্ণাঙ্গ দাসবিলাকক

মুক্ত কৰি দিবলৈ ইয়াৰ সুধী সমাজে কেতিয়াবাই আন্দোলন আৰম্ভ কৰিছিল, কিন্তু ইয়াৰ দক্ষিণৰ ৰাজ্যসমূহে দাসত্ব প্ৰথা দূৰ কৰিবলৈ সন্মত নহৈছিল। সেয়েহে, আব্ৰাহাম লিঙ্কনে দাসত্ব প্ৰথা দূৰ কৰিবৰ কাৰণে দক্ষিণৰ ৰাজ্য-সমূহৰ লগত যুদ্ধ কৰিবলগীয়া হৈছিল।

এইটো বিশেষ মন কৰিবলগীয়া যে যিসময়ত আব্ৰাহাম লিঙ্কনৰ কেন্দ্ৰীয় সৈন্যই দাসত্ব প্ৰথা দূৰ কৰিবৰ কাৰণে দক্ষিণৰ ৰাজ্যসমূহৰ লগত গৃহযুদ্ধ কৰিছিল সেই সময়ত পৃথিৱীৰ আন আন বহু দেশত দাসত্ব প্ৰথা কম বেছি পৰিমাণে বিৰাজ কৰিছিল আৰু এতিয়াও পৃথিৱীৰ প্ৰায় ভাগ দুখীয়া দেশতে এনে দাসত্ব প্ৰথা আছে যাৰ দ্বাৰা লাখ লাখ লোক নাগৰিকৰ সাধাৰণ অধিকাৰ বা সাধাৰণ মানৱ অধিকাৰবিলাকৰপৰা বঞ্চিত হৈ আছে। আমেৰিকাবাসীয়ে এই বুলিয়েই গৌৰৱ কৰিব পাৰে যে আজি শতাধিক বছৰ আগতেই তেওঁলোকে মানৱ অধিকাৰবিলাকৰ কাৰণে অন্যায় অবিচাৰৰ বিৰুদ্ধে যুদ্ধ-ক্ষেত্ৰত অৱতীৰ্ণ হ'ব পাৰিছিল। আজিও ৰাষ্ট্ৰপতি কাৰ্টাৰৰ বৈদেশিক নীতিৰ মূলমন্ত্ৰ হৈছে সাধাৰণ মানৱ অধিকাৰ। কি ভিয়েৎনামৰ সাগৰত টুলুঙা নাৱত নিঃসহায়ভাৱে জীয়াতু ভোগা ভগনীয়াই হওক, কি দুখীয়া দেশত অনাহাৰে মৃত্যু মুখত পৰিবলগীয়া হোৱা লোকসকল হওক, কি বানপানী, বা-মৰলী, ভূমিকম্প আদি প্ৰাকৃতিক দুৰ্যোগত ভোগা লোকসকলেই হওক, আমেৰিকাবাসীয়ে মানুহক মৰ্যাদাৰে জীয়াই থাকিবৰ সুবিধা দিবৰ কাৰণে সদায় চেষ্টা কৰি আহিছে। পৃথিৱীৰ যেই কোনো অংশতে কিবা কাৰণে যদি মানৱ অধিকাৰ বিনষ্ট হ'বৰ উপক্ৰম হৈছে তেনেহ'লে সেই আতঙ্কিত মানৱৰ আৰ্ত্তনাদৰ ঢৌৱে আমেৰিকাক নিশ্চয় প্লাৱিত কৰিছে। আজিৰ পৃথিৱীৰ আন কোনো জাতিয়ে এনেদৰে গৌৰৱ কৰিব পৰা কাৰ্য কৰা নাই।

আমেৰিকাবাসী সাম্যবাদী সমাজৰ বিৰোধী হোৱাৰো কাৰণ হৈছে মানৱৰ সাধাৰণ অধিকাৰ। তেওঁলোক বেছি ভাগৰেই এই দৃঢ় বিশ্বাস যে সাম্যবাদী সমাজত মানুহৰ ব্যক্তিগত বা সাধাৰণ অধিকাৰবোৰ, যিবিলাকক আমেৰিকা-বাসীয়ে ইমান সন্মান কৰে, সম্পূৰ্ণৰূপে ধ্বংস কৰা হয়। এই বিশ্বাসৰ কাৰণেই বহু আমেৰিকাবাসী সাম্যবাদী সমাজৰ ভয়াবহ ৰূপৰ কথা ভাবি আতঙ্কিত

হয়। মই ১৯৬৫ চনত ইংলেণ্ডৰপৰা কানাডা অভিমুখে আহোঁতে জাহাজত এক আদ-বয়সীয়া আমেৰিকান দম্পতীৰ সৈতে একেখন টেবুলতে খোৱা-বোৱা কৰিবলগীয়া হৈছিল। এদিন কথাৰ মাজত মই অলপ দায়িত্বহীনভাৱে মন্তব্য কৰিলোঁ যে ভাৰতৰ দৰিদ্ৰ আৰু অস্পৃশ্যসকলক পৰিত্ৰাণ কৰাৰ একমাত্ৰ উপায় হৈছে সাম্যবাদী সমাজ। মোৰ কথা শুনি তেওঁলোক দুয়ো খুব আতঙ্কিত হ'ল। আৰু পিছদিনাখন মোক জনালে যে ভাৰততো সাম্যবাদী সমাজ প্ৰতিষ্ঠা হোৱাৰ সম্ভাৱনা আছে বুলি ভাবি তেওঁলোকৰ ৰাতি টোপনি নাহিল। মোৰ কথাত ইমান গুৰুত্ব দিয়া দেখি মই তেতিয়া একপ্ৰকাৰ আমোদেই পাইছিলোঁ, কিন্তু পিছত আমেৰিকাত কিছুদিন থকাৰ পিছত যেতিয়া মই আমেৰিকাবাসীয়ে সাম্যবাদী সমাজৰ বিৰুদ্ধে থকা বিশ্বাসৰ কথা জানিব পাৰিলোঁ মই দায়িত্বহীনভাৱে তেওঁলোকৰ মনত দুখ দিয়া বুলি মোৰ অনুশোচনা হ'ল।

ডক্টৰ ভূপেন হাজৰিকা আমেৰিকালৈ আহিবৰ সময়ত ইয়াত সাম্যবাদী সমাজৰ আৰু তেনে সমাজ প্ৰতিষ্ঠা কৰাৰ আশা কৰা কমিউনিষ্ট দলৰ লোকৰ বিপক্ষে ঘোৰতৰ বিৰোধিতা চলিছিল। বিশেষকৈ এইটো মেকাৰ্থী-ইজমৰ যুগ [সত্যাসত্যতাৰ প্ৰতি ভ্ৰূক্ষেপ নকৰি অভিযোগ প্ৰচাৰ কৰা, নানা অন্যায় আচৰণেৰে বিৰোধী লোকক দমাই ৰখা, যেই কোনো প্ৰকাৰে ভীতি প্ৰদৰ্শন কৰি বিৰোধীলোকৰ মুখ বন্ধ কৰা আদি ৰাজনৈতিক আচৰণক মেকাৰ্থী-ইজম বোলা হয়। এই নামকৰণ আমেৰিকাৰ উচ্চতম বিধান সভা ছিনেটৰ ১৯৪৬ চনৰপৰা ১৯৫৭ চনৰ সদস্য জোচেফ মেকাৰ্থীৰ (১৯০৯—১৯৫৭) নামেৰে কৰা হয়। সেই সময়ত ছিনেটৰ সদস্য জোচেফ মেকাৰ্থীৰ প্ৰৰোচনাত কমিউনিষ্ট দলীয় লোক বা সাম্যবাদী সমাজৰ প্ৰতি সহানুভূতি থকা লোকক যথেষ্ট অত্যাচাৰ কৰা হৈছিল। সঁচা মিছা অভিযোগত এওঁলোকক আদালতত হাজিৰ কৰা হৈছিল। বহুতৰ বিপক্ষে মিছা অপবাদ ৰচনা কৰাও হৈছিল। এনেকুৱা ব্যৱহাৰত অতিষ্ঠ হৈয়ে কথাছবিৰ প্ৰখ্যাত ডিৰেক্টৰ আৰু কথাহীন ছবিৰ অদ্বিতীয় অভিনেতা চাৰ্লি চাপলিনেও আমেৰিকা এৰি গুচি গৈছিল।] ডক্টৰ হাজৰিকা আমেৰিকালৈ আহে ১৯৪৯ চনত আৰু ইয়াত ১৯৫৩ চনলৈকে থাকে। তেওঁ আমেৰিকাৰ সমাজত থকা ব্যক্তিগত

স্বাধীনতা আৰু মানৱ অধিকাৰ আদিৰ দ্বাৰা বিশেষভাৱে উৎসাহিত হ'লেও বিষ্ণু ৰাভাৰপৰা শিকি অহা সাম্যবাদী দৃষ্টিভঙ্গীৰ কাৰণে মেকাৰ্থী-ইজমৰও সোৱাদ ল'বলগীয়া হয়। তেওঁ ইয়াৰ জেলত দুদিনমান কটাবলগীয়া হৈছিল।

অৱশ্যে, আমেৰিকাৰ নিচিনা চহকী দেশত সাম্যবাদী সমাজ একপ্ৰকাৰ অৰ্থহীন। সেয়েহে, হাজৰিকাইও তেনেকুৱা কাৰ্যত বিশেষ সময় নষ্ট নকৰি ইয়াৰ বুদ্ধিজীৱীসকলৰ কাৰ্য-কলাপ বা ভাবধাৰাৰ লগত পোনপটীয়া সম্বন্ধ গঢ়ি তুলিবলৈহে চেষ্টা কৰে। আমেৰিকাত থকা কালছোৱাত তেওঁ নিজৰ মনৰ প্ৰশান্ত সাগৰলৈ নতুন ভাবৰ নতুন জ্ঞানৰ নতুন নতুন দিগন্ত আনিবলৈ সমৰ্থ হয়। তেওঁ আমেৰিকালৈ এক অগ্নি যুগৰ ফিৰিঙতি হৈ আহে আৰু ইয়াৰ পৰা উভতি যায় এক সুস্থ, সবল জীয়া জুই ৰূপেহে। এই জীয়া জুই জ্বলিছিল শ্ৰমৰ মৰ্যাদা, ব্যক্তিগত আশা-আকাঙ্ক্ষা, প্ৰাণ খুলি গোৱা গীতৰ উচ্ছ্বাস, স্বাধীন দেশখনক উন্নত কৰাৰ আগ্ৰহ আদিৰে। 'শিল ভাঙ...', 'হে দোলা...', 'জিলিকাব লুইতৰে পাৰ...', 'অটো ৰিক্সা চলাওঁ...', 'সাগৰ সঙ্গমত...' আদি গীতৰ সমল হয়তো তেওঁৰ মনত এই যুগতে উদ্ভৱ হৈছিল।

অসম উভতি পোৱাৰ পিছত সমাজ আৰু দেশত বেয়াকৈ শিপোৱা দুৰ্নীতি, ব্যভিচাৰ আৰু দুৰ্বিহ হৈ পৰা দুখীয়া ৰাইজৰ জীৱন সংগ্ৰাম দেখি এই জীয়া জুই দপদপাই জ্বলি উঠিল। ক্ষমতালোভী নেতা, ক্ষমতাৰ অপপ্ৰয়োগৰ নেতা, অন্যায় অবিচাৰ আদিৰে সৃষ্টি হোৱা নিৰাপত্তাহীন সমাজখনত তেওঁৰ মনৰ প্ৰশান্ত সাগৰৰ উৰ্ম্মিমালা অশান্ত হৈ উঠিল।

## নিৰাপত্তাহীন সমাজ

আমেৰিকাত থাকোঁতেই ডক্টৰ হাজৰিকাই শ্ৰীমতী প্ৰিয়ম পেটেলক বিয়া কৰায় আৰু তাতেই তেওঁলোকৰ পুত্ৰ সন্তান তেজৰ জন্ম হয়। প্ৰিয়ম

ভাৰতীয় ব্ৰাহ্মণ যদিও সদায় ইউগাণ্ডাত ডাঙৰ হোৱা—তেওঁ ভাৰতীয় জাতি-ভেদ প্ৰথাৰ তিতা-কেহা অভিজ্ঞতাবোৰৰ সোৱাদ আগেয়ে একপ্ৰকাৰ নোপোৱাৰ নিচিনা। প্ৰিয়ম-তেজৰ সংসাৰখনৰ সৈতে অসমত এক নতুন জীৱন আৰম্ভ কৰিবলৈ উভতি আহিল। কিন্তু অসম পোৱাৰ পিছত অতি উচ্চ শিক্ষিত, সঙ্গীত কলাত বিশেষ পাৰদৰ্শিতা থকা আৰু সমাজক নতুন ৰূপ দিবলৈ বিশেষ হাবিয়াস কৰা ডক্টৰ হাজৰিকা সন্মুখীন হ'ল কেৱল বাধা, দুৰ্নীতি, অন্যায়, অবিচাৰ আৰু অৰ্থনৈতিক সমস্যা আদিৰহে। সমাজৰ আৰু ব্যক্তি বিশেষৰ নিষ্ঠুৰতা আদিয়ে তেওঁক এনেভাৱে আগুৰি ধৰিলে যেন কোনোবা হনুমন্তই বাধাৰ বিন্ধ্য পৰ্ব্বত আনি তেওঁৰ পথ বন্ধ কৰিলে।

প্ৰথমে তেওঁ বহুত দিন চাকৰি-বাকৰি নাপাই নিবনুৱা হ'বলগীয়াত পৰিল। অসাধাৰণ প্ৰতিভা আৰু পাৰদৰ্শিতা থকা এই লোকজনক অসম চৰকাৰ বা অসমীয়া ৰাইজে তেওঁৰ গুণ অনুসাৰে প্ৰতিষ্ঠা কৰি সমাজৰ হিতৰ কাৰণে তেওঁৰপৰা পাব পৰা বৰঙণি আদায় কৰিবৰ ব্যৱস্থা কৰিব নোৱাৰিলে। তেওঁ অসমলৈ উভতিছিল ১৯৫৩ চনত আৰু তেওঁ প্ৰথম চাকৰি পায় ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে।

ইতিমধ্যে তেখেতৰ দেউতাক শ্ৰীনীলকান্ত হাজৰিকাই চাকৰিৰ পৰা অৱসৰ লয় আৰু কেইকুৰিমান টকাৰে স্কুল-কলেজত পঢ়া দহজন ল'ৰা-ছোৱালীৰ এখন সংসাৰ চলাব লগীয়াত পৰে। তেখেতৰ নাই আছিল ঘৰ-বাৰী, নাই আছিল ব্যৱসায়, নাই আছিল কৃপিত মাটি-বাৰী। তেখেতে কেনেদৰে সেই সংসাৰখন চলাম বুলি ভাবিছিল সি এক ডাঙৰ প্ৰশ্ন? এই প্ৰশ্নটো হয়তো সেই সময়ৰ আৰু শ্ৰীনীলকান্ত হাজৰিকাৰ সমসাময়িক বহুত লোককে সুধিব পৰা যায়।

অৱশ্যে, এইটো সমাজখন পৰিৱৰ্ত্তিত হ'বৰ সময়। ইংৰাজৰ আমোলত আৰু কুৰিশতিকাৰ আৰম্ভণিৰপৰা অসমত যি শিক্ষা বিস্তাৰ আৰু নগৰীকৰণ আৰম্ভ হৈছিল সেইবিলাকে আনি দিব পৰা সমস্যাবোৰৰ প্ৰতি বিশেষ সতৰ্কতা অৱলম্বন নকৰাকৈ শ শ শিক্ষিত ডেকাই এক নতুন জীৱন পথ আঁকোৱালি

লৈছিল। সেই নতুন জীৱন আৰু তেওঁলোকৰ দায়িত্বহীনতাৰ কৰ্ম্মফলত কেৱল যে তেওঁলোকে নিজেই ভুগিছিল এনে নহয়, তাত বিশেষভাৱে ভুগিব-লগীয়া হৈছিল তেওঁলোকৰ ল'ৰা-ছোৱালীবিলাকে। ই বহু পৰিয়ালৰে একেই দুখলগা কাহিনী—সেই কাহিনীৰ বিষয়ে দুআষাৰ নক'লে সমাজৰ অন্যায় কৰাহে হ'ব।

কুৰি শতিকাৰ প্ৰথমাৰ্দ্ধত শিক্ষা সাং কৰা বাছকবনীয়া অসমীয়া ডেকা কিছুমানে শিক্ষক, অধ্যাপক, হাকিম, কেৰাণী আদিৰ চাকৰি লৈ নগৰ-বিলাকলৈ আহিছিল। এওঁলোকৰ বেছি ভাগৰে উপৰি পুৰুষসকল গাঁৱত খেতি-বাতি কৰি বা অন্যান্য ব্যৱসায়ৰ উপাৰ্জ্জনেৰে জীৱন নিৰ্ব্বাহ কৰি অহা লোক। সেই উপৰি পুৰুষসকলৰ কাৰণে ল'ৰা-ছোৱালীবিলাক ভগৱান প্ৰদত্ত আৰু জীৱিকা নিৰ্ব্বাহৰ বিশেষ সহায় আছিল। তাতে বেমাৰ-আজাৰত সততে মৃত্যু মুখত পৰাৰ কাৰণে জন্ম হোৱা ল'ৰা-ছোৱালীৰ কেইটামানহে জীয়াই থকাৰ সম্ভাৱনা আছিল। সেয়েহে সেই উপৰি পুৰুষ-সকলে পৰিয়াল পৰিকল্পনাৰ কথা নাভাবিছিল আৰু ভাবিলেও ভগৱান প্ৰদত্ত বা 'কপালত যি লিখা আছে তাক কোনে মচিব' বুলি হাত সাৱটি বহি থকাৰ সহজ পথ অৱলম্বন কৰিছিল।

উনৈছ শতিকাত যেতিয়া সাধাৰণ ভাৰতীয়ৰ জীৱন কালৰ গড় দৈৰ্ঘ মাত্ৰ ২৭ বছৰ আছিল তেতিয়া এনে নিশ্চেষ্ট মনোভাৱে সমাজৰ বিশেষ ক্ষতি কৰা নাছিল। কিন্তু কুৰি শতিকাৰ শিক্ষিত ডেকাসকলে একে ধৰণৰ মনোভাৱেৰে তেওঁলোকৰ জীৱন ৰথৰ চকৰি ঘুৰোৱাটো অতি দুৰ্ভাগ্যৰ কথা। শিক্ষাৰ পোহৰেৰে তেওঁলোকে জীৱন আলোকিত নকৰি শোৱাঘৰৰ অন্ধকাৰেৰেহে কেউদিশ অন্ধকাৰাচ্ছন্ন কৰিলে। শোৱাপাটীতে তেওঁলোকৰ সক্ৰিয়তা আৰু কাৰ্যক্ষেত্ৰত অদূৰদৰ্শিতাই সমাজত বিশেষ সমস্যাৰ সৃষ্টি কৰিলে। এওঁলোকে নগৰৰ চৰকাৰী ঘৰত বা আনৰণৰা লোৱা ভাড়া ঘৰত বাস কৰি চাকৰিৰ দৰমহাৰ টকাৰে জীৱিকা নিৰ্ব্বাহ কৰিছিল। তেওঁলোক আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে শিক্ষা, ডাক্তৰী চিকিৎসা, আমোদ-প্ৰমোদৰ ভাল সুবিধা পোৱাৰ উপৰিও এক সুস্থ পৰিবেশত জীৱন

কটাবলৈ সুবিধা পাইছিল—অন্ততঃ গাঁৱৰ লোকৰ তুলনাত। নগৰীকৰণৰ এইটো প্ৰথম অধ্যায়। নতুন সৰু নগৰৰ জীৱন প্ৰথমতে বেছ সুবিধাজনক হয়—ই এখন উন্নত গাঁৱৰ নিচিনা। এখন নগৰৰ আৰম্ভণিৰ কাল ছোৱাত সেই নগৰখনে পিছলৈ সন্মুখীন হ'ব পৰা সমস্যাবিলাকৰ কথা হয়তো ধাৰণা কৰা সহজ নহয়। জনসংখ্যা বঢ়াৰ লগে লগে সেই নগৰৰ মাটিৰ মূল্য আৰু ঘৰৰ ভাড়া কেনেদৰে বাঢ়িব, তাত শৌচাগাৰ-খাল আদিৰ বাবে কি সমস্যা হ'ব, তাত প্ৰতিষ্ঠিত হোৱা উদ্যোগ, কাৰখানা আদিৰ কাৰণে সেই নগৰৰ মাটি, পানী আৰু জলবায়ু কেনেদৰে দূষিত হ'ব সেইবিলাক সেই শিক্ষিত লোকসকলে ভাবি চোৱা নাছিল। অৱশ্যে, আজি-কালিও আমাৰ বহুতলোক এইবিলাকৰ প্ৰতি সজাগ নহয়। সেয়েহে আজি গুৱাহাটী, ডিব্ৰুগড়ৰ নিচিনা চহৰে সম্মুখীন হোৱা বা আমাৰ আন আন নগৰবিলাকে ভৱিষ্যতে সম্মুখীন হ'ব পৰা সমস্যাবিলাকৰ প্ৰতি বাইজে একপ্ৰকাৰ আওকাণ কৰাৰ নিচিনা। গাঁৱত যাৰ ঘৰ আৰু খেতি-বাতি আছে তেওঁলোকৰ মনত এক নিৰাপত্তাৰ ভাব থকাটো স্বাভাৱিক। কিন্তু নগৰত ডাঙৰ হোৱা তেওঁলোকৰ ল'ৰা-ছোৱালীক এই নিৰাপত্তাই স্পৰ্শ কৰিব নোৱাৰে। নগৰত আছে নিবনুৱা সমস্যাৰ বিভীষিকা আৰু ফুটপাথৰ ধূলি-মাকতি। গাঁৱত চোতালখন ভৰপূৰ কৰা এজাক ল'ৰা-ছোৱালী হয়তো বহুতৰে কাৰণে ভাগ্যৰ কথা, কিন্তু নগৰত এসোপা ল'ৰা-ছোৱালী মাথোঁ দুৰ্যোগৰ চিন, যাৰ উশাহ নিশাহেও ধুমুহাৰ সৃষ্টি কৰিব পাৰে। তদুপৰি নগৰৰ নিবনুৱা আৰু গাঁৱৰ এলেহুৱাৰ উৎপাদন শক্তি প্ৰায় একেই।

ডক্টৰ ভূপেন হাজৰিকাৰ দেউতাক আৰু তেওঁৰ সমসাময়িক বহুতো লোকে নিজৰ আৰু ল'ৰা-ছোৱালীৰ জীৱন মধুৰ কৰিবলৈ গুৱাহাটীৰ নিচিনা নগৰলৈ আহিছিল। কিন্তু, তেওঁলোকে নিজৰ বা ল'ৰা-ছোৱালীৰ ভৱিষ্যতবোৰ নিৰাপদ কৰিবলৈ দায়িত্বপূৰ্ণ ব্যৱস্থা লোৱা নাছিল। সেয়েহে নগৰীয়া ভাই-ভনী, মাক আৰু অৱসৰপ্ৰাপ্ত দেউতাকৰ দায়িত্ব পৰিল নিবনুৱা ভূপেন হাজৰিকাৰ ওপৰত। এনেকুৱা সময়ত তেওঁলোকে সম্মুখীন হোৱা আৰ্থিক অনাটন আৰু দুখ-কষ্ট হয়তো বুজোঁতাইহে কল্পনা কৰিব পাৰিব। তেওঁৰ মাক-দেউতাক বা সমাজে হয়তো ক'ব—ভূপেনক মাক-দেউতাকে পঢ়াই

গুনাই তাণ্ডৱ দীঘল কৰিছে যেতিয়া তেওঁ মাক-দেউতাক আৰু ভাই-ভনী সকলক চম্ভালা উচিত। কিন্তু সেই শিক্ষিত নিবনুৱা হাজৰিকাৰ তেতিয়াও কোনো সংস্থান হোৱা নাছিল, তাতে তেওঁ নৱ বিবাহিতা পত্নী আৰু নিজৰ সন্তানৰ দায়িত্ব ল'বলৈ বাধ্য। তেওঁৰ দায়িত্ব তেওঁ আৰম্ভ কৰা নিজৰ সংসাৰখনৰ প্ৰতি নে তেওঁৰ মাক-দেউতাকৰ সংসাৰখনৰ প্ৰতি সেই প্ৰশ্নৰ সঠিক সমাধান আমাৰ সমাজত পোৱা নাযায়। আমাৰ মাক-দেউতাকবিলাকে, বিশেষকৈ অধিক সংখ্যক ল'ৰা-ছোৱালী জন্ম দিয়াসকলে, নিজৰ পুত্ৰসকলৰ পৰা বহুতো আশা কৰে, কিন্তু তেওঁলোকে নিজৰ পুত্ৰসকলৰ জীৱনৰ আশা-আকাঙ্ক্ষা বা প্ৰয়োজনবিলাকৰ বিষয়ে সমূলি ভাবি নাচায়। পুত্ৰ শব্দৰ অৰ্থ হৈছে 'পুৎ' নামে নৰকৰপৰা যি তাৰণ কৰে সেয়ে পুত্ৰ—অৰ্থাৎ শ্ৰাদ্ধ পাতি পিণ্ড আদি দিবলৈ এজন পুত্ৰ নাথাকিলে মানুহ পোমে পোনে পুৎ নামৰ নৰকত গৈ জীয়াতু ভোগাটো নিসন্দেহ। কিন্তু কাৰ্যক্ষেত্ৰত দেখা যায় যে মাক-বাপেকে সৃষ্টি কৰা দুৰ্যোগবিলকৰপৰা যি তাৰণ কৰে সেয়েহে আচল পুত্ৰ—শ্ৰাদ্ধ-পিণ্ডতকৈও টকা-পইচাৰে সংসাৰ চলোৱাত সহায় কৰিবৰ কাৰণেহে পুত্ৰৰ বেছি প্ৰয়োজন। আমাৰ সমাজে অধিক সংখ্যক ল'ৰা-ছোৱালী জন্ম দিয়া লোকক সমালোচনা নকৰে কিন্তু মাক-দেউতাকক টকা-পইচা দি সহায় কৰিবলৈ অসমৰ্থ ডেকাসকলৰ তীব্ৰ সমালোচনা কৰে। অৱশ্যে অভাৱ-অনাটনত পৰা পৰিয়াল বা নিবনুৱা ডেকাক সহায় কৰিবলৈ আমাৰ সমাজত কোনো ব্যৱস্থা নাই।

ভূপেন হাজৰিকাৰ ভনায়েক কুইন হাজৰিকাৰ বিয়াৰ কাৰণেও তেওঁলোকৰ পৰিয়ালটোৱে কিছুমান বিশেষ সমস্যাৰ সন্মুখীন হ'ব লগীয়া হয়। কুইনে মনে-প্ৰাণে স্বামী কৰিবলৈ বিচাৰিছিল এজন ডেকাক, কিন্তু আন এজন সম্ভ্ৰান্ত আৰু চহকী ডেকাইও তেওঁৰ পাণি গ্ৰহণ কৰিবলৈ বিচাৰিছিল। সেই ডেকাজনে হয়তো হাজৰিকা পৰিয়ালক আৰ্থিকভাৱেও সহায় কৰিছিল আৰু সেই কাৰণেই তেওঁ হয়তো কুইনক তেওঁলৈ বিয়া দিব বুলি আশা কৰিছিল। কিন্তু, কুইনৰ অনিচ্ছা সত্ত্বেও চহকী ডেকাজনৰ টকা-পইচা বা আন অনুগ্ৰহ পোৱাৰ আশাত সেই সময়ৰ বহু শিক্ষিত লোকে সেই ডেকা-

জনক উচটাবলৈ ধৰিলে আৰু সকলো প্ৰকাৰে হেঁচা দিলে যাতে কুইনৰ বিয়া সেই চহকী ডেকাজনৰ লগতে হয়।

উচ্চ মনৰ আৰু মানৱীয় অধিকাৰৰ প্ৰতি বিশেষ অনুৰাগ থকা ডঃ হাজৰিকা আৰু প্ৰিয়মৰ মনত কুইনৰ ভৱিষ্যৎ সম্পৰ্কে উদ্ভৱ হোৱা পৰিস্থিতিয়ে এক তীব্ৰ সংগ্ৰাম সৃষ্টি কৰিলে যাৰ কাৰণে তেওঁলোকৰ পৰিয়ালত এক দুৰ্যোগৰ সৃষ্টি হ'ল। তেওঁলোকৰ পৰিয়ালৰ এই দুৰ্যোগ আৰু আৰ্থিক অনাটনৰ সময়ত বাইজ বা চৰকাৰ কোনেও সহায় কৰিবলৈ আগ বাঢ়ি নাহিল। হলা গছত বাগি-কুঠাৰ মৰাটোহে অসমীয়া প্ৰকৃতি। এনে সময়ত অসমীয়া সমাজে পৃষ্ঠপোষকতা কৰিলে এটা অপবাদৰহে। অপবাদটো হ'ল যে হাজৰিকাৰ ডক্টৰেট ডিগ্ৰীটো হেনো মিছা, তেওঁ কলম্বিয়া বিশ্ববিদ্যালয়ৰপৰা ডিগ্ৰীটো নোপোৱাকৈয়ে হেনো পোৱা বুলি কৈছিল।

সেই অপবাদটো যেয়ে আৰম্ভ নকৰক লাগিলে, সেই সময়ত গুৱাহাটীৰ ৰাইজৰ মুখে মুখে এই কথা আৰু বাতৰি-কাকততো ইয়াক লিখিতভাৱে প্ৰকাশ কৰা হৈছিল। ইয়াৰ প্ৰধান উদ্দেশ্য আছিল তেওঁক চাকৰিৰপৰা বঞ্চিত কৰা, কিয়নো তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক পদৰ প্ৰাৰ্থী আছিল। সেই সময়ত তেওঁৰ গুণাগুণক তুচ্ছ কৰিবলৈ এক সক্ৰিয় প্ৰচেষ্টা চলিছিল। আন নালাগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উচ্চ পদস্থ বিষয়া আৰু অধ্যাপক কেইগৰাকীমানেও মন্তব্য কৰিছিল যে ভূপেন হাজৰিকাৰ ডিগ্ৰীটো মিছা বুলি ওলাইছে যেতিয়া তেওঁক অধ্যাপক হিচাপে নিযুক্ত কৰা উচিত নহ'ব। এনেদৰে উৰা বাতৰি, বেনামী পত্ৰ আদিত আমাৰ সমাজে বিশেষ গুৰুত্ব দিয়ে। যিবিলাক কথাৰ সত্যাসত্যতা নিৰূপণ কৰিবৰ সহজ উপায় আছে সেইবিলাক কথাৰ আঁতি-গুৰি ল'বলৈ চেষ্টা নকৰি আমাৰ মানুহে 'ওলোৱা কথা'ৰ ওপৰতহে গুৰুত্ব দিয়ে। যিহওক, মোৰ দেউতা আৰু সেই সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ ৺ফণীধৰ দত্তই কলম্বিয়া বিশ্ববিদ্যালয়লৈ লিখা-লিখি কৰি আৰু বহুত চেষ্টা কৰিহে ডঃ হাজৰিকাক গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক নিযুক্ত কৰিবলৈ সকলোকে মান্তি কৰালে। সেই খবৰটো শুনি ডঃ হাজৰিকাৰ দেউতাকে এখন পুৰণা চাইকেল চলাই

আমাৰ ঘৰলৈ আহি দেউতাৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰা দৃশ্য মোৰ ভালদৰে মনত আছে। তিনি শ টকীয়া এটা চাকৰিৰে বাৰ-তেৰজন লোকৰ এটা পৰিয়ালৰ জীৱিকা নিৰ্ব্বাহত কিমান সহায় সি সন্দেহজনক কিন্তু, সেই চাকৰিটোৱেই যেন তেওঁলোকক ৰক্ষা কৰিলে।

আমাৰ সমাজত ব্যক্তিবিশেষৰ প্ৰতি বিশেষ লক্ষ্য নাই। অভাৱ, অনাটন, প্ৰাকৃতিক দুৰ্যোগ, ব্যক্তিগত বিপৰ্য্যয় আদিত লোকক সহায় কৰিবলৈ সুসংগঠিত ব্যৱস্থা নাই। এনে নিৰাপত্তাৰ অভাৱ হোৱা কাৰণেই আমি প্ৰত্যেকেই বহু পৰিমাণে স্বাৰ্থ অন্বেষী হ'বলৈ বাধ্য। নিজৰ বা নিজৰ পৰিয়ালৰ জীৱন ধাৰণৰ সাধাৰণ নিৰাপত্তাখিনিক নিজে আহৰণ কৰিব নোৱাৰিলে নাখায় মৰিবলগীয়া হোৱাটো স্বাভাৱিক—তেতিয়া আন কোনোবাই উন্নতি চাব বুলি আশা কৰিব নোৱাৰি। কি হাকিম হওক, কি মন্ত্ৰীয়েই হওক, কি অধ্যাপকেই হওক বা কি স্বাৰ্থত্যাগী সমাজসেৱীয়েই হওক, নিজৰ পৰিয়ালটোৰ অৱস্থা পাৰোঁতেই সুস্থ কৰিব নোৱাৰিলে পিছলৈ হিয়া ভুকুৱাবলগীয়া হোৱাটো স্বাভাৱিক। এইটো জানিয়েই আমাৰ মন্ত্ৰী, হাকিম, ইঞ্জিনিয়াৰ আদি সকলোৱেই ক্ষমতাত থাকোঁতেই বা পাৰোঁতেই যিমান পাৰে ন্যায় বা অন্যায়ভাৱে সাত পুৰুষে খাব পৰাকৈ ধন বা সা সম্পত্তি গোটাবলৈ চেষ্টা কৰে।

অন্যান্য দেশত বিশেষকৈ সাম্যবাদী দেশসমূহত আৰু চুইডেন, বৃটেন, আমেৰিকা আদি কল্যাণকামী দেশসমূহত ব্যক্তিৰ নিৰাপত্তাৰ বিশেষ ব্যৱস্থা আছে। আমেৰিকাত এক বিশেষ সমাজ নিৰাপত্তা আইন আছে। ইয়াৰ প্ৰত্যেক নাগৰিক বা চিৰস্থায়ী বাসিন্দাক একোটা সমাজ নিৰাপত্তা সংখ্যা দিয়া হয়। চৰকাৰী চাকৰি বা অন্যান্য উপায়ে উপাৰ্জ্জন কৰি থকা লোক-সকলে উপাৰ্জ্জনৰ পৰা উপাৰ্জ্জন অনুসাৰে সমাজ নিৰাপত্তা পুঁজিত টকা জমা দিব লাগে। তাৰ বিনিময়ত তেওঁ বা তেওঁৰ পৰিয়ালৰ উপাৰ্জ্জন নাইকিয়া হ'লে চৰকাৰে তেওঁলোকৰ জীৱন ধাৰণৰ নিমিত্তে প্ৰয়োজনীয় সামগ্ৰীবিলাক যোগোৱাৰ সম্পূৰ্ণ দায়িত্ব লয় বা তেওঁ অৱসৰ গ্ৰহণ কৰিলে তেওঁৰ বৰঙণি অনুযায়ী তেওঁক নিয়ম মতে টকা দিয়াৰ ব্যৱস্থা কৰে (এই টকা তেওঁৰ

পেন্সনৰপৰা যেনেগে)। ইয়াত আহি বৰ্ত্তমান বসতি কৰি থকা অসমীয়া লোকসকলে, যি বহু বছৰ সমাজ নিৰাপত্তা পুঁজিত বৰঙণি দি আহিছে, কেতিয়াবা যে আকৌ অসমত নিগাজীকৈ বাস কৰিবলৈ যাব তাক আশা কৰিব নোৱাৰি, কিয়নো তেনে কৰিলে তেওঁলোকে এই সমাজৰপৰা পাব পৰা সামাজিক নিৰাপত্তাৰ টকাবিলাক নাপাব। এনে নিৰাপদ স্থান এৰি, অৱহেলা, অনাদৰ আৰু অবিচাৰৰ বানত মুৰ্খইহে উটিবলৈ বিচাৰিব।

আমাৰ সমাজত দুষ্ট প্ৰকৃতিৰ লোকে নিৰীহ মানুহৰ ওপৰত অত্যাচাৰ বা অপমান কৰিবলৈকো বহুত সুবিধা পায়। এইপিনৰপৰাও সমাজত নিৰাপত্তাৰ অভাৱ। বহুত ক্ষেত্ৰত পুলিচৰ বিষয়া বা ক্ষমতাত থকা লোকৰ লগত ঘনিষ্ঠতা নাথাকিলে দুষ্ট লোকৰপৰা নিজৰ সা-সম্পত্তি বা মান-সম্মান বজাই দিন কটোৱাটোও অসম্ভৱ হৈ পৰে। কুইনে তেওঁৰ মনৰ গৰাকী শ্ৰীদিলীপ শৰ্ম্মাকে বিয়া কৰিবলৈ ওলালে—ডক্টৰ হাজৰিকা আৰু প্ৰিয়মে সমাজৰ বহুতলোকৰ মতৰ বিৰুদ্ধে সেই শুভ-বিবাহ সুকলমে সমাধা কৰাত আগভাগ ল'লে। তাৰ পিছত কিছুমান দুষ্ট প্ৰকৃতিৰ লোকে তেওঁলোকৰ মনত যি সন্ত্ৰাসৰ সৃষ্টি কৰিলে তাক সুঁৱৰি আজিও প্ৰিয়মে কয়, 'গুণ্ডা কিছুমানে হাতত বন্দুক লৈ আমাৰ চেনীকুঠীৰ ঘৰৰ বাহিৰৰ পৰা যিবিলাক কথা চিঞৰিছিল আৰু আমাক যি ৰকম ভয় দেখাইছিল মোৰ মনত পৰিলে আজিও গা শিয়ৰি উঠে, ইমান ভয় লাগে!' এদিন হেনো তেওঁলোকে ইমান ভয় খাইছিল যে তেওঁলোকে বন্ধু শ্ৰীপুণ্য দুৱৰালৈ কিবা এটা কৰিবলৈ অনুৰোধ কৰি চিঠি লিখি কাম কৰা ল'ৰাটোৰ হাতত মনে মনে পঠাইছিল। সেই জনবহুল চেনীকুঠীৰ ওচৰ-চুবুৰীয়াসকলে কিন্তু এইবিলাক নজনা ভাও ধৰিছিল বা তাৰ প্ৰতিকাৰৰ উপায় নেদেখিছিল।

আমাৰ সমাজত নিৰাপত্তাহীনতাৰ এনে ভূতৰ ওপৰতে হাজৰিকাৰ জীৱনত আৰু এক দামহ ওলাল। গুৱাহাটী বিশ্ববিদ্যালয়ত মাত্ৰ এবছৰমান চাকৰি কৰাৰ পিছতে ডঃ হাজৰিকা বাহিৰালৈ যোৱা এক ভাৰতীয় সাংস্কৃতিক সন্থাৰ সদস্য হিচাপে নিৰ্ব্বাচিত হয়। এজন অসমীয়া শিল্পী এনেদৰে সমাদৃত হোৱাত বিশ্ববিদ্যালয় কৰ্তৃপক্ষই গৌৰব কৰিব লাগিছিল। তাৰ আগতে

ড: হাজৰিকাৰ বিশেষ চেষ্টাৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ দলটোৱে দিল্লীত অনুষ্ঠিত হোৱা আন্তঃবিশ্ববিদ্যালয় যুৱক উৎসৱত শ্ৰেষ্ঠ দলৰ সন্মান অৰ্জ্জন কৰিব পাৰিছিল। এইবিলাকৰ বিনিময়ত, তেওঁ ৰাছিয়াৰ পৰা উভতি গুৱাহাটী পোৱাত দেৱা হোৱা কাৰণে বিশ্ববিদ্যালয়ৰ কলা বিভাগৰ ডীন ৺বিৰিঞ্চি কুমাৰ বৰুৱাই তেওঁৰ তিনি দিনৰ দৰমহা কাটে। ৺বৰুৱাৰ এনে কাৰ্যৰ দোষ-গুণ বিচাৰ কৰাটো এতিয়া অসম্ভৱ। কিন্তু তেখেতৰ এই কাৰ্যত ডঃ হাজৰিকা অতিশয় ক্ষুব্ধ হয়। তাতে হাজৰিকাই দিল্লীৰপৰা গুৱাহাটীলৈ ৰেলৰ ভাড়াৰ কাৰণে আনৰ ওচৰত হাত পাতিবলগীয়া হৈছিল আৰু তেওঁ দিল্লীৰপৰা ৺বৰুৱালৈ টেলিগ্ৰামো কৰিছিল। যাহওক, ৺বৰুৱাই হাজৰিকাৰ দৰমহা কাটিবলৈ লোৱা সিদ্ধান্ত হাজৰিকাই অসমীয়া সমাজত ভুগি অহা কষ্ট, অৱহেলা, অনাদৰ, অন্যায়-অবিচাৰ আদিৰ শক্তিশেল স্বৰূপ হ'ল। ইয়েই ঢেকীৰ শেষ খুন্দাৰ দৰে সকলো মষিমূৰ কৰিলে। তেওঁ বিশ্ববিদ্যালয়ৰ চাকৰি এৰি দিলে আৰু চালি-টোপোলা বান্ধি কলিকতালৈ উঠি আহিল—১৯৫৭ চনত।

তাৰ বছৰচেৰেক পিছতেই হাজৰিকাৰ পত্নীয়ে হাজৰিকাৰ ওচৰৰপৰা আঁতৰি আহি তেওঁৰ বৈবাহিক জীৱনৰ ওৰ পেলায়। ব্যক্তিগত জীৱনৰ এনে কৰুণ পৰিণতি আৰু তেওঁৰ সাম্যবাদী আদৰ্শৰ প্ৰতি থকা শ্ৰদ্ধাক চোৰাই কৰা পদাঘাতে তেওঁলৈ বিশেষ মানসিক অনিৰাপত্তা আনিলে। এই অনিৰাপত্তাৰ যুগতো তেওঁ দৃঢ় প্ৰতিজ্ঞ হ'ল গভীৰ আস্থাৰ গীত গাই যাবলৈ। সকলো বাধা-বিঘিনি নেওচি তেওঁৰ সৃজনী শক্তি উজাৰি উঠিল, পাৰ ভাঙি উপচি অহা বানৰ দৰে। তেওঁ হিয়া উবুৰিয়াই সৃষ্টি কৰিবলৈ আৰম্ভ কৰিলে নতুন নতুন কথাছবি, নতুন নতুন প্ৰবন্ধ আৰু নতুন নতুন সুৰ।

# অষ্টম অধ্যায়

## সামাজিক বিষয়ৰ গীত

ভূপেন হাজৰিকাই শোষণকাৰী বৃটিচৰ দমন নীতি আৰু সাম্যবাদী সমাজৰ প্ৰতি অন্ধভাৱে শঙ্কা কৰা মেকাৰ্থী-ইজমৰ বিদ্বেষ নীতিৰ সোৱাদ পোনপটীয়াভাৱে পাইছে। তেওঁ ভাৰতীয় সমাজৰ হেজাৰ বছৰীয়া দাৰিদ্ৰ্য, জাতি-ভেদ, পৰিকল্পনাবিহীন পৰিয়াল আদিয়ে সৃষ্টি কৰা সমস্যাৰ বিশেষ ভুক্তভোগী। তদুপৰি স্বাধীনতাৰ পিছত আমাৰ জাতীয় জীৱনলৈ আহি পৰা দুৰ্নীতি, অন্যায়-অবিচাৰ আদিতো তেওঁ ভুগিবলগীয়া হৈছে বা সেইবিলাক তেওঁ প্ৰত্যক্ষভাৱে দেখিবলৈ পাইছে। তেওঁৰ গীতত এইবিলাক অভিজ্ঞতা প্ৰতিফলিত হোৱা দেখা যায়। সৰুৰেপৰা তেওঁ এনে এখন সমাজ গঢ়িবৰ কল্পনা কৰিছিল য'ত শোষণকাৰী নাই, য'ত ধনী দুখীয়া নাই, য'ত মানুহে মানুহৰ বাবে প্ৰদৰ্শাই কেৱল আন্তৰিক মৰম চেনেহ—যি সমাজত নৈতিকতা আছে আৰু য'ত জাতি-ভেদ আদিৰ নিচিনা সৰু-সুৰা বিচাৰবিলাক নাই।

**অসমীয়া সমাজে অনুন্নত সম্প্ৰদায় বা পাহাৰীলোকৰ প্ৰতি প্ৰদৰ্শাই অহা তুচ্ছ-তাচ্ছিল্য ভাব আঁতৰাই অসমত পৰ্বতীয়া আৰু ভৈয়ামৰ লোকৰ মাজত প্ৰীতি বিৰাজ কৰা এখন সমাজ গঢ়িবলৈকো 'হাজৰিকাৰ বিশেষ হাবিয়াস। তেওঁৰ কেবাটাও গীতত এই ভাব অতি মৰমেৰে প্ৰকাশ পাইছে।**

যুগ চেতনা তেওঁৰ গীতৰ এক বৈশিষ্ট্য। সমাজক সময়মতে নতুন যুগৰ বাণীৰে সজাগ কৰি দিবৰ দায়িত্ব তেওঁ নিজে কান্ধ পাতি লৈছে। শ্ৰমৰ মৰ্যাদা, মানুহৰ প্ৰাপ্য অধিকাৰ, সাম্যবাদ, বিশ্বপ্ৰেম বৈধ অবৈধৰ প্ৰশ্ন আদি আজিৰ যুগৰ নৱ নৱ গতি তেওঁ দেখুৱাইছে। অটো ৰিক্সা চালকৰ গৌৰৱপূৰ্ণ ঘোষণা, 'অটো ৰিক্সা চলাওঁ আমি দুয়ো ভাই গুৱাহাটী কৰি গুলজাৰ, বি-ই ফেল মই সৰু ভাই এম-এ পাছ..' ত প্ৰতিফলিত শ্ৰমৰ মৰ্যাদা, 'মহাশূন্যত উপগ্ৰহৰ আজি এইয়া গণ-সংযোগ কৰোৱাৰ যুগ'ত প্ৰকাশ পোৱা যুগ চেতনা, 'সাঁথৰ ভৰা নিশা মোৰ সোণ শুব বৈধ কি অবৈধ কি প্ৰশ্ন হ'ব'ত উত্থাপন কৰা সময়োপযোগী প্ৰশ্ন, 'নহ'লে আমাৰ বাণ্ডহাড় নাই বুলি বিশ্বই বৰকৈ হাঁহিব' বা 'আমি বিশ্বৰ শৰীৰত পঙ্গু অঙ্গ হ'লে বিশ্বই জানো ভাল পাব ?' -ত স্পষ্ট হোৱা প্ৰগতিশীল অভিব্যক্তি ডক্টৰ হাজৰিকাৰ সমাজ-সচেতন, যুগ-সচেতন কবিপ্ৰাণৰ আন্তৰিক বাণী। এইবিলাকে অসমীয়া সমাজক এনেকুৱা শতিকাৰ কাৰণে সাজু হোৱাত সহায় কৰিব বুলি আশা কৰিব পাৰি।

সমাজৰ দুৰ্ব্বলতাবোৰ গীতেৰে স্পষ্ট কৰাতো ডক্টৰ হাজৰিকা অতি নিপুণ। তদুপৰি 'সৰু সৰু সমাজৰ সৰু সৰু বিচাৰত ভেকুলীয়ে বৰ লাজ পায়', 'জীয়াই থাকি এখনি সমাজ গঢ়িবৰ মোৰ মন আছে, য'ত সোণতকৈও মানুহৰ দাম অলপ হ'লেও বেছি আছে', 'আনক মাৰি ধান সাঁচিবলৈ গুৰুৱে শিক্ষা নিদিলে, মিঠাতেলত বিহ ঢালিবলৈ গুৰুৱে শিক্ষা নিদিলে' আদিৰ নিচিনাকৈ থাওকতে বহু কথাৰ সংকেত দিয়াটো হাজৰিকাৰ এক বৈশিষ্ট্য। এইবিলাক কাৰণতে আমাৰ সমাজক সমালোচনা কৰা বা সমাজৰ সংস্কাৰ সূচোৱা তেওঁৰ গীতবিলাক বিশেষ জনপ্ৰিয়।

অৱশ্যে হাজৰিকাক আমি সংস্কাৰক বুলিব নোৱাৰোঁ। তেওঁ সংস্কাৰৰ পাতনিহে মাথোঁ লিখিলে আৰু সিও অসম্পূৰ্ণ, কিয়নো তেওঁ সমাজৰ দুৰ্ব্বলতা কিছুমানহে মাথোঁ আঙুলিয়াইছে। সেইবিলাক কেনেভাৱে দূৰ কৰিব পাৰি তাৰ বিষয়ে তেওঁ কোনো কাৰ্যকৰী পথ প্ৰদৰ্শোৱা নাই বা তেনে কোনো কাৰ্যত সক্ৰিয় অংশ গ্ৰহণ কৰা নাই। শংকৰদেৱ আৰু মাধৱদেৱে কিন্তু অসমীয়া সমাজক

ভকতিৰ কষ্টিয়া শিঁচিবলৈ জীৱন ব্যাপি খাটিছিল। তদুপৰি 'সমাজৰ নীতিৰ নিয়ম ভঙাটো নতুন নিয়ম' বুলি তেওঁ এক মাৰাত্মক ভুল কৰিছে। অবোধভাৱে সমাজৰ সকলো নীতি-নিয়ম ভাঙিবলৈ চেষ্টা কৰাটো লক্ষ্যহীনতা আৰু ব্যৰ্থতাৰ পৰিচয় মাথোন।

সমাজ সংস্কাৰৰ ক্ষেত্ৰত হাজৰিকাৰ ব্যৰ্থতাও স্বাভাৱিক। শোষণকাৰীক খেদাৰ পিছত সৃষ্টি হ'ল নৱকঙ্কালৰ প্ৰাচীৰ, স্বাধীনতাই আনিলে দুৰ্নীতি, সাম্যবাদে বিলোপ কৰিলে মানৱ অধিকাৰ। মানুহে সোণ-ৰূপ নেওচে মানুহৰ বাবে নহয়, ক্ষমতাৰ বাবে। ক্ষমতালোভী লোকক সময়ে সাৰুটি লয় কিন্তু ক্ষমতাৰ লোভ সদায়ে সমাজত থাকি যায়। জাতিভেদ আঁতৰিলে সৃষ্টি হয় শ্ৰেণীভেদৰ। যিমানেই সংস্কাৰ নহওক লাগিলে দুষ্কৃতিৰ চিৰন্তন প্ৰবাহ সমাজত বৈ থাকে যুগ যুগ ধৰি বৈ থকা বুঢ়া লুইতৰ দৰে।

তথাপি হাজৰিকাৰ গীতত আশাবাদী সুৰেই শুনিবলৈ পোৱা যায়। ব্যৰ্থতাই তেওঁক পৰাস্ত নকৰে। নিশ্চিত পৰাজয়ৰ বিপক্ষে যুগে যুগে মানুহে নিয়তিৰ লগত সবল সংগ্ৰাম কৰাৰ দৰে মানুহে সমাজৰ অন্যায় অবিচাৰৰ বিপক্ষেও যুঁজিব লাগিব আৰু সদায় সেইবিলাক আঁতৰাবলৈ চেষ্টা কৰিব লাগিব। মানুহৰ দৰে সমাজো অনাদি অনন্ত সময়ৰ বিশেষ অংশতেই সীমাৱদ্ধ। আমি আমাৰ সমাজক নতুন ৰূপ দিওঁতে যদি নতুন দুষ্কৃতিৰ সৃষ্টি হয় তেনেহ'লে তাক দূৰ কৰাৰ দায়িত্ব পৰিব নতুন পুৰুষসকলৰ ওপৰত। ভূপেন হাজৰিকাৰ গীতত এনে এক দৃষ্টিভঙ্গীয়েই পৰিলক্ষিত হয়। তেওঁৰ মাজতেই 'সহস্ৰ মানৱৰ যুঁজৰ জোৱাৰ' আমি দেখিবলৈ পাওঁ আৰু তেওঁৰ গীতত দেখিবলৈ পাওঁ এক সবল যুঁজাৰু আৰু আশাবাদী মনোভাব।

'ধন-জুয়ে হোম দিব, বিজুলীয়ে চাকি দিলে, জিলিয়ে যে বিয়া নাম গায়', 'সমাজে সাৰুটিব মহান মানৱতা, বিজ্ঞানে আনিব জোৱাৰ', 'এনেলোকক কাইটেৰে শয্যা পাতি দিয়া', 'কাল ৰাত্ৰিৰ বুকুতে লুকাই আছেই প্ৰভাত বুজিছানে নাই' আদিত প্ৰকাশ পোৱা আশা আৰু উৎপ্ৰেৰণা যেন বুঢ়া লুইতে

লুইত পৰীয়া অসমীয়া সমাজক দিয়া আশ্বাস বাণী—এই বাণী যেন যুগে যুগে তাৰ তৰঙ্গে তৰঙ্গে উচ্ছ্বসিত হয়।

ডক্টৰ হাজৰিকাৰ সমাজ সচেতন প্ৰাণৰ কাৰণেই তেওঁৰ গীতত আমাৰ সামাজিক জীৱনৰ চিত্ৰও দেখিবলৈ পোৱা যায়। জ্ঞাত ভাৱেই হওক বা অজ্ঞাতভাৱেই হওক তেওঁ গীতত এই যুগৰ অসমীয়া সামাজিক জীৱনৰ বহু চিত্ৰ অঙ্কিত কৰিছে। ‘আগলি বাঁহৰ লাহৰি গগনা’, ‘অটো ৰিক্সা’, ‘চামেলী’, ‘ৰংমন’, ‘ব’দ পুৱাবৰ কাৰণে মাতিবানো কাক’ আদি গীতেৰে মাধৱদেৱৰ নিচিনাকৈ তেওঁ আজিৰ সামাজিক জীৱনৰ ছবিক কথা আৰু সুৰেৰে চিৰদিনৰ কাৰণেই সঞ্জীৱ কৰিলে।

আজি-কালি আমাৰ সমাজত হিন্দু ধৰ্ম্মৰ আধ্যাত্মিক ভাবতকৈ পশ্চিমীয়া দৈহিক সুখ-সম্ভোগৰ চিন্তাধাৰাৰহে প্ৰভাৱ বেছি। বিশেষকৈ ক্ষমতা বা ব্যৱসায়-বাণিজ্যেৰে চহকী হোৱা এক শ্ৰেণীৰ লোকৰ মাজত পশ্চিমীয়া সজ-ধজৰ প্ৰতি বিশেষ দুৰ্ব্বলতা দেখা যায়। এওঁলোকৰ মাজত মানৱ প্ৰেমতকৈ ধনৰ প্ৰেমহে বেছি। জীৱনত আধ্যাত্মিক লক্ষ্য নিবিচাৰি এওঁলোকে ঐহিক সুখ সম্ভোগৰ কাৰণেই সকলো নৈতিকতা বিসৰ্জ্জন দিয়ে। দুখীয়া নিচলাক সহায় কৰাতকৈ এওঁলোকে লাহ-বিলাহতহে বিভোল হ’বলৈ ভাল পায়। গৌৰৱোজ্জ্বল ৰোমান সাম্ৰাজ্য পতনৰ আগে আগে ৰোমান সকলৰ মাজত যি ব্যভিচাৰ সোমাই পৰিছিল আমাৰ সমাজৰ এক শ্ৰেণীৰ লোকৰ মাজতো আজি-কালি সেইবিলাক একে ৰূপতে দেখিবলৈ পোৱা যায়। টকাৰ লোভত, ব্যৱসায়ৰ লোভত, পকীঘৰ বা নীলা গাড়ীৰ লোভত মাৰ্জ্জিত ব্যৱহাৰ এৰি এওঁলোকে লাজ লগা আচাৰ ব্যৱহাৰ বা কাৰ্যত লিপ্ত হ’বলৈ কুণ্ঠিত বোধ নকৰে। গুপুত প্ৰেম, অবৈধ প্ৰেম, প্ৰেমবিহীন সজসুখ আৰু বৈবাহিক জীৱনৰ সকলো আদৰ্শ উলঙ্ঘা কৰা আচাৰ-ব্যৱহাৰে আমাৰ সমাজৰ এক শ্ৰেণীৰ লোকৰ মাজত ভালদৰেই শিপাইছে। এইবিলাকে ডক্টৰ হাজৰিকাকো স্পৰ্শ নকৰা নহয়। ডক্টৰ হাজৰিকাৰ মতে আজিৰ বহু নাৰীয়ে বিচাৰে এজন চহকী স্বামী আৰু এজন ইন্দ্ৰিয়াসক্ত নিবন্ন প্ৰেমিক। ভুপেন হাজৰিকাৰ গীতত আজিৰ সমাজৰ ব্যভিচাৰ আৰু আধুনিকাৰ

দেহাৰ ভাঁজতে আৱদ্ধ তথা প্ৰেম প্ৰকাশ পোৱাটো স্বাভাৱিক। তেওঁৰ 'গুপুতে গুপুতে কিমান খেলিম আজিজনৰ এই খেলা', 'বিমূৰ্ত্ত মোৰ নিশাটি মৌনতাৰ সূতাৰে বোৱা এখনি নীলা চাদৰ', 'কি যে তোমাৰ সঙ্গ প্ৰিয়া' আদি কেবাটাও নতুন গীতত আজিৰ সমাজৰ তথা প্ৰেমৰেই সন্ধেদ পাওঁ। এইবিলাকে আমাৰ সমাজৰ হাজাৰ বছৰীয়া আধ্যাত্মিক বা নৈতিক বিচাৰবোৰ একপ্ৰকাৰ উপহাস কৰিলেও এইবিলাকত আজিৰ পৰিৱৰ্ত্তিত সমাজৰ মনোবৃত্তিয়েই প্ৰতিফলিত হৈছে। প্ৰেমৰপিনৰপৰা যিয়েই নহওক লাগিলে, এই গীত কেইটাত ভাবৰ এনে এক শুদ্ধতা আৰু সুৰৰ এনে এক কোমলতা আছে যে এই গীত কেইটাই শ্ৰোতাৰ মন মোহাটো স্বাভাৱিক। এনে গীতৰ মোহিনীৰূপে মহাদেৱৰ নিচিনা আজিৰ সংযমহীন আমাৰ সমাজৰ কি বিপত্তি কৰে তাক কোৱা টান।

সমাজৰ নীতি-নিয়মৰ সমালোচনা থকা বা সামাজিক জীৱনৰ চিত্ৰ থকা বা সমাজৰ সংস্কাৰ সূচোৱা গীতবিলাকক আমি এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিলোঁ।

## যুৱতী অনামিকা

যুৱতী অনামিকা গোস্বামী
আৰু যুৱক প্ৰশান্ত দাসে
বিয়াত হেনো কিছু বাধা পালে
ৰাম বাধা পালে।
  সেয়ে কাকো নজনাই কামাখ্যা ধামত
    দুয়ো দুয়োকে আজি মালা পিন্ধালে
    ৰাম মালা পিন্ধালে।

আজি দুয়োৰে উজ্জ্বল মুখ
আজি দুয়োৰে অতি বৰ সুখ।
সিদিনা দুয়ো আশীৰ্ব্বাদ বিচাৰি অহাত, মই কলোঁ
    "মহাশূন্যত উপগ্ৰহৰ আজি
    এইয়া গণ-সংযোগ কৰোৱাৰ যুগ
    আৰু আণৱিক শক্তিক
    দানৱৰ পৰা আনি
    মানৱৰ সেৱাত লগোৱাৰ যুগ।

এইয়া প্ৰশান্ত আৰু অনামিকাৰ
জাতিকুল নেওচা সাহৰ যুগ
এইয়া জনাৰ যুগ
এইয়া বুজাৰ যুগ.
এইয়া সীমাৰ পৰিধি ভঙাৰ যুগ।

মনৰ কথা বহল কৰি
প্ৰেমৰ ৰসেৰে জীপাল কৰি
এইয়া মানৱতা কঠীয়া সিঁচাৰ যুগ ।

এই শতিকাৰ যত নৱ প্ৰয়াসৰ
ফুল ফুলাব অনাগত শতিকাই
একৈছ শতিকাৰ প্ৰথম পুৱাৰ জিলিকনি
চাবলৈ আছোঁ বাট চায় ।

উনবিংশ শতিকাৰ জ্ঞান ধাৰণা
বিংশ শতিকাত শোভা নাপায়
একবিংশ শতিকা আহিবলৈ
তিনি দশকো যে নাই ।

হে অনামিকা আৰু প্ৰশান্ত দাস !
তুয়ো পাবা নৱ নৱ জ্যোতিৰ আভাস
আশিষে ভৰা হওক তুয়োৰে আকাশ ।”

[ কলিকতা, ১৯৭৬ ]

ডুগ্ ডুগ্ ডুগ্ ডুগ্ ডম্বৰু

( ব্ৰহ্মপুত্ৰৰ পাৰতে সৰু সৰু পুখুৰীও থাকে
তাৰ সৰু পুঠি মাছবোৰো সাহসী হৈছে
সিহঁতে আজিকালি আকাশৰ বিজুলীকো গিলিব খোজে ,

এ বিজুলী নাচে চিক্‌মিক্
অ' ডম্বৰু বাজিলে ডুগ্ ডুগ্ ডুগ্
ডুগ্ ডুগ্ ডুগ্ ডুগ্ ডম্বৰু
মেঘে বজায় ডম্বৰু
এ চিক্‌মিক্ বিজুলী নাচে
হে চিক্‌মিক্ বিজুলী !

সৰু সৰু গাঁৱৰে
সৰুকণহঁতৰে
সৰু সৰু ঘৰবোৰ কঁপে
এ চিক্‌মিক্ বিজুলী
সৰু সৰু পুখুৰীৰ
সৰু সৰু পুঠিবোৰে
বিজুলীক গিলিব খোজে
এ চিক্‌মিক্ বিজুলী !

সৰুদৈ আইদেউৰ কি হ'ল ?
বোলো কি হ'ল ?
সৰুকণত সোমাবৰ মন গ'ল,
এ লেঠা হ'ল
সমাজে অনুমতি নিদিলে,
ছুৱোৰে জাতপাত নিমিলে।"

সেই সৰু সৰু সমাজক
বিজুলীৰ পোহৰত
সৰুদৈ সৰুকণে এৰে।
এ চিক্‌মিক্ বিজুলী!

বন জুয়ে হোম দিলে
বিজুলীয়ে ৰভা দিলে
জিলিয়ে যে বিয়নি'ম গায়
ধুমুহাই গগনা বাই
সাহসৰ বাতৰি বিলায়।

সৰু সৰু সমাজৰ
সৰু সৰু বিচাৰতে
ভেকুলীয়ে বৰ লাজ পায়,
এ চিক্‌মিক্ বিজুলী।

[ গুৱাহাটী, ১৯৫৪ ]

## শৈশৱতে

শৈশৱতে ধেমালিতে
তোমাৰে ওমলা মনত আছে
বহাগ মাহৰ লুইত খনিত
দুয়ো সাঁতোৰা মনত আছে।

যৌৱনতে দুয়োৰে দেহাৰ
লাজুকী পৰশ মনত আছে।
মোৰ অবিহনে চিপজৰী লবা
বুলি কোৱা মোৰ মনত আছে।

বহাগ মাহৰ লগতে এদিন
আহিল বৰদৈচিলা—
সেই ধুমুহাত কাবোবাৰ সতে
তুমি দেখোঁ গুচি গ'লা।

মনৰ গৰাকীক এৰি তুমি
ধনৰ গৰাকীক বৰিলা,
ধন ধন বুলি ধনৰ প্ৰেমেৰে
স্বৰূপ প্ৰকাশ কৰিলা।

বহুত দিন গ'ল হঠাৎ সিদিনা
তোমাক দেখা মনত আছে,
আঁতৰৰ পৰা দেখিলোঁ তোমাৰ
স্বৰ্ণ গহনা জিলিকিছে।
তোমাৰ অবিহনে চিপজৰী ল'ম
বুলি যদি তুমি ভাবিছা
ভুল কৰিছা সোণজনী মোৰ
অলীক সপোন দেখিছা।

জীয়াই থাকিম।
জীয়াই থাকি এখন সমাজ
গঢ়িবৰ মোৰ মন আছে,
জীয়াই থাকি এখন সমাজ
গঢ়িবৰ মোৰ পণ আছে,
য'ত সোণতকৈও মানুহৰ দাম
অলপ হ'লেও বেছি আছে।

[ কলিকতা, বহাগ ১৯৬৩ ]

## মদাৰৰে ফুল

মদাৰৰে ফুল হেনো পূজাতো নেলাগে
মদাৰৰে ফুল হেনো সবাহত নেলাগে
লাগে পিছে বহাগতে ৰং সানিবলৈ'
লাগে পিছে আকাশতে জুই জ্বলাবলৈ'।

কোনোবাই মোক হেনো মদাৰৰে ৰিজালে
আমাৰ দৰে লোক হেনো কামে-কাজে নেলাগে
লাগে পিছে সমাজতে ৰং সানিবলৈ'
লাগে পিছে আকাশতে জুই জ্বলাবলৈ'।

মদাৰ গছত বগোৰা পাণ
খাবলৈহে ভাল—ভাল,
ঊৰ্দ্ধমুখী পাণলতাৰ
প্ৰতিজ্ঞাহে ভাল—ভাল।
পাণ হৈ মদাৰতে
বগোৰা জনহে ভাল—ভাল।
মদাৰৰে জুই শিখা বিচৰা জনকে
বহাগতে মই আজি যাম পূজিবলৈ'।

সঁচা সৰু মানুহ যদি
ৰঙা মদাৰ হয়
মদাৰৰে শিখা যদি
হাতে হাতে লয়
তেতিয়াহে সমাজ-আকাশ জ্যোতিৰে ভৰিব
জ্যোতি লাগে এন্ধাৰকে নাশ কৰিবলৈ'।

মদাৰ নেলাগে পূজাত
কাৰ পূজা সেয়া ?
তেনে পূজা নেচাওঁ আমি
সেই সবাহ বেয়া
তেনে পূজাত লাগে মিছা কাগজৰে ফুল
তাতে কতই মানৱতা যায় বেচিবলৈ’।

যাৰ পূজাত নৰমাংস
সেৰ জোখে কিনে
কিনি তাতে গোলাপৰে
আতৰ কিছু সানে,

যাৰ পূজাত মিছা গৰল মোনে মোনে আছে
মাটিৰ জীৱন অমৃতেৰে যাৰ ৰাহি নাহে
তেনে লোকক কাঁইটেৰে শয্যা পাতি দিয়া,
দি মদাৰ জুইৰে জ্বলোৱা মানুহ কৰিবলৈ’।

[ কলিকতা, তিনি এপ্ৰিল ১৯৬৪ ]

## অটো ৰিক্সা

অটো ৰিক্সা চলাওঁ
আমি দুয়ো ভাই
গুৱাহাটী কবি গুলজাৰ
বি-ই ফেল মই
সৰু ভাই এম-এ পাছ
বেকতো বহুতো ধাঁৰ।

ভাইটিৰ নামত আছে পাৰ্মিট
চলাওঁ মইও একোবাৰ
শিক্ষিত বেকাৰৰ
মই-সৰু-ভাব
কমপ্লেক্স নাই আমাৰ

ভাইটিৰ এটি মাথোঁ দোষ আছে
( জানিব খুজিছে কি দোষ ? )
জালুকবাৰী প্ৰিয় তাৰ
মোৰ পৰা কেতিয়াবা
অটোখন কাঢ়ি কয়,
'প্ৰিয়া আজি হ'ব পেছেঞ্জাৰ'

মই সুধিলোঁ
'তোক বিয়া কৰিব জানো
নহ'লি যে তই প্ৰফেচাৰ ?'
সি উত্তৰ দিয়ে
'মোৰ প্ৰেয়সীয়ে বুজে দাদা
ডিগনিটী অৱ লেবাৰ'

( তহঁতৰ ছাবজেক্ট একে আছিল নেকি অ' ?
তোৰ আৰু প্ৰেয়সীৰ—আছিল )
অৰ্থনীতি দুয়োৰে ছাবজেক্ট
এইবাৰ প্ৰেয়সী ফিফ্‌থ ইয়াৰ
যোৱাবেলি মই
এম-এ পাছ কৰি
লৈছিলোঁ পাৰ্মিট অটো ৰিক্সাৰ ।

ভাল কৰিলি ভাই
ভালেই কৰিলি
ভাবী ভাই বোৱাৰীলৈ আশিষ অপাৰ
হাকিম বা মন্ত্ৰীৰ
চাকৰি বিচাৰি তই
নহ'লি যে ভাগ্যে চিৰ বেকাৰ।
ব'ল ভাই
ব'ল বহু ৰাতি হ'ল
নাই কোনো পেছেঞ্জাৰ।
সেমেকা বতৰ তোৰ
দেখোঁ বৰ জাৰ
ৰুগীয়া আয়ে চাগে
ৰখি আছে বাঢ়ি লৈ
দাইল ভাত দুয়োৰে আমাৰ।
ঘূৰি
ৰিফাইনেৰী আৰু জালুকবাৰী
লাচিত নগৰ আৰু উজান বজাৰ:
ভৰলুমুখ আৰু নিজৰাৰ পাৰ,
লাচিত নগৰ আৰু ফাঁচী বজাৰ
বন কৰিছোঁ দুয়ো ঘাম পেলাই
ওভোতাম বেঙ্কৰ বাকীখিনি ধাৰ।
সুধিলোঁ 'তোক বিয়া কৰিব জানো?'
সি উত্তৰ দিয়ে,
'মোৰ প্ৰেয়সীয়ে বুজে দাদা
ডিগনিটী অৱ লেবাৰ
ডিগনিটী অৱ লেবাৰ
ডিগনিটী অৱ লেবাৰ।'

[ গুৱাহাটী, ১৯৬৮ ]

## মইনাজান, মইনাজান

মইনাজান, মইনাজান লুইত পাৰে হলোঁ
মইনাজান, মইনাজান দিক্রং পাৰে হলোঁ
মইনাজান, মইনাজান জিৰালোঁ ঐ নাওবৈচাত
মইনাজান, মইনাজান চাকৰি ঐ বিচাৰি
মইনাজান, মইনাজান এৰোঁ ঘৰবাৰী
মইনাজান, মইনাজান নাথাকোঁ ঐ লখিমীপুৰত
মইনাজান, মইনাজান তেজপুৰৰ বৰালী
মইনাজান, মইনাজান লালুকৰে কাঙ্কুলা
মইনাজান, মইনাজান কেনেকৈনো মিহলি হ'ল
মইনাজান, মইনাজান তুমিনো নেঘেৰীয়াল
মইনাজান, মইনাজান আমি যোৰহটীয়া
মইনাজান, মইনাজান কেনেকৈনো চিনাকি হ'ল
মইনাজান, মইনাজান গুৱাহাটী ঘূৰিলোঁ
মইনাজান, মইনাজান ছুলিয়াজান ফুৰিলোঁ
মইনাজান, মইনাজান ডিগবৈতো চাকৰি নাই
মইনাজান, মইনাজান তেল গেচ কোম্পানী
মইনাজান, মইনাজান ৰেলৰে কোম্পানী
মইনাজান, মইনাজান তাতো চোন মিঠা মাত নাই
মইনাজান, মইনাজান চিটিকি অ' চিৱনি
মইনাজান, মইনাজান দেহাৰে অ' গুৱনি
মইনাজান, মইনাজান তোমাৰ মান গুৱনি নাই
মইনাজান, মইনাজান শৰীৰ ভালে ৰাখিবা
মইনাজান, মইনাজান মনৰ বেথা নেৰিবা
মইনাজান, মইনাজান চাকৰি পাই নোজতোঁ মানে
মইনাজান, মইনাজান নগৰ বাট গছকি
মইনাজান, মইনাজান কত দেখোন ৰচকী যায়
মইনাজান, মইনাজান তোমাৰ মান বাংলোজী নাই

[ কলিকতা, ১৯৬৫ ]

## ভণ্টি অ' ভণ্টি

[ এই গীতটো ভনীয়েক কবিতাৰ অনুৰোধত কবিতাৰ বিয়াৰ সময়ত ৰচা ]

ককায়েক : ভণ্টি অ' ভণ্টি ডেকা এজন পালোঁ
তোৰে কাৰণে চালোঁ
কইনা সজাই উলিয়াই তোক
দিম বুলি ভাবিলোঁ
তই বা কি কৱ ভনী, তই কিনো কৱ ?

ভনী : বিয়া

ককায়েক : অঁ বিয়া
কচোন কি কৱ ?

ভনী : ( নিমাত )

ককায়েক : তই নেমাত কিয় ভণ্টি ?
মুখ ঘূৰালি কিয়
লাজত ৰঙা পৰি ভণ্টি জঠৰ হলি কিয় ?

ভনী : অ' ককাইদেউ, মোৰ স্নেহৰ ককাইদেউ
কিনো জগৰ লগালোঁ মই ঘৰৰ পৰা খেদিছ ।
যৌৱন কালেই কাল হ'ল
মোক বোজা বুলি ভাবিছ

ককায়েক : নহয় ভণ্টি, পাগলী তই—মহা আঁকৰী
নাৰী হ'লেই লাগে ভণ্টি এজন জীৱন লগৰী

ভনী : চিনা নহয় জনা নহয় কোন ডেকাক বা চালি
বিয়া দিয়াৰ আগতে তই মোকতো সুসুধিলি

ককায়েক : এৰা ভণ্টি, মোৰ দোষ ক্ষেমিবি এইবাৰ
হয়তো তই মন পাইছ অন্য কাৰোবাৰ
নতুবা কিবা পাণ্ডি থৈছ ক কথাবাৰ

ভনী : স্নেহৰ ককাইদেউ, কওঁ, সুধিছ যেতিয়া
জাগীৰোডৰ ল'ৰা এজন ধৰ ধুনীয়া
চিলিক মিলত মেকানিকৰ চাকৰি কৰিছে
যোৱা বছৰ বাচত আমাৰ চিনাজনা হৈছে
আৰু নকওঁ যা, তয়ে ভাবি চা

ককায়েক : হেঁ ? জাগীৰোডৰ ? জাগীৰোডৰ তেওঁ ?
ভয় নাখাবি, নামটো কচোন পিতাইক নকওঁ।

ভনী : শুন তেনে নাম তেওঁৰ হেমন্ত শইকীয়া
মনে প্ৰাণে পণ কৰিছোঁ তেওঁতে সপিম হিয়া

ককায়েক : কি ভন্টি, কি কলি ? হেমন্ত শইকীয়া
বিধিৰ লিখন বিচিত্ৰ, সেই শইকীয়াক চালোঁ
মইতো জনা নাছিলোঁ। তোৰ মনৰ দৰা পালোঁ

ভনী : মোৰ স্নেহৰ ককাইদেউটো
তোৰ গুণকে গায়েই থাকিম ওৰে জীৱনটো
যুগ যুগৰ সাধনাতহে এনে ককাই পায়
যি ভনীৰ কথাবোৰক মৰমেৰে চায়

ককায়েক : ( তেন্তে ) বিয়াখন পাতোঁ ভন্টি,
মোৰ আশিষ লবি
( পিছে ) শোকে খুন্দা মাৰিছে তই পতি গৃহে যাবি
কাহানিবা আমি যদি কিবা দোষ কৰিছোঁ
নিজ গুণে পাহৰিবি, ক্ষমাহে মাগিছোঁ।

[ কলিকতা, ১৯৬১ ]

## নেকান্দিবা, নেকান্দিবা

নেকান্দিবা নেকান্দিবা মোৰে নতুন কইনা
পাহাৰ বগাই ধৰি আনিম তুমি খোজা মইনা
মইনা
নেকান্দিবা কইনা ।

আনৰে সোণ লুকুৱাবলৈ -পিতায়ে শিক্ষা নিদিলে
সমাজৰ ধন চান কাটিবলৈ—আয়ে শিক্ষা নিদিলে
কুবেৰৰো পো নহলোঁ দিবলৈ সোণ গহনা
( পিছে ) পাহাৰ বগাই ধৰি আনিম এটি জীয়া মইনা
মইনা
নেকান্দিবা কইনা ।

ধনীৰ ঘৰত পৰাহেঁতেন, আজি তুমি কইনা
পেৰা ভৰাই মণি কেৰু পালাহেঁতেন কতনা
( আজি ) পাহৰিব খোজা যদি পেটৰ ভোকৰ যাতনা
দেখুৱাব পাৰোঁ মই কংস বধৰ ভাওনা
ভাওনা
নেকান্দিবা কইনা ।

আনক মাৰি ধান সাঁচিবলৈ—গুৰুৱে শিক্ষা নিদিলে
মিঠাতেলত বিহ ঢালিবলৈ—গুৰুৱে.শিক্ষা নিদিলে
আগলি বাঁহৰে যদি লাহৰী গগনা
শুনিব খুজিছা যদি বজাই শুনাম মইনা
মইনা
নেকান্দিবা কইনা ।

[ গোলাঘাটত শ্ৰীহিৰণ্য ভট্টৰ ঘৰত, ১৯৬১ ]

## আগলি বাঁহৰে লাহৰী গগনা

আগলি বাঁহৰে
লাহৰী গগনা
বাজি উঠিল কিয় ?

আগলি কলৰে
এখিলানো পাত
কঁপি উঠিল কিয় ?
মুকুতিৰ মুৰুলী শুনি ।

অহঙ্কাৰী ৰজাৰ নগৰী কংকাল হ'ল কিয় ?
বন্দীশালৰ শিকলিবোৰ ছিগি পৰিল কিয় ?
মুকুতিৰ উৰুলি শুনি ।

ৰাজ কাৰেঙৰ ৰঙা চকু নেওচি আহিল কোন ?
ডেকা বৰুৱাহে এইজন মোৰেই কেচাঁ সোণ
বজ্র কঠোৰ ৰাজনীতিক নেওচি ওলাল কোন ?
ৰূপহী ৰাজকুঁৱৰী মোৰ আকাশৰে জোন ।

মৰম বৰ নামঘৰৰে বৰ খুটা পুতিলোঁ
সমপ্ৰেমৰ সোণ ৰূপৰ পাত মেৰিয়ালোঁ
আও পুৰণি নীতি-নিয়ম্ আমিয়ে ভাঙিলোঁ
মন সীমাক হাধা দিয়া ৰূন গছকিলোঁ

নীৰসজনক জীপাল কৰা ৰৰদৈচিলা আমি
বিচাৰৰে তুলাচনীৰ বিচাৰকো আমি
শক্তিকাৰে এলাহ্মুৰে সাৰোঁ পোচোঁ আমি
সমতাৰে ৰহণ সানি নিকা কৰোঁ আমি

মুকলি আকাশ
মুকলি উশাহ
আমি দুয়ো আজি যেন
মুকলি প্ৰকাশ

দুটি দেহৰ দুটি মানুহ
একেটি মাথোন হিয়া
সমুখতে বাট আমাৰ
মৰম সেন্দূৰীয়া।

[ ৰচনা ১: ৭৬, কথাছবি : শকুন্তলা ( ১৯৭৭ ) ]

## চুচুক চামাককৈ দীপালীজনীয়ে কিয়

অ' ককাইটি
কি হ'ল অ'?
চুচুক চামাককৈ
দীপালীজনীয়ে কিয়
মোৰ পিনে ৰ লাগি চায়?
ভাইটি তই বুজিকে পোৱা নাই
ভাইটি তাই বোধ হয় তোকেই ভাল পায়।

সৌ কৰবীজনীয়ে কিয়
মৰমী চাৱনিৰে
খিড়িকীমুখত থিয় হয় ?
ভাইটি এয়া প্ৰথম প্ৰেমৰ পৰিচয়
ভাইটি এয়া মৰম বোটলাৰ সময়।
পিছে দীপালী কৰবীক
দীপক বৰুৱাৰ সতে
মিলা দেখি কিবা ভাব হয় ?
( অ' ) তেনে ভীষণ কথা হ'ল ভাই
( তেনে ) মোৰ উপদেশ দিবলৈ নাই।
তইঁতৰ বয়স
ৰঙীণ সৰস
বুজিও নুবুজ একো
যেনিয়ে চকু যায়
তেনিয়ে থমকি ৰয়
নেচাবৰ মন নাই কাকো
আৰু লিপিকা দেৱীয়ে
কিয় নীলা নীলা চিঠিৰে
বহু বহু মিঠা কথা কয় ?
ভাইটি তোৰ সমান অঁকৰা নাই
শুনিছোঁ বহুতলৈ' চিঠি দিয়ে তাই।'
আৰু সৌজনী ৰঞ্জনা
হংস খোজেৰে দেখোঁ
মোৰ পিনে আহে আগুৱাই
ভাইটি তই সাৱধান হোৱা কিয় নাই ?'
বহুতে কয় বহুতকে ভাল পাম তাই।

( সাৱধান কৰি দিছোঁ কিন্তু )
সৌৱা মিচিক মাচাককৈ
হাঁহি হাঁহি চম্পাই
মিঠাকৈ কিয় গীত গায় ?
কাইটি তয়ো দেখোঁ বুজি পোৱা নাই
বুজিছোঁ গাইছে তোকেই শুনায়
কাইটি তয়ো গীতৰে ভাষা বুজা নাই
বুজিছোঁ গাইছে তোকেই শুনায়
কাইটি তয়ো দেখোঁ বুজি পোৱা নাই
বুজিছোঁ গাইছে তোকেই শুনায়
কাইটি তয়ো গীতৰ ভাষা বুজা নাই
বুজিছোঁ, গীতৰ বাহিৰে একো নাই ।

[ কলিকতা, ১৯৬৮ ]

## জোনাকী পৰুৱাৰ

জোনাকী পৰুৱাৰ
পোহৰে পোহৰে
প্ৰতিভা বৰুৱাই
অকলে আগুৱায়

এখুজি দুখুজি
লাজুকী গতিৰে
দুৰিণীৰ লেখিয়া
থমকি কিয় ৰয় ?

সিফালৰ পৰা সৌ
দিগন্ত ওলালে
প্ৰতিভাক আৱেগত
সাৱটি ধৰিলে
লাজতে মৰহি যায়

প্ৰতিভা বৰুৱাই
আমালৈতো নেচায়
বন্ধু ব'লা যাওঁ
কি হ'ব গীটাৰ বজায় ?

জোনাকী পৰুৱাৰ
পোহৰে পোহৰে
দিগন্ত প্ৰতিভা
ৰঙতে আগুৱায়।

[ কলিকতা, ১৯৭৭ ]

## গুপুতে গুপুতে

গুপুতে গুপুতে কিমান খেলিম
আলিঙ্গনৰ এই খেলা,
ছটিয়াওঁ আহাঁ আকাশে বতাহে
হৃয়োৰে ৰঙৰ মেলা।

সমাজ আৰু সংস্কাৰক
দেখুৱাওঁ আহাঁ প্ৰিয়া
লুকাই নথৈ আমাৰ দুখন
সাগৰৰ দৰে হিয়া।
যৌৱনত জানো পাপ থাকে
প্ৰকাশ জানো বন্ধ থাকে
লহৰে জানো সাগৰক কৰে
কাহানিও অৱহেলা।

তোমাৰ নয়ন জুৰি
তোমাৰ বুকুৰ পাপৰি
প্ৰতি চাৱনি শুৱনি
প্ৰতি পৰশ লাৱণী

বন্ধ ঘৰৰ খিড়িকী দুৱাৰ
খোলা আজি প্ৰিয়া খোলা
নেলাগে আৰু দেখুৱাব আজি
শালীনতাৰ শৃঙ্খলা।

মৰমত জানো নিয়ম থাকে
ধুমুহাৰ জানো পৰিধি থাকে
প্ৰভাতক জানো ঢাকিব পাৰি
পিন্ধাই লাজৰ মালা।

[ কলিকতা, ১৯৭৬ ]

## দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে

মোৰ জীৱন ৰথ
এবাৰ হঠাতে থমকি ৰৈছিল
এনেতে
দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে তুলিলে শিহৰণ
তোমাৰ ওঁঠৰ পৰশে
মোৰ ছন্দে ছন্দে উঠে প্ৰেমৰ সুবাস
মন নাচে কিবা হৰষে।

বিশ্ব বিজয়ী মোৰ
বাটকৰা মন
বাটেই আছিলে লগৰী
এজুপি তৰুৰ তলতে অলপ
থমকিলে ৰথৰ চকৰি
তাতেই হঠাৎ তোমাৰ বুকুত
মোৰ আনন্দ অশ্ৰু বৰষে

সৰ্ব্বসত্তা মোৰ
হ'ল ধন্য
তুমি দিলা মিঠা আশ্ৰয়
তোমাৰ উদাৰতাৰ নলওঁ সুযোগ
প্ৰীতি মাথোঁ ৰ'ব সঞ্চয়
অঘৰীৰ ঘৰ জানো কাহানিবা হয়
আৰু আমাৰ মিলনো দেখোঁ বৈধ নহয়

এই মিলন হওক
চিৰ বিৰহ প্ৰতীক
অনন্ত মিলন পিয়াসে।

[ কলিকতা, ১৯৭৩ ]

## বিমূৰ্ত্ত মোৰ নিশাটি

বিমূৰ্ত্ত মোৰ নিশাটি যেন
মৌনতাৰে সুতাৰে বোৱা
এখনি নীলা চাদৰ
তাৰেই এটি মিঠা ভাঁজত
নিশ্বাসৰে সুৰ আৰু
জীয়া জীয়া আদৰ

কামনাৰে তেজ ৰঙা
আজিৰ গভীৰ গৰ্ভতে
নিৰব্ব মৰম বাৰিষাৰ
বহুত সংঘাতৰ
তাৰেই এটি মিঠা ভাঁজত
নিশ্বাসৰে সুৰ আৰু
জীয়া জীয়া আদৰ।

সৰি পৰে প্ৰত্যাশিত
অশ্ৰু যেন প্ৰতিধ্বনি সাদৰী মাতৰ
তাইৰ সাদৰী মাতৰ
পৰিধিবিহীন সঙ্গমমুখী
নিৰ্ম্মল দুটি ওঁঠ
কম্পনৰ আদৰ।

নিয়ম ভঙাৰ নিয়মটি যে
নিয়ম কান্তি কাতৰ
কোমল আঘাত প্ৰতি আঘাত
নীলা নিশাৰ কাতৰ

দূৰৈৰ আৰ্ত্তনাদৰ নদী
ক্ৰন্দন শুনো কাতৰ
ভ্ৰূক্ষেপ নাই লভিছোঁ মই
আলিঙ্গনৰ সাগৰ।
তাৰেই এটি মিঠা ভাঁজত
নিশ্বাসৰে সুৰ আৰু
জীয়া জীয়া আদৰ।

[ কলিকতা, ১৯৭১ ]

## কি যে তোমাৰ সঙ্গ

কি যে তোমাৰ সঙ্গ প্ৰিয়া
মিঠা তোমাৰ সঙ্গ
তোমাৰ অঙ্গ জ্বলন্ত জুই
মই যে পতঙ্গ।

জীৱনৰ ৰস যিমান
তৃষ্ণাও বাঢ়ে সিমান
এই নিশা নালাগে সোণ
কথাৰ প্ৰসঙ্গ।

মনে মনে অহা যোৱা
তাৰে নাম ভাল পোৱা
আকাশে বজালে শুনা
মিঠা জল-তৰঙ্গ।

সমাজৰ নীতি নিয়ম
ভঙাটোও নতুন নিয়ম
আজি নিশা নেযাবা সোণ
কবি মোক নিঃসঙ্গ।

তোমাৰ অঙ্গ জ্বলন্ত জুই
মই যে পতঙ্গ
কি যে তোমাৰ অঙ্গ প্ৰিয়া
কি যে তোমাৰ অঙ্গ।

[ কলিকতা, সাতাইছ ফেব্ৰুৱাৰী, ১৯৭৮ ]

## এই ধুনীয়া গধূলি লগন

জানকী,
কি ?
কিয় এই সংযমহীন আচৰণ ?
কিয় ?

এই ধুনীয়া গধূলি লগন
সংযমহীন আচৰণ
সমাজৰ আঁৰতে নিয়ম ভাঙি
কিয় ছুয়ো ছুয়োতে মগন ?
কিয় বাক ?
প্ৰেমনো কি ?

প্ৰেম যেন বহুতৰ কটাৰীৰ খেল
শানিত কটাৰী চলে
শন্ শন্ শব্দে বুকু ভেদিলে,
বাধা দিব কোন কৌশলে ?

কিয় এই আকৰ্ষণ ?

জীৱন এন্ধাৰ জগত এন্ধাৰ
তুমিতো বিজুলীৰ চাকি
তোমাৰ জ্যোতি যদি বুকুতে হেৰাই
দিলাই বা অকমান ফাকি
অঘৰী জীৱন অকলশৰীয়া
পাপ যদি হয় হওক জগৰীয়া
কম্পিত বুকুৰ আকলুৱা
দুটি বাহু মৰম বলিয়া

দিয়া মিঠা আলিঙ্গন।

[ কথাছবি : মন প্ৰজাপতি ( ১৯৭৮ ) ]

## অভিমানী বন্ধু

অ' অভিমানী বন্ধু
ভুল নুবুজিবা, নাপাহৰিবা,
পাহৰি নাযাবা।

সংযমহীনা বুলি দোষিছিলা
তুমিয়ে চাকি শুদ্ধ
মোৰও পুৰুষত অধিকাৰ নাই
সেয়ে মোৰ পথৰুদ্ধ।

সেয়ে বিদায় মাগিলোঁ
হাৰও মানিলোঁ
কৰি নিয়তিৰ যুদ্ধ।

তথু তৰিলোঁ তোমাৰ সভাত
লুকাই খেলিলোঁ খেলা
অঘৰী জীৱন ক'তো নাপাম
শূন্যতে মোৰ মেলা।

[ কথাছবি : মন প্ৰজাপতি ( ১৯৭৮ ) ]

## চেনাই মোৰ অ'

চেনাই মোৰ অ'
গাভৰু কালতে আছিলোঁ৷ এজনী
আছিলোঁ৷ ফুলক সুবুলি ফুল
থুৰীয়া তামোলে কোচে নধৰিছিল
বোপায়ে নধৰিছিল কুল।

নৱমী অ'
তেল পৰি পিছলা
ভৰি দিব নোৱৰা
ৰঙাজানৰ তেলীয়া সাঁকো
দিনটো নেদেখি থাকিব নোৱাৰোঁ
ৰাতি কেনেকৈ থাকোঁ ?

হাঁচটি হাঁচটি কৰ ডেকাটি
হাতেতে ৰাখিছোঁ ঐ ডেকাটি
হাতকে পাবি তই মোকে নাপাৱ
গামোচা পাবি তই মনটি নাপাৱ।
অ' ভটিয়াই যাবিগৈ কলবাৰী পাবিগৈ
চপাই নাকাটিবি পাত
আলহীৰ নিচিনা খাবি চাউল সিজা
মোৰ গাত নিদিবি হাত।

গাভৰু অ'
তেলৰে বাটিতে তেলে মলঙিলে
গাতে মলঙিলে ঘাম
পদুলি মুখতে সুহুৰি মাৰিবি
দুয়ো একেলগে যাম।

মোকে লাগে লাগে কৰ ডেকাটি
দূৰলৈ যাবলৈ নাই মনটি
ছুবকে বাতি তই নাপাবি ডেকা
বাওনাই চন্দ্ৰক নাপাবি একা
অ' আমাকে পাবলৈ গঙ্গাস্নান কৰগৈ
বিধাতাৰ ধৰগৈ ভৰি
হাতত নধৰিবি হাতযোৰ কৰিছোঁ
লাজত যামগৈ মৰি ।

[ কথাছবি : মন প্ৰজাপতি ( ১৯৭৮ ) ]

কাইলৈ পৰিবা ফান্দত

চেনেহীৰ ফটা ৰিহা
ফুলে জকেমকি
উৰি যায় বতাহৰ আগত—বোলো আগত
নেখাই চাৰিসাঁজো থাকিব পাৰোঁ মই
বহাগৰ বিহুৰে লগত
শশী মিলনদৈ জালুক-গুটি পিপলদৈ
কেৰাচিন নহ'লে চাকিটি নজ্বলে
তথাপি গাৰ নাই ভত ॥

ঔৰে গছতে মৌয়ে বাহে ল'লে
মই নবগালোঁ গছত—বোলো গছত
গছৰ মৌ নেপাবি মৌ বিচাৰিলোঁ
চেনেহীৰ মিঠাকৈ ওঁঠত
জেতুকাবুলীয়া, তাই কুমলীয়া
পকা গুমথিবা, গোন্ধাই বিৰাজবা
চাকি খায় ভাতৰে লগত

আগলি বাঁহৰে লাহৰি গগনা
বাজিছিল দূৰণিৰ বনত—বোলো বনত
দুয়োৰে মৰমত দুয়ো বান্ধে খালোঁ।
যোৱাটো বছৰৰ চ'তত
বহাগ জেঠ, আহাৰ শাওণ
ভাদ আহিন, কাতি আঘোণ
আকৌ আহি পৰিল চ'ত।

এতিয়া! টকা নাই সিকা নাই
বিহুৱানৰ সূতা নাই
ধানো গ'ল যোৱাটো বানত—বোলো বানত।
মৰে চেনেহীয়ে মৰমতে বাঁচিছোঁ।
এনুৱা নিৰাশাৰ কালত
ফুলচ'তি লগাই লৈ
বৰ ঘৰ সাজিলোঁ।
খেৰ নাইকিয়া চালত।

কুঁহিয়াৰ পেৰাদি আমাক যি পেৰিছে
চানকঢ়া ধনৰে বলত,—বোলো বলত
বিহুটো যাওক গৈ, সিহঁতক চাই লম
খাই ললোঁ আজিয়েই শপত

হেৰি ডাঙৰীয়া, বতৰ ডাৱৰীয়া
টিনপাত টিঙিৰি জুই পৰে উফৰি
কাইলৈ পৰিবা ফান্দত—বোলো কাইলৈ পৰিবা
ফান্দত॥

## সোণে যেন সুধিছে

সোণে যেন সুধিছে অকণি মনেৰে
মৰম কৰাজন নো কোন ?
বুকুৰ উমেৰে আশাৰ চাঁৱনিৰে
কিয়নো বুলিছে সোণ ?

মৰম কৰাজনে সঘনাই ভাবিছে
সোণৰ জনমটো নো কি ?
বিনা অনুমতিত ঘৰলৈ সোমালেও
বচাম চেনেহ ঢালি দি
জনমৰ সাঁথৰক ভাঙিব নোৱাৰোঁ
নিজৰো ক্ষমতা নাই
সেই বুলি জানো জনম লোৱা জনক
অহাত বাধা দিব পায় ?

ফেঁহুজালিত আহে নতুন সপোন
হেঙুল কিৰণ ভাঁহে
চন্দ্ৰই ভাবে তেওঁৰহে সপোন
সূৰুযে অকলে হাঁহে ।

[ কলিকতা, ১৯৭৭ ]

## মোৰ মৰমৰ নতুন পুৰুষ

নতুন পুৰুষ, নতুন পুৰুষ
তুমিতো নোহোৱা আৰু ভীৰু কাপুৰুষ
হাতে কামে আজি যদি নোহোৱা পুৰুষ
কাইলৈ হ'বা তুমি পুৰণি পুৰুষ ॥

নতুন পুৰুষ···
অগণন উজ্জ্বল ডেকা সুপুৰুষ
আৰু আশাভৰা দৃষ্টিৰ গাভৰুৰ মুখ
মানস পটত আজি জিলিকি উঠে
সেয়ে মোৰ মৰমৰ নতুন পুৰুষ
নতুন পুৰুষ ··

যুগে যুগে যুগৰ দাবী কঢ়িয়াই
নতুন নতুন পুৰুষ আহিলে
নোপোৱাৰ বেদনাক ধ্বংস কৰিব বুলি
দেশৰেই ধৰণী কঁপালে
মহা মহা পুৰুষৰ মহাবাটত
কিছু নতুনেও খোজ পেলালে
পিছে মহাবাটেও দেখোঁ অৱশেষত
আওবাটে গতি সলালে
অগণন উজ্জ্বল ডেকা সুপুৰুষ

আৰু আশাভৰা দৃষ্টিৰ গাভৰুৰ মুখ
মানস পটত আজি জিলিকি উঠে
সেয়ে মোৰ মৰমৰ নতুন পুৰুষ

নতুন পুৰুষ…
কিছু নতুনেও নিজৰ বাটত
হয়তোবা, উজুটিছে খালে
উজুটিৰ আঘাতৰ তেজ মচি লৈ
হাঁহি হাঁহি পুনু আগুৱালে
ভুলেই হওক ভালেই হওক
নতুন নতুন পুৰুষে
নিজেই ঠেকি শিকিলে
হাত সাৱটি থকা কাপুৰুষে
তাকে দেখি প্ৰমাদ গণিলে

নতুন পুৰুষ…
তুমিতো নোহোৱা আৰু ভীৰু কাপুৰুষ
হাতে কামে আজি যদি নোহোৱা পুৰুষ
কাইলৈ হ'বা তুমি পুৰণি পুৰুষ

নতুন পুৰুষ ··
মুকুতিৰ চিন্তাত যেতিয়া আবৰে
পুৰণি চিন্তাৰ মকৰা জালে
নতুন পুৰুষে নিয়ে সমাজগতিক
নতুন নতুন পন্থাৰ ফালে
অগণন উজ্জ্বল ডেকা সুপুৰুষ

আৰু আশাভৰা দৃষ্টিৰ গাভৰুৰ মুখ
মানস পটত আজি জিলিকি উঠে
সেয়ে মোৰ মৰমৰ নতুন পুৰুষ।

## আজি জীৱন বুটলিবি

আজি জীৱন বুটলিবি
হাঁহি হাঁহি আহ
আজি মৰণ পাহৰিবি
হাঁহি হাঁহি আহ
বাঁহীটি লৈ আহ
আৰু হাঁহিটি লৈ আহ
আজি যুগৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ

মনৰ চৰাইটিক আৰু
কিমান বান্ধিবি
কালৰ এলান্ধু চাই
কিমান কান্দিবি
আজি বন্ধ সজাৰ দুৱাৰ ভাঙি
নাহনে ওলাই
আজি জ্যোতিৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ
( আজি ) সময় ধাৰাপাতত দেখোন
নাই বিয়োগৰ ঘৰ
জীৱন পথাৰ নদন বদন মুক্ত মানুহৰ
কিমান নিদি কিমান পালি
কিমান গণিবি
ৰাহিখিনিক পূৰণ কৰি কিমান সাঁচিবি
আজি যিমান পালি সিমান কিয়
নিদিয় বিলাই ?
আজি ত্যাগৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ !
আজি যুগৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ !
আজি জ্যোতিৰ নতুন দিগন্তলৈ ওলাই ওলাই আহ !

[ কলিকতা, ১৯৭০ ]

## তুমি নতুন পুৰুষ

তুমি নতুন পুৰুষ
তুমি নতুন নাৰী
অনাগত দিনৰ
জাগ্রত প্রহৰী
কেঁচা জীৱন সোঁতক
দ্বিগুণ কৰি
সজাবা সমাজ নিজ হাতেৰে গঢ়ি
এন্ধাৰ গলিত আলোক বৰষাৰ
ঢালিবা তুমি উজ্জ্বল বাৰি

মৃত্যুঞ্জয়ী তুমি
কৰিবা দমন
শোষকৰ দংশন
নোহে চিৰন্তন
সঙ্কল্প তোমাৰ
হ'বই সফল
দুৰ্ব্বাৰ সাহসৰ পথ উজ্জ্বল।

তুমি নৱ সপোন
নৱ অঙ্গীকাৰ
তুমি নৱ সংগ্রাম
শত শত ঝন্ঝনৰ
বিপদৰ প্রস্তৰ বিচুৰ্ণ কৰি
সজাবা নতুন পথ হাতেৰে গঢ়ি
বজাবা তুমি আশাৰ গগনা
নোপোৱাৰ হাহাকাৰ নোহোৱা কৰি

[ কলিকতা, ১৯৭০ ]

## বৈধ কি অবৈধ কি প্ৰশ্ন হ'ব

অয় অয় আকাশ শুব
অয় অয় বতাহ শুব
দিগন্ততে হাহাকাৰ হ'ব।
সময় যেন স্তব্ধ হয়
হয় ভীত হয়
হয় চকুলোও শিল হ'ব
পাপ যদি বেয়া, কামনা কিয় দিলে, দিলে দিলে?
মোহ যদি বেয়া, সুৰ কিয় দিলে, দিলে দিলে?
ভাঙন যদি বেয়া, বিৰহ কিয় দিলে, দিলে দিলে?
তাৰ সমিধান কোনে দিব, কোনে দিব?

সাঁথৰ ভৰা নিশা মোৰ সোণ শুব
বৈধ কি অবৈধ কি? প্ৰশ্ন হ'ব।
দিগন্ততে হাহাকাৰ হ'ব।
অয় অয় আকাশ শুব।

'প্ৰতিধ্বনি' (১৯৬৪) কথাছবিত দিছে : [ জুন, ১৯৬৪/ছিলং ]

অ' নতুন মনৰ তৰুণ তৰুণী

অ' নতুন মনৰ তৰুণ তৰুণী
বুজিছোঁ তোমাৰ চকুৰ চাৱনি
সমুখা সমুখি হৈয়ো
কিবা প্ৰকাশ কৰাৰ মন
বুকুৱে খুজিলেও মুখেৰে নুফুটে
কটোৱা নীৰৱ ক্ষণ
মৌন সময় মৌন মুহূৰ্ত্ত
ভাল লগা হৈ যায় মৰম
মৰম হৈ যায় ভাল পোৱা
জনা নজনা অভিজ্ঞতা অনভিজ্ঞতা
মিলি মিলি মিলি হয়
মৰমৰ বিশাল সাগৰ।

কৈশোৰ আৰু যৌৱন মাজৰ
ঘনে কঁপে আজি সাঁকোখন
তাতে থিয় হৈ বাহু মেলি দিছা
সাগৰ সিঁচিবৰ মন
চকুৰ মাজত লাজ আছে
আছে মিলনৰ বাসনা
সমাজত ভেদাভেদ নীতি দেখি
ভুগিছা অশেষ যাতনা

হে মোৰ প্ৰভাত সূৰ্য্যসম তৰুণ তৰুণী
ধৰি হেজাৰ হেজাৰ বছৰ শ্ৰেণী সংঘৰ্ষ
শাসক শোষিতৰ ধনী দুখীয়াৰ
পোৱা নোপোৱাৰ

তুমি নতুন মানুহ তোমালোক
নতুন গীতি কবিতা
সুৰ হ'ল তাত গৌণ চিন্তাহে মুখ্য
আমাৰ সঙ্গীতক কবৰ দিব খোজা
ঔৰঙজেব আজিও আছে এই সমাজতে
মানৱ প্ৰেমৰ সঙ্গীতক শিৰত তুলি
সন্মান যচা
মহামতি আকবৰ আজিও আছে
এই সমাজতে
সমাজ শিল্পী শঙ্কৰদেৱ আজিও আছে
সুৰৰ বৈৰী নাশি নাশি

মোহন দাসৰ ৰামৰাজ্যৰ শত শত
স্বপ্ন কৰে লণ্ডভণ্ড
তুমি দেখিছা মইয়ো দেখিছোঁ
এই মুখা পিন্ধা ৰাৱণৰ
বিকৃত ছন্দ কৰা বন্ধ
ৰক্ত ৰঙা সাহস লৈ অগণন
সূৰ্য্য পুত্ৰ হোৱা আগমন

উত্তপ্ত ধৰণী
উত্তপ্ত ধমনী
পুৱাৰ ৰজনী
প্ৰজ্জ্বলিত কৰা
প্ৰজ্জ্বলিত কৰা সমতাৰ অগনি
হে তৰুণ তৰুণী
'অ' সূৰ্য্যসম তৰুণ তৰুণী

বুজিছোঁ তোমাৰ চকুৰ চাৱনি
সেয়েহে নির্ভয়ে কৰি যোৱা
নিজ হাতেৰে
এই সমাজক সলনি
অ' নতুন মনৰ তৰুণ তৰুণী !

কথাছবি : বনজুই ( ১৯৭৭ )

## মোৰ মন বাঘ

মোৰ মন বাঘ যদি আজি চৰাই এটি হয়
আৰু ক'ৰবাৰ চিলনীয়ে খেদি খেদি কয়
তোৰ সাহৰ দেখোন কোনো চিনচাব্ নাই
মই ক'ম কি ?

মোৰ মাটিডৰা যদি আজি ছন পৰি যায়
আৰু আয়ে যদি কান্দি কান্দি মোক আহি কয়
সেউজ ৰঙ মোক বাৰু কিয় নিদিলি
মই ক'ম কি ?

মোৰ বুকুখন যদি আজি পাল হৈ যায়
ধুমুহাই যদি তাকে সঘনে কোবাই
মই জানো মুখখন হাতেৰে ঢাকি
চিঞৰিম আকাশ কঁপাই

মোৰ দেশখন যদি আজি আই হৈ যায়
আৰু আয়ে যদি কান্দি কান্দি বাৰে বাৰে কয়
তই বাৰু মোৰ বাবে কি কৰিলি
মই ক'ম কি ?

[ কলিকতা, ১৯৭৭ ]

## লুইতত ভোটোঙাই ওলাল শিহু

লুইতত ভোটোঙাই ওলাল শিহু
আজি বোলে ৰঙালী বিহু, বিহু
যেন লেটেকুৰে থোক
দলদোপ্, দলদোপ্, হেন্দোলদোপ
সমাজৰ পথাৰত কোন খেলুৱৈয়ে
কাক বা সাজিছে ঢোপ
বাইজৰ এইগাল লোক ॥

ইফালেদি ভটিয়াই বংমন ভদীয়া
সিফালেদি লথিয়াই ভোক—নাজীতৰা
ৰঙালী বিহুটি কঙালী কৰিলে
পেটৰো মুগুচে ভোক—নাজীতৰা
দুদিন বিহু কৰি এবছৰ কান্দিবি
গণিবি দুখৰে ঢৌ
বাইজৰ এইগাল লোক
দলদোপ্, দলদোপ্, হেন্দোলদোপ
ধেমালি চাই যা ধেমালি চা ॥

বিহু কাপোৰ বিচাৰি
খালোঁ হাবাথুৰি
সুতাও মহঙা হ'ল—ঐ গোবিন্দাই ৰাম
ৰব ৰব দেউতাৰ পদূলি সাৰেঁাতে
কঁকাল মোৰ ভাগিয়েই গ'ল—ঐ গোবিন্দাই ৰাম
চাওঁতে চাওঁতে গ'লবাৰ বিহুতে
গৰু হাল বন্ধকীত গ'ল—ঐ গোবিন্দাই ৰাম ॥

কোনোবা সমুদ্ৰত বোমা ফুটুৱালে
ক'ৰবাত পৰিলে ছাই
এগণ্ডা বোমাৰে পৃথিৱী পুৰিব
ক'ৰবাৰ ৰণ বলিয়াই।
উদ্‌যান্‌ বোমাৰে গুণগান বখানি
নক'বি ভনী তই মোক
বোলো ৰ'ণ হ'লে থাম কি ?
ৰ'ণ হ'লে গাম কি ?
মৰিব দেশৰহে লোক।
শান্তিৰে নিজৰাত নিজৰি নগলে
আমি হ'ম বৰশীৰ টোপ
অতিকৈনো চেনেহৰ বহাগৰনো বিহুটিৰ
সুৰটিয়ে পাবগৈ লোপ ॥

বোৱতী সুঁতিটিক—অ' আইতা
ভেটিব যে নোৱাৰি আইতা
ভেঁটা ভাঙে ঘনে ঘনে।
দেশৰে ৰাইজে—অ' আইতা
কৰিয়াই লৈ যোৱা আইতা
সময়ক ভেটিব কোনে ?

[ গুৱাহাটী, ১৯৫৪ ]

## ওচৰা-উচৰি দুটি ঘৰ

জিক মিক দেৱালীৰ বন্তি জ্বলে
এন্ধাৰত কান্দে কোনে অকলে অকলে
ওচৰা-উচৰি দুটি ঘৰ
এটি পঁজা আনটো ৰজা ঘৰ
ৰজাঘৰে হাঁহে,
মাথোন পঁজাটিত বন্তি নজ্বলে।

পঁজাটিত এটি আছে মাটিৰে চাকি
শলিতাও জ্বলি গ'ল নাই আৰু বাকী
বন্তি আজি যে নজ্বলে।
ৰব ৰব আলাসব লাকুৱে হাঁহে
পঁজাটিত পোনাটিৰ টোপনি নাহে
দুখুনীয়ে নিচুকনি গায় লাহে লাহে
বন্তি আজিও নজ্বলে।

ৰব ঘৰ চোতালত হিলৈ ফুটে
ধুমধাম শৱদৰ জাউৰি উঠে
দেখি তাক পঁজাটিয়ে চকুলো টোকে
এন্ধাৰত অকলে অকলে—
কাইলৈ আহিব দোকমোকালি
আনি দিব পঁজাটিত ৰঙবাঙলী
আনি দিব হেৰোৱা দিনৰ ধেমালি
পঁজাটিয়ে নাকান্দে অকলে
দেখিবা ভাতো যে বন্তি জ্বলে।

[ গুৱাহাটী বিশ্ববিদ্যালয়, ( ১৯৫৫ ) ]

## দুটি জীৱনৰ কথা

সোণৰ কাঠিৰ পৰশ-পোৱা
আলফুলীয়া হাতেৰে
কোনেনো ধূলিক সাৰটি লয় ?
একেটি ঘৰৰ দুটি মানুহ
দুটি জীৱনৰ কথা শুনা
এজুপি লতাৰ দুটি কলি
দুটি জীৱনৰ কথা শুনা—
এজুপি লতাৰ দুটি কলি
এটিয়ে নিয়ৰত থাকে উমলি
আনটিয়ে নিয়ৰৰ টোপাল নাপাই
মাথোঁ খায় হাবাথুৰি ।
এটি জীৱনত নিতৌ হৰষ
কোনোবাই সানি দিয়ে সোণৰ পৰশ
আনটিৰ জীৱনৰ আজিৰ সমল
মাথোঁ দুখৰে দিন গণা ।
এটি জীৱনৰ চকৰি ঘূৰে
(তাত) চিকমিক জেউতিৰ ৰহণ চৰে
আনটিৰ আশা ধূলিত বাগৰে
নাই তাত পোহৰৰ এটিও কণা ।
এটিয়ে সৰগক হাতত পায়,
সৰগৰ সোৱাদে নিতে আমুৱায়
আনি দিব ওভোতাই কোনে বা আজি
আনটিৰ জীৱনে হেৰুৱা হাঁহি—
কোনোবা সৰগৰ মধুৰ কণা ।

[ কথাছবি : ধুমুহা (১৯৫৭) ]

## কি বিচাৰি ওৰে জীৱন

কি বিচাৰি ওৰে জীৱন কেনি আগুৱালোঁ।
বহু সুতৰ মোহত পৰি মূলও হেৰুৱালোঁ ॥
যাবৰ পৰত হাঁহি হাঁহি এন্ধাৰলৈ গলোঁ।
অতি লোভত পৰি আজি পাপত বন্দী হলোঁ ॥

মানুহকে মানুহ বেচি বেহা পাতিছিলোঁ।
আনৰ সুখক কাঢ়ি আনি ৰঙ চাইছিলোঁ।
যি বোকাৰ পদুমতে কলঙ্ক সানিলোঁ।
ধুই পখালি সাৱটিবি তোকেই সঁপি দিলোঁ ॥

আনে সঁপি দিয়া জন যেন পদুমৰে কলি।
কলঙ্কিতা নাৰী হ'লেও ললোঁ ভনী বুলি ॥
বোকাৰ পৰা পদুমকে মূৰত ললোঁ তুলি
পণ কৰিলোঁ ওৰে জীৱন ৰক্ষা কৰিম বুলি ॥

ভোগৰ সমল নহয় তই কামুক সৱৰ বলি।
নির্ভয়ে মই আগচিম, জীৱন গলেও জ্বলি।

[কথাছবি : বনজুই (১৯৭৮)]

## ঘৰ আমাৰ মাটি হয়

ঘৰ আমাৰ মাটি হয়
মাটিয়েই ঘৰ
বাটেই আমাৰ আপোন হয়
আপোনেই পৰ।

এটি মিঠা জীৱন
এটি জীৱিকাৰ বাট
ৰাজপথে, এৰা বাটে
এ৘াৰি মৰমী মাত—
বিচাৰোঁতে দিন যায়
কৰি দাম দৰ।

চোৰাং ক'লা বজাৰতে
বহু ক'লা ধন পাবা
এন্ধাৰ এন্ধাৰ গুদামতে
কুবেৰৰো ধন পাবা
তেনে পাপী কুবেৰৰ
নহওঁ আমি অনুচৰ।
খাটি খাটি অৰ্জ্জা
দুটি গুদা নিকা ভাত
এযোৰ মাথোন কাপোৰ
থাকে যদি এই গাত
তেতিয়াই পাওঁ দেখোন
প্ৰেৰণা মনৰ।
[ 'চিকমিক বিজুলী' ( ১৯৬৯ ) কথাছবিত দিছে ]

## বুকুহে হমে হমায়

পাহাৰৰ সিপাৰে ধুনীয়া ৰহদৈয়ে
দুখৰে সুৰটি গায়
বনগীত সুৰীয়া গীতৰে আঁৰতে
চেনাইৰ কথাটি কয়
বুকুহে হমে হমায়।

পাহাৰৰ হৰিণী চকুযোৰ শুৱনি,
চকুলো বাগৰি যায়
সুদূৰৰ চেনায়ে বুজিকে নেপায়
মাথোঁ সুৰ বলিয়া হয়
বুকুহে হমে হমায়।

চাকৈয়ে নেপায় চকোৱাৰ লগ
মাজ চেঙেলীয়া নৈ
ৰহদৈ চেনাইৰ মাজতে বাধা ঐ
সমাজৰ পাহাৰখন ৰয়।
বুকুহে হমে হমায়।

এন্ধাৰৰ চোতালত সমাজ বহি আছে
বিচাৰৰ শৰাইখন লৈ
বিচাৰৰ শৰাইতে বিচাৰ নাইকিয়া
এলান্ধু ক'লীয়া ছাই
বুকুহে হমে হমায়।

পাহাৰ ভাঙি ভাঙি অগনি উৰিছে
ৰহদৈ লৰি পলায়
একো নিবিচাৰি আমাৰে চেনায়ে
জুইকে সাৱটি লয়
বুকুহে হমে হমায়।

[ কলিকতা, ১৯৬২ ]

## মনে মোৰ কইনা বিচাৰে

অ' বাৰ্দ্ধে তাঁতৰ শালৰ শিপিনী
অ' বাৰ্দ্ধে ৰাধা নে অ' ৰুক্মিণী
অ' বাৰ্দ্ধে বিজুলীৰে চাৱনি
দেখি মন ৰাই জাই কৰে ॥

অ' বাৰ্দ্ধে হোজা চহা ডেকা মই
ৰ'দত ঘামো জামো অই
অ' বাৰ্দ্ধে সজাওঁ পৰাওঁ পথাৰ
মনে মোৰ কইনা বিচাৰে ॥

অ' বাৰ্দ্ধে সোণ খটোৱা ঢোলবিৰি
অ' বাৰ্দ্ধে মিনাকৰা জোনবিৰি
অ' বাৰ্দ্ধে যাচিব যে নোৱাৰোঁ
মনে মোৰ কেনেবা কৰে ॥

অ' বাৰ্দ্ধে একঠা যে আছে মাটি
অ' বাৰ্দ্ধে তাকে ৰাখিম সাৱটি
অ' বাৰ্দ্ধে সঁপি দিম জীৱনটি
কেৱে আক কাঢ়িব নোৱাৰে ॥

অ' বোলো শিপিনীয়ে চাইছে
অ' বোলো মিচিক মাচাক হাঁহিছে
অ' বোলো মোকে হেনো বৰিব
ক'লে মোক চকুৰে ঠাৰেৰে ॥

[ গুৱাহাটী, ১৯৫৪ ]

## নাই ভয় নাই

[ এই গীতটো গুৱাহাটীত ক'লা-বোবাৰ বিদ্যালয় উদ্বোধন উৎসৱ উপলক্ষে ৰচা ]

ভাষা ভৰা পৃথিৱীৰ
বিদ্ৰোহী কথা গীত
কাণ পাতি শুনিবৰ শকতি নাই।

উমৰি গুমৰি থকা
জীৱনৰ ভাব ৰাশি
জগতক শুনাবৰ ভাষা নাই ॥

আছে কত ইঙ্গিত
পৰাজয় নাই
আছে নানা সঙ্কেত নাই ভয় নাই ॥

বিজ্ঞানে আগুৱাই যায়
নতুন সভ্যতাত
বধিৰতা মূকতাৰ কাৰাগাৰ নাই ॥

ভাষাহীন মৃত্যুক
মষিমূৰ কৰি থৈ

অগণিত মূকেও জয় গীত গায়
বধিৰতা মূকতাৰ এন্ধাৰ নাই
শিক্ষাৰ জেউতিৰে যাম আগুৱায় ॥

## ৰক্ষা কৰা মোক

[ এইটো গুৱাহাটীত যক্ষ্মাৰোগৰ চিকিৎসালয় উদ্বোধন উৎসৱত গোৱা ]

ৰক্ষা কৰা মোক কৰা ৰক্ষা
অলিয়ে গলিয়ে নিতে হেজাৰে বিনায়
কালৰূপী যক্ষ্মাই মৰাসুঁতি সাজি দিয়ে
বক্ষৰ লুইতখনি বাৰিষা শুকায়

এন্ধাৰ পঁজাত মুমূৰ্ষু জীৱনৰ
বন্তি নুমায় নুমায়
ক্ষয়ৰোগ বেশেৰে মৃত্যুৱে হাঁহি মাৰি
নিষ্ঠুৰ ধেমালি চায়।

আজি ৰোগাক্ৰান্তই বিজ্ঞান আঁচলৰ
নতুনৰ বা ছাটি পায়—
সুন্দৰ স্বাস্থ্যৰ সমাজ সূচনা হওক
মৰণৰ হওক পৰাজয়
( য'ত ) মুক্ত বায়ুৱে মাটিৰ মানুহক
জীৱন বসন্ত বিলায়।

## সুৰাত মগন

সুৰাত মগন ভয়াল ৰাতি
মৌন কোলাহল
মই যেন এক ৰ'দৰ বিলাপ
শৰৰ শতদল।

চন্দ্ৰ তৰাক থাপ মাৰি আনি
থেকেচি পেলাবৰ হ'ল
সূৰ্যমুখীয়ে সজাব কাহানি
বেথাৰ সমাধি তল।

নিয়ম পিয়াসী সন্তানবোৰে
নিয়ম নমনা হ'ল
মাতৃৰ চকু ঘন কুঁৱলীৰে
গহ্বৰ হৈ গ'ল।

শগুণে সদায় সভাকে পাতে
ভাষণ পৰি ৰ'ল
দিনবোৰ আমাৰ মৃত হৰিণৰ
বেকা শিং যেন হ'ল।

[ 'বৃষ্টি' কথাছবিত দিছে ( ১৯৭৪ )]

## ভবিৰ তলুৱাৰ পৰা

ভবিৰ তলুৱাৰ পৰা
যদি ধৰাখন
খহি খহি পৰা যেন লাগে
তিল তিলকৈ যদি
নিজৰেই ঘৰখন
কাৰোবাৰ দোষতে ভাগে
পুনৰ গঢ়িবা তুমিহে বান্ধ' পুনৰ গঢ়িবা তুমি।

যদি পৰিয়ালে তোমাৰ সঙ্গ এৰে
তুমি অকলশৰীয়া হোৱা
যদি সৎ কাম কৰি কৰি
সংসাৰ সজালেও
অপযশ পদে পদে পোৱা
পুনৰ সজাবা তুমি হে বান্ধ' পুনৰ সজাবা তুমি।

শান্তিক কৰি লোৱা তোমাৰ গৃহিণী
ধৈৰ্য্য হ'ব লাগে পিতৃ
দয়া হ'ব লাগে মৰমী ভগিনী—
ক্ষমা হ'ব লাগে ভাতৃ
আশা হ'ব লাগে তোমাৰ সহোদৰ
সংগ্ৰাম হ'বগৈ মাতৃ।

যদি বিচনাৰ অভাৱত
আকাশৰ তলতে
বাগৰি পৰিব লাগে
যদি পোছাকৰ অভাৱত
সময়ৰ ৰঙকে
মেৰিয়াই ল'বই লাগে
তাকেই কৰিবা তুমি হাঁহিমুখে।

[ ৰচনা : ১৯৭৪, ধৰ্ম্মকাই ( ১৯৭৭ ) কথাছবিত দিছে ]

## এইটি বা কোন ওলালে

এইটি বা কোন ওলালে
সিংহ কেনি লুকালে
নেগুৰ কটা শৃগাল আজি
ৰাজসভালৈ যায়।

পপীয়া তৰা ওলালে
সূৰুয কেনি লুকালে
তপস্বী বিড়াল আজি
নাম ঘৰলৈ যায়।

গৰ্দভৰে নৃপতি
গৰ্দভে শোভে
ন্যায় এৰি নৃপতিটি
মৰিল অতি লোভে

কাউৰী সজাওঁ যদি
গজৰাজ মুকুতাৰে
তাৰ থোঁট যদি জিলিকাওঁ
সুবৰ্ণ মাণিকেৰে
তথাপি কাউৰী জানো ৰাজহংস হয়?

ৰাইজ যদি ৰজা হয়েই
নৃপতি নো কোন
দেশখন বেচোঁতা এই
বদনটি নো কোন
তেজ শোহা জোক জানো
মহাপুৰুষ হয়?

[ মণিৰাম দেৱান ( ১৯৬৩ ) কথাছবিত দিছে ]

## নৱম অধ্যায়

### মানৱ প্ৰেমৰ গীত

হিন্দু ধৰ্ম্মপুথিত আত্মা ও পৰমাত্মাৰ সম্বন্ধ বা আত্মা ও দেহৰ সম্বন্ধক বিশদভাৱে আলোচনা কৰিলেও আত্মা ও আত্মাৰ সম্বন্ধক বিশেষ গুৰুত্বেৰে আলোচনা কৰা হোৱা নাই। গীতাৰও তলৰ শ্লোক কেইটাৰ বাহিৰে এই বিষয়ে আন আলোচনা নাই।

সৰ্ব্বভূতস্থমাত্মনং সৰ্ব্বভূতানি চাত্মনি।
ঈক্ষতে যোগযুক্তাত্মা সৰ্ব্বত্ৰ সমদৰ্শনঃ ॥

[ ষষ্ঠ অধ্যায়, শ্লোক ২৯ ]

**ভাবাৰ্থঃ** যোগযুক্ত আত্মাই সকলোতে সমদৰ্শী হৈ আত্মাক সকলো প্ৰাণীতে আৰু সকলো প্ৰাণীক আত্মাতে দেখা পায়।

আত্মৌপম্যেন সৰ্ব্বত্ৰ সমং পশ্যতি যোঽৰ্জ্জুন।
সুখং বা যদি বা দুঃখং স যোগী পৰমো মতঃ ॥

[ ষষ্ঠ অধ্যায়, শ্লোক ৩২ ]

**ভাবাৰ্থঃ** যি সকলোতে সুখ নাইবা দুখ নিজৰ দৰে সমানে দেখে সেই যোগী সকলোতকৈ শ্ৰেষ্ঠ।

সমং পশ্যন হি সৰ্ব্বত্ৰ সমবস্থিতমীশ্বৰম্।
ন হিনস্ত্যানাত্মনং ততো যাতি পৰাং গতিম্॥

[ত্ৰয়োদশ অধ্যায়, শ্লোক ২৮]

**ভাবাৰ্থঃ** যিহেতু (তেওঁ) সকলোতে একেদৰে অৱস্থিত ঈশ্বৰক সমানে দেখি আত্মাৰে আত্মাক হিংসা নকৰে, সেইকাৰণে তেওঁ পৰম গতি লাভ কৰে।

হিন্দু দৰ্শনত আত্মাৰ পৰমাত্মাৰ প্ৰতি থকা ধাউতিক বিশেষ গুৰুত্ব দিয়া হয়। কৰ্ম্মযোগ, ভক্তিযোগ আদি মুক্তিৰ পথবিলাকত আত্মাৰ আত্মাৰ প্ৰতি দায়িত্বৰ বিশেষ স্থান নাই। হিন্দু ধৰ্ম্মৰ এইটো এটা বৈশিষ্ট্য যে সকলোৱেই গাইগুটীয়াভাৱে একো একোটা মুক্তিৰ পথ বাচি ল'ব পাৰে। একে পথৰ যাত্ৰীৰ প্ৰতি কেনেকুৱা দায়িত্ব থাকিব পাৰে তাৰ বিষয়ে স্পষ্ট নিৰ্দ্দেশ হিন্দু ধৰ্ম্মত নাই বুলিব পাৰি। সংসাৰৰ সকলো মায়া মোহ পৰিত্যাগ কৰি কেৱল পৰমাত্মাকে ভজিবলৈ দিয়া নিৰ্দ্দেশৰ কাৰণে "পৰমাত্মাৰ কথা ভাবিছোঁ যেতিয়া মানুহৰ কথা নাভাবিলেও হ'ব" এনে মনোভাৱ হিন্দু সমাজত বিস্তৃতভাৱে দেখা যায়। সেয়েহে হিন্দু সমাজত মানুহৰ প্ৰতি হেলা, আনৰ দুখ যন্ত্ৰণাবিলাকৰ প্ৰতি পিঠি দিয়া স্বভাৱ বা পিছপৰা লোকৰ প্ৰতি অনাদৰ আদি সদায় বিৰাজ কৰি আহিছে। এইবিলাক কাৰণেই হয়তো হিন্দু সমাজত মানৱীয় সেৱা-শুশ্ৰূষাৰ (Missionary activities) আদৰ্শ খুব কম। তাতে বৰ্ত্তমান জীৱনত ভোগা কষ্টবিলাক আগৰ কৰ্ম্মফল যেতিয়া সেইবিলাক দূৰ কৰিবলৈ আমাৰ কৰিব লগীয়া বা আমি কৰিব পৰা একো নাই বুলিও বহুতে ভাবে। তদুপৰি সংসাৰৰ মায়া মোহৰপৰা মুক্ত হ'বলৈ চেষ্টা কৰোঁতে আনৰ দুখ নিৰ্য্যাতনৰ প্ৰতি পিঠি দিয়াটো স্বাভাৱিক।

সমাজত বিৰাজ কৰা উপৰোক্ত ভাব ধাৰণাৰ কাৰণেই বহুতো ভাৰতীয়ই খৃষ্টিয়ান বা ইচলাম ধৰ্ম্মক আদৰি ল'লে। কিয়নো, এই দুই ধৰ্ম্মত জাতিভেদ নাই, অৱহেলিত বস্তুৱা নাই বা অস্পৃশতা নাই। হিন্দুসমাজে সদায় লেই লেই ছেই ছেই কৰি অহা লোকসকল এনে ধৰ্ম্মৰ প্ৰতি আকৃষ্ট হোৱাটো

স্বাভাৱিক। খৃষ্টিয়ান ধৰ্ম্মই বহুত ভাৰতীয়ক আকৰ্ষণ কৰাৰ এটা কাৰণ হৈছে এই ধৰ্ম্মী লোকসকলৰ মানৱ সেৱা-শুশ্ৰূষাৰ আদৰ্শ। মিছনেৰীসকল আহি ভাৰতৰ অৱহেলিত, ৰোগাক্ৰান্ত বা নিৰাশ্ৰয় লোকসকলক সেৱা-শুশ্ৰূষা কৰাত বা তেওঁলোকক মানুহৰ সাধাৰণ মৰ্য্যাদাবিলাক লাভ কৰাত বিশেষভাৱে সহায় কৰিছিল। এনেলোকে খৃষ্টিয়ান ধৰ্ম্মক সাৱটি লোৱাটো স্বাভাৱিক। অসমীয়া সমাজে আবৰ, নগা, গাৰো আদি আখ্যাৰে উপলুঙা কৰা বা অন্য প্ৰকাৰে অৱহেলা কৰি অহা বহুতো লোকক খৃষ্টিয়ান মিছনেৰীসকলে মানুহ হিচাপে জীয়াই থকাৰ আৰু নিজৰ ভাষা সংস্কৃতিক গৌৰৱোজ্জ্বল কৰাৰ সুবিধা দিলে। এইখিনিতে অসমীয়া ভাষা আৰু সাহিত্যৰ কাৰণে খৃষ্টিয়ান মিছনেৰীসকলৰ বৰঙণিও উল্লেখযোগ্য ( ডঃ সত্যেন শৰ্ম্মাৰ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ১৭০—১৮২ দ্ৰষ্টব্য )। মাউৰা ল'ৰা ছোৱালী বা হিন্দু সমাজত আশ্ৰয়হীন ও অৱহেলিত লোকক খৃষ্টিয়ান ধৰ্ম্মত দীক্ষা দিয়াৰ দৃষ্টান্ত বহুত আছে! আন নালাগে মমতাজমহলৰ ডুগৰাকী দাসীকো জেচুইটসকলে খৃষ্টিয়ান ধৰ্ম্মত দীক্ষা দিছিল ( মজুমদাৰ, ৰায়চৌধুৰী ও দত্ত, এন এডভান্সড হিষ্টৰী অৱ ইণ্ডিয়া, পৃঃ ৪৭২ )। মিছনেৰীসকলৰ এনেকুৱা কাৰ্য্যক ভাৰতীয় সমাজে সদায় গৰিহণা দি আহিছে কিন্তু সমাজৰ সেই অৱহেলিত, নিষ্পেষিত লোকসকলৰ জীৱন উন্নত কৰিবলৈ বা তেওঁলোকক মানৱীয় অধিকাৰবিলাক লাভ কৰিবলৈ কেতিয়াও সক্ৰিয় প্ৰচেষ্টা চলোৱা নাই। এইবিলাক শুধৰাবলৈ দুই এবাৰ যি জাগৰণ হৈছিল সি হিন্দু সমাজত কোনো স্থায়ী প্ৰভাৱ পেলাব পৰা নাই।

ভাৰতৰ বৈষ্ণৱ জাগৰণ, ব্ৰাহ্ম সমাজ, ৰামকৃষ্ণ মিছন আদিৰ দৰে ধৰ্ম্মৰ জাগৰণবিলাক বহু পৰিমাণে হিন্দু সমাজত মানুহৰ মানুহৰ প্ৰতি থকা ঘৃণা, জাতিভেদ, আৰু দাৰিদ্ৰ্য, ৰোগ আদিত জীয়াতু ভোগা লোকৰ প্ৰতি থকা অৱহেলা আদি দূৰ কৰিবলৈকে সৃষ্টি হৈছিল। কিন্তু এইবিলাক জাগৰণে হিন্দুসমাজত মৰা সংস্কাৰৰ খোঁচনি সময়ত নিশ্চিহ্ন হৈছিল। ভগৱৎ প্ৰেমত নিৱিষ্ট হৈ মানৱ-প্ৰেমক সম্পূৰ্ণ আওকাণ কৰাটো হিন্দু সমাজৰ এক চিৰন্তন প্ৰকৃতিৰ নিচিনাকৈ সদায় বিৰাজ কৰি আহিছে।

## মানৱ-প্ৰেম আৰু মানৱতাবাদ

আজিৰ মানৱতাবাদীসকলে বিমূৰ্ত্ত ভগৱানত বিশ্বাস নকৰে। তেওঁলোকে বিভিন্ন ধৰ্ম্মই আগ বঢ়োৱা ধৰ্ম্ম সম্বন্ধীয় সমস্যাবিলাকৰ সলনি কেৱল মানুহ আৰু মানৱীয় বিষয়তহে গুৰুত্ব আৰোপ কৰে। এই মানৱতাবাদীসকলৰ লক্ষ্য হৈছে মানৱ-প্ৰেম আৰু মানৱীয় শক্তিৰে সৌন্দৰ্য্য সৃষ্টি। সাহিত্য, সুকুমাৰ কলা, সঙ্গীত, শিল্প আদিৰে সৌন্দৰ্য্য সৃষ্টি আৰু মানুহৰ প্ৰতি সহায় সহানুভূতিৰে মানৱ-প্ৰেমৰ প্ৰকাশেই মানৱতাবাদীসকলৰ মূলমন্ত্ৰ। মানৱতাবাদীসকলৰ কাৰণে ভগৱানৰ কোনো স্থিতি নাই। তথাপি মানৱতাবাদীসকলক ভগৱৎপ্ৰেমী নহয় বোলাটো ভুল হ'ব। কিয়নো মানৱতাবাদী মানেই মানৱ-প্ৰেমত বিশ্বাস কৰা বুজায়। প্ৰকৃতপক্ষে, মানৱতাবাদীসকল অতিশয় আধ্যাত্মিক লোক। মানুহৰ প্ৰতি প্ৰদৰ্শোৱা নিস্বাৰ্থ প্ৰেম ভগৱৎ প্ৰেম বা ভক্তিৰ বিপৰীতপন্থী নহয়। নিস্বাৰ্থভাৱে প্ৰদৰ্শোৱা সকলো জীৱৰ প্ৰতি বা মানৱ জাতিৰ প্ৰতি প্ৰেমও পৰমাত্মাৰ প্ৰতি থকা ধাউতিৰ সৈতে একে দিকপন্থী। মানৱ-প্ৰেমেও আত্মাক পৰমগতিতেই নিবিষ্ট কৰে। ই একপ্ৰকাৰ আচৰিত যে মানৱ-প্ৰেমৰ যোগেদি মুক্তি লাভৰ বা পৰমাত্মাৰ লগত মিলনৰ পথ হিন্দুশাস্ত্ৰত স্পষ্টভাৱে উল্লেখ নকৰিলে।

সকলো প্ৰেমৰ উৎস আত্মা। অন্তৰত প্ৰেম ওপজা মানে আত্মাক উপলব্ধি কৰাটোকে বুজায়। কি স্বদেশপ্ৰেম, কি পিতৃ-মাতৃৰ প্ৰতি প্ৰেম, বন্ধু-বান্ধৱীৰ প্ৰতি প্ৰেম, স্বজাতিৰ প্ৰতি প্ৰেম, মানৱ জাতিৰ প্ৰতি প্ৰেম, সকলো জীৱৰ প্ৰতি প্ৰেম আদি ভগৱৎ প্ৰেমৰ জখলাৰ বেলেগ বেলেগ খাপ মাথোন। যিদৰে জখলাৰ তলৰ খাপবিলাকত ভৰি নিদিয়াকৈ ওপৰৰ খাপ পাবগৈ নোৱাৰি সেইদৰে এইবিলাক প্ৰেম ডেই গৈ পোনেই ভগৱৎ সান্নিধ্য পোৱাটো একপ্ৰকাৰ অসম্ভৱ। যি মানৱাত্মাক ভাল পাবলৈ শিকা নাই তেওঁ পৰমাত্মাৰ প্ৰতি প্ৰেমত কেনেকৈ গদগদ হ'ব পাৰে?

এইটো এটা জাগতিক ৰীতি আৰু মানুহৰ প্ৰকৃতি যে মানুহৰ দেহ মনে যেতিয়া অত্যাধিক ভাৱে কষ্ট পায় তেতিয়া আত্মা উপলব্ধিত ব্যাঘাত জন্মে।

অনাহাৰ, ৰোগ-ব্যাধি, দুৰ্ঘটনা আদিত দেহটোৱে যেতিয়া বিশেষ নিৰ্য্যাতনত ভোগে তেতিয়া সেই দৈহিক কষ্ট দূৰ কৰিবলৈ মনোনিবেশ কৰাটো মানুহৰ প্ৰকৃতি। সেইদৰে বিশেষ মানসিক কষ্টইও মানুহক এনেভাৱে বিচলিত কৰিব পাৰে যে তেতিয়া আধ্যাত্মিক বিষয়ত মনোনিবেশ কৰাটো একপ্ৰকাৰ অসম্ভৱ। সেয়েহে আত্মা পৰমাত্মাত স্থিত হ'বলৈ নিজৰ দেহ-মনক সুস্থ সবলভাৱে ৰখাটো নিতান্ত প্ৰয়োজন। আনৰ দৈহিক বা মানসিক দুখ কষ্ট লাঘৱ কৰাটো এইকাৰণেই পুণ্য যে তেনে কৰি আনক আত্মা উপলব্ধি কৰিবলৈ সুবিধা দিয়া হয়। গতিকে মানৱ সেৱা বা মানৱ-প্ৰেম ভগৱৎ প্ৰেমৰ বিশেষ পৰিপন্থী নহয়।

কেৱল মানৱতাবাদীসকলে এইটোকে কয় যে এই পৃথিৱীত মানুহে নিতৌ ইমান নিৰ্য্যাতনত ভুগিব লাগিছে যে সেইবিলাক দূৰ কৰিবলৈ এক মনে এক ধ্যানে লাগিলেও এজন মানুহে এটা জীৱনত যৎকিঞ্চিৎহে সাধন কৰিব পাৰে—গতিকে ভগবৎপ্ৰেমৰ কথা ভাবিবলৈ অৱসৰ ক'ত? এই মন্তব্য যথেষ্ট সত্য, কিন্তু ই ভগৱৎ প্ৰেমত বিশ্বাস নথকা নুবুজায়।

মানৱ জাতিক কিয়, অন্যান্য জীৱ-জন্তুক নিস্বাৰ্থভাৱে সেৱা-শুশ্ৰূষা কৰাটোও এটা মুক্তিৰ পথ। হিন্দু ধৰ্ম্মত হয়তো এই পথত স্পষ্টভাৱে গুৰুত্ব দিয়া নহ'ল। তথাপি ভাৰতত সময়ে সময়ে হোৱা ধৰ্ম্মজাগৰণবিলাকে বাৰে বাৰে ইয়াকেই সোঁৱৰাই আহিছে যে মানুহে মানুহৰ বাবে, মানুহে সকলো জীৱাত্মাৰ প্ৰতি সক্ৰিয়ভাৱে প্ৰেম প্ৰদৰ্শাব লাগে।

দৰাচলতে, বুদ্ধদেৱ ইতিহাসৰ প্ৰথম মানৱতাবাদী। অৱশ্যে, বুদ্ধদেৱে সকলো জীৱৰ প্ৰতি প্ৰেম প্ৰৱৰ্তন কৰিবলৈ চেষ্টা কৰিছিল। বুদ্ধদেৱৰ আত্মা বিশেষভাৱে আন্দোলিত হৈছিল জৰা, মৃত্যু আদিৰ মাজেদি তেওঁ দেখিবলৈ পোৱা মানুহৰ দৈহিক আৰু মানসিক কষ্টবিলাকৰ দ্বাৰা। সেইদৰে জৈন ধৰ্ম্মৰও মাই বিশ্বাস হৈছে সকলো জীৱৰ প্ৰতি অহিংসা। তাৰ পিছত বৈষ্ণৱ জাগৰণেও ঘোষণা কৰিলে যে মানুহৰ মৰ্য্যাদা নিৰ্ভৰ কৰে কৰ্ম্মতহে, জন্মত নহয়। কবীৰেও বাৰে বাৰে কৈছিল, 'যি সকলো মানুহকে

সমানভাৱে দেখে তেৱেঁই ধৰ্ম্মপৰায়ণ'। বিবেকানন্দৰ দৰিদ্ৰ নাৰায়ণ পূজা, ৰামকৃষ্ণ মিছনৰ মানুহক সেৱা-শুশ্ৰূষা কৰা কাৰ্য্যাৱলীয়েও আমাক মানৱতাৰে ভগৱৎ সান্নিধ্য লাভ কৰা পথকেই প্ৰদৰ্শাইছে।

কুৰি শতিকাৰ যান্ত্ৰিক যুগত, আজিৰ আণৱিক যুগত যে মানৱ-প্ৰেমৰ বিশেষ প্ৰয়োজন হৈছে তাত সন্দেহ নাই। বৰ্তমান পৃথিৱীত ধনী দুখীয়াৰ বৈষম্য, আই বসুমতীয়ে বহন কৰিব নোৱৰা জনসংখ্যা, দূষীকৰণ, আদৰ্শৰ কাৰণে বা ধৰ্ম্মৰ কাৰণে বেলেগ বেলেগ জাতিৰ মাজত সংঘৰ্ষ, যান্ত্ৰিক যুগে সৃষ্টি কৰা কিছুমান ভয়াবহ পৰিণতি আদিৰ কাৰণে এনে এক পৰিস্থিতিৰ সৃষ্টি হৈছে যে "জীৱনৰ কোবাল নদী" পাৰ হ'বলৈ সাধাৰণলোকৰ শক্তি নাইকিয়া হৈছে। এনে দুৰ্ব্বহ জীৱনৰ "মেটমৰা বোজা"ই "কান্ধ ভাঙো ভাঙো কৰা" মানুহৰ দুখ কষ্টবিলাক দেখি ভগৱৎপ্ৰেমৰ কথা ভাবিবলৈ কাৰও অৱসৰ নোহোৱাৰ নিচিনা। মানৱ-প্ৰেম যেন মানৱ-সমাজত নিশ্চিহ্ন হ'বৰ উপক্ৰম হৈছে। সেয়েহে আজিৰ মানৱতাবাদীসকলে, আজিৰ মানৱপ্ৰেমিক সকলে পৃথিৱীৰ চুকে-কোণে মানৱ-প্ৰেমৰ এক নৱজাগৰণ আনিবলৈ চেষ্টা কৰিছে।

আজিৰ যুগ মানৱ-প্ৰেমৰ যুগ। মানৱতাবাদীসকলে যিয়েই নকওক লাগিলে, মানৱ-প্ৰেম ভগৱৎপ্ৰেমৰ বিপৰীতপন্থী নহয়। আজিৰ জগতত মানৱীয় প্ৰেমেৰে মানৱাত্মাৰ উপলব্ধি আৰু পৰমাত্মাৰ অন্বেষণৰ এক সুগম পথ দেখিবলৈ পোৱা যায়।

## মানৱতাবাদী ভূপেন হাজৰিকা

ডক্টৰ ভূপেন হাজৰিকা এজন মানৱতাবাদী। তেওঁৰ গীতত তেওঁৰ মানৱতাবাদী দৃষ্টিভঙ্গী স্পষ্ট। তেওঁৰ মানৱ-প্ৰেম আমি উল্লেখ কৰাৰ দৰে ভগৱৎপ্ৰেমৰ সম্পূৰ্ণ পৰিপন্থী। তেওঁৰ গীতত তেওঁৰ কোমল মানৱহৃদয়ৰ মানৱীয় স্পন্দন আমি সুন্দৰভাৱে শুনিবলৈ পাওঁ। তেওঁৰ বহু গীতৰ উদ্দেশ্য

মানুহৰ অন্তৰত মানুহৰ প্ৰতি প্ৰেম ওপজোৱাটোৱেই। তেওঁ মানৱ-প্ৰেমৰ এক যুগ-চেতনা শ্ৰোতাসকলৰ মনত জগাই তুলিবলৈ বিশেষ চেষ্টা কৰা দেখা যায়। মানুহে মানুহৰ প্ৰতি যাতে আন্তৰিক মৰম চেনেহ আৰু সহানুভূতি প্ৰদৰ্শন কৰে তাৰ কাৰণে ডক্টৰ হাজৰিকাই সদায় খাটি আহিছে। দুখীয়া-নিচলা, পীড়িত বা জীৱনত দুখ-কষ্ট ভোগাসকলৰ প্ৰতি সহানুভূতিৰ দৃষ্টি আকৰ্ষণ কৰিবৰ কাৰণে তেওঁ সদায় কাতৰ আহ্বান জনাই আহিছে। তেওঁৰ বহু গীততে মানৱ-প্ৰেমৰ সুৰ শুনিবলৈ পোৱা যায়।

মানুহৰ দুখ-কষ্ট, দাৰিদ্ৰ্য বা শোকলগা পৰিস্থিতিৰ করুণ চিত্ৰ দাঙি ধৰাত হাজৰিকা এজন অদ্বিতীয় শিল্পী। 'কাৰ কপালৰ সেন্দুৰও মচা গ'ল', 'কোন মাতৃৰ বুকু শুদা হ'ল, 'ৰুগীয়া আইয়ে চাগে' ৰখি আছে বাটি লৈ দাইল ভাত দুয়োৰে আমাৰ', 'এইবাৰ বিহুতে মোৰহে ল'ৰাটিক নিদিলোঁ সূতাৰে চোলা', 'তোৰ ঘাম ভৰা নঙঠা পিঠি তপত ৰ'দত যায় ফাটি…তথাপি নাই তাৰ গুণ গাওঁতা' আদিৰ নিচিনা সঙ্গীত প্ৰকাশে সহজেই মানৱ মনত সমবেদনা জগাব পাৰে। ডক্টৰ হাজৰিকাই মানৱ অন্তৰত সমবেদনা জগায়েই ক্ষান্ত নহয়—তেওঁ বিচাৰে মানৱতাৰ সক্ৰিয় প্ৰকাশ। 'দুৰ্ব্বল মানুহে যদি জীৱনৰ কোবাল নদী পাৰ হয় তোমাৰে সাহত, তুমি হেৰুৱাবানো কি?', 'স্নেহেই আমাৰ শত শ্ৰাৱণত ধাৰাসাৰ বৃষ্টিৰ প্লাৱন আনে', অগণন মানৱৰ শান্তি সমদল, সৃষ্টিকামী জীৱন্ত', 'জাগি উঠা মানৱে হেজাৰ চিএৰ মাৰে', 'কাহিনী এটি লিখা সেৱাৰ বিষয়ে' আদিত মানৱতাবাদৰ আশাপূৰ্ণ প্ৰকাশভঙ্গীহে দেখিবলৈ পোৱা যায়।

মানৱীয় কোমলতা ভূপেন হাজৰিকাৰ শ্ৰেষ্ঠ সৌন্দৰ্য্য। বৈষ্ণৱ যুগত শঙ্কৰদেৱ আৰু মাধৱদেৱে ভক্তি ভাবেৰে অসমীয়া সমাজক প্লাৱিত কৰাৰ দৰে কুৰি শতিকাৰ মানৱ-প্ৰেমৰ যুগত ডক্টৰ হাজৰিকাই অসমীয়া সমাজক মানৱী মৰমৰ অমিয়া চালিছে। ইয়েই যেন তেওঁৰ জীৱনৰ অন্বেষণ, ইয়েই তেওঁৰ আধ্যাত্মিক লক্ষ্য। তেওঁৰ গীতৰ এনে আধ্যাত্মিকতাৰ কাৰণেই তেওঁৰ গীত কেৱল গোটেই ভাৰততে নালাগে পৃথিৱীৰ আন আন ঠাইতো সমাদৃত হৈছে। তেওঁ মানৱ-প্ৰেমৰ বিশ্ব-জনীন ভাবেৰে লুইত পাৰৰ অসমীয়া

জাতীয় জীৱনক এনেভাৱে চহকী কৰিছে যে ইতিহাসত প্ৰথমবাৰৰ কাৰণে এজন অসমীয়াই অসমীয়া সমাজখনক আন্তৰ্জাতিক সাঁচত ৰূপ দিবলৈ চেষ্টা কৰা যেন অনুমান হয়।

এই যুগৰ মানৱতাবাদক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা নতুন নতুন চিন্তাধাৰা আৰু নতুন নতুন চেতনাক তেওঁ অসমীয়া জাতীয় জীৱনলৈ আনিলে। অসমীয়া ভাষাৰ কোমলতাৰে তেওঁ টুকি পোৱা এনে চিন্তাধাৰা যুগ-চেতনা আৰু তেওঁৰ মনৰ প্ৰশান্ত সাগৰৰ অশান্ত উৰ্ম্মিমালাক আন ভাষাৰ লোকে তেওঁৰ পৰা উপগম কৰিব পাৰি অসমীয়া ভাষা আৰু গীতৰ প্ৰতি নতশিৰ হৈছে। আজি কিছুদিন আগতে শ্ৰীমতী ৰুমা গুহ ঠাকুৰতাই লণ্ডনৰ এলবাৰ্ট হলত 'গঙ্গা আমাৰ মা, পদ্মা আমাৰ মা' গীতটো গাওঁতে ধাৰাসাৰে তেওঁৰ চকুলো সামৰিব নোৱৰা হৈছিল আৰু দুই হাতেৰে মাইক্ৰ'ফোনটো খামুচি ধৰি নিজকে সংযত কৰিছিল—সেই সময়ত প্ৰত্যেকজন দৰ্শকৰ চকুতো মেঘনা-যমুনাৰ ধাৰা ব'বলৈ আৰম্ভ কৰিছিল। সেই গীতটোৰ ভাবধাৰা আৰু কোমলতা ভূপেন হাজৰিকাই প্ৰথমে অসমীয়া গীততেই সৃষ্টি কৰিছিল বুলি জানিব পাৰি তেওঁলোকে ভূপেন হাজৰিকাৰ গীত বিচাৰি হাবাথুৰি খাইছিল। বিশ্ব যুব মেলাত 'সাগৰ সঙ্গমত কতনা সাঁতুৰিলোঁ' গীতটোৰেও অসমীয়া গীতত প্ৰকাশ পোৱা আজিৰ মানৱ হৃদয়ৰ অনুকম্পাৰ সোৱাদ পৃথিৱীৰ বহুলোকে পাবলৈ সমৰ্থ হৈছিল। সেইদৰে 'মানুহে মানুহৰ বাবে' গীতটোত প্ৰকাশ পোৱা আন্তৰিকতা আৰু ঐকান্তিক মানৱপ্ৰেমৰ অমিয়া পৃথিৱীৰ বহুলোকে পান কৰিবলৈ সমৰ্থ হৈছে। এই গীতটোৰ সুৰত আমেৰিকাৰ অতি জনপ্ৰিয় লোকগীত "Hang down your head Tom Dooley, Hang down your head and cry" গীতটোৰ সুৰ আৰু কোমলতা ধ্বনিত কৰি তেওঁ ইয়াক এক বিশেষ সাৰ্ব্বজনীন ৰূপ দিছে। ইয়াৰ আগতে আন কোনো অসমীয়াই এনেদৰে আমাৰ জাতি আৰু অসমীয়া ভাষাক গৌৰৱান্বিত কৰা নাই। তেওঁৰ অসমীয়া গীতৰ বঙালী ৰূপান্তৰবিলাকৰ প্ৰতি বঙালী লোকসকলে প্ৰদৰ্শোৱা শ্ৰদ্ধাইও এই কথাৰ সত্যতা প্ৰমাণ কৰে।

ভুপেন হাজৰিকাৰ মানৱতাবাদ আৰু মানৱ-প্ৰেম নানা গীতত নানা ৰূপত প্ৰকাশ পাইছে। কি লুইতৰ দুই পাৰৰ 'কত মানুহ, কত যে ইতিহাস' হওক, কি 'বংমনৰ কঠীয়াতলীৰ বেথা' হওক বা চিত্ৰলেখাই আঁকা 'চিন্তানায়কে'ই হওক তেওঁৰ গীতত মানুহ, মানুহৰ সৌন্দৰ্য্য-শৌৰ্য্য-বীৰ্য্য বা মানুহৰ সৃষ্টি যেতিয়াই তেতিয়াই য'তে ত'তে ভুমুকি মাৰে। সেয়েহে তেওঁৰ মানৱতাবাদী দৃষ্টিভঙ্গী বা মানৱ-প্ৰেম থকা গীতবিলাক সম্পূৰ্ণ পৃথক কৰি উলিওৱা কঠিন। আমি তওঁৰ যিবিলাক গীতৰ মূল বিষয়-বস্তুত বিদ্ৰোহ বা কোনো ৰাজনৈতিক মতবাদৰ স্পষ্ট প্ৰকাশ নথকাকৈ কেৱল মানৱীয় বা মানৱতাবাদী চিন্তাধাৰা প্ৰতিফলিত হোৱা দেখিবলৈ পাওঁ সেই গীত বিলাককহে এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিছোঁ। এইটোও সঁচা যে এইবিলাক বিষয়-বস্তু কম বেছি পৰিমাণে তেওঁৰ আন গীততো আছে।

## মানুহে মানুহৰ বাবে

[ এই গীতটো ১৯৬০-৬১ চনৰ ভাষা আন্দোলনৰ সময়ত ৰচা ]

মানুহে মানুহৰ বাবে
যদিহে অকণো নাভাবে
অকণি সহানুভূতিৰে
ভাবিব কোনেনো কোৱা ? সমনীয়া ?

মানুহে মানুহক বেচিব খুজি
মানুহে মানুহক কিনিব খুজি
পুৰণি ইতিহাস দোহাৰিলে
ভুল জানো নহ'ব কোৱা, সমনীয়া ?

দুৰ্ব্বল মানুহে যদি .
জীৱনৰ কোবাল নদী

পাৰ হয় তোমাৰে সাহত
তুমি হেৰুৱাবানো কি ?

মানুহ যদিহে নহয় মানুহ
দানৱ কাহানিও নহয় মানুহ ।
যদি দানৱ কাহানিবা হয়েই মানুহ
লাজ পাব কোনেনো কোৱাঁ ?

## গঙ্গা মোৰ মা

গঙ্গা মোৰ মা, পদ্মা মোৰ মা
মোৰ চকুলোৰে দুটি ধ ৰা মেঘনা যমুনা ।
একেই আকাশ একে বতাহ
দুই কলিজাত একে উশাহ
দুটি চৰাইৰ দুটি মাতৰ একে মূৰ্চ্ছনা
অ' মোৰ চকুলোৰে দুটি ধাৰা মেঘনা যমুনা ।

ইপাৰ সিপাৰ কোন পাৰে নাজানো
অ' মই চৌপাশতে আছোঁ
লুইতত নাও মেলিও পদ্মাত ভাটিয়ালি ৰচোঁ ।
ৰাজহংস পাখি মেলি অ' মই দুই নদীতে নাচোঁ
একে প্ৰেম একে আশা একে হাঁহি একে ভাষা
সুখ দুখৰ বুকুৰ মাজত একে যন্ত্ৰণা
অ' মোৰ চকুলোৰে দুটি ধাৰা মেঘনা যমুনা ।

[ কলিকতা, ১৯৭১ ]

## সাগৰ সঙ্গমত

[ এই গীতটো ১৯৫২ চনত কুইন এলিজাবেথ জাহাজেৰে নিউ ইয়ৰ্কৰ পৰা ছাউথাম্পটনলৈ আহোঁতে আটলাণ্টিক মহাসাগৰৰ বুকুত আৰম্ভ কৰে আৰু শেষ কৰে গুৱাহাটীলৈ উভতি আহি ]

সাগৰ সঙ্গমত
কতনা সাঁতুৰিলোঁ
তথাপিতো হোৱা নাই ক্লান্ত
তথাপি মনৰ মোৰ প্ৰশান্ত সাগৰৰ উৰ্ম্মিমালা অশান্ত।

মনৰ প্ৰশান্ত
সাগৰৰ বক্ষত
জোৱাৰৰ নাই আজি অন্ত
অজস্ৰ লহৰে নৱ নৱ গতিৰে আনি দিয়ে আশা অফুৰন্ত
সেয়েহে মনৰ মোৰ প্ৰশান্ত সাগৰৰ উৰ্ম্মিমালা অশান্ত।

প্ৰশান্ত পাৰৰে
মহা মহা জীৱনৰ
শান্তি আজি আক্ৰান্ত
নৱ নৱ সৃষ্টিৰে দৈত্য দানৱে কৰে নিষ্ঠুৰাঘাত অবিশ্ৰান্ত
সেয়েহে মনৰ মোৰ প্ৰশান্ত সাগৰৰ উৰ্ম্মিমালা অশান্ত।

ধ্বংসৰ আঘাতক
দিছে আজি সংঘাত
সৃষ্টিৰ সেনানী অনন্ত
সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত প্ৰগতিৰ নতুন দিগন্ত
সেয়েহে মনৰ মোৰ প্ৰশান্ত সাগৰৰ উৰ্ম্মিমালা অশান্ত।

গভীৰ প্ৰশান্ত
সাগৰৰ শক্তিয়ে
ধ্বংসক কৰে দিগভ্ৰান্ত
অগণন মানৱৰ শান্তিৰ সমদল সৃষ্টিকামী জীৱন্ত
সেয়েহে মনৰ মোৰ প্ৰশান্ত সাগৰৰ উৰ্ম্মিমালা অশান্ত।

[ 'এৰা বাটৰ সুৰ' (১৯৫৬) কথাছবিত দিছে ]

## শীতৰে সেমেকা ৰাতি

শীতৰে সেমেকা ৰাতি
সেমেকা শীতৰে ৰাতি
বস্ত্ৰবিহীন কোনো খেতিয়কৰ
ভাগি পৰা পঁজাটিৰ
তুঁহ জুই একুৰাৰ
উমি উমি জ্বলি থকা
ৰক্তিম যেন এটি উত্তাপ হওঁ।

শীতৰে সেমেকা ৰাতি
খাদ্যবিহীন কোনো দীন মজুৰৰ
প্ৰাণতে লুকাই থকা
ক্ষুধা অগনিৰ
হঠাতে ভমকি উঠা
প্ৰচণ্ড যেন এটি প্ৰতাপ হওঁ
প্ৰজ্বাল হওঁ মই প্ৰতাপ হওঁ।

শীতৰে সেমেকা ৰাতি
সংখ্যালঘু কোনো সম্প্ৰদায়ৰ
ভয়াৰ্ত্ত মনটিৰ
সুস্ফুটা আৰ্ত্তনাদ
নিজেই প্ৰকাশ কৰি
মিঠা যেন এটি নিৰাপত্তা হওঁ
নিৰাপত্তা হওঁ নিৰাপত্তা হওঁ।

শীতৰে সেমেকা ৰাতি
কণ্ঠৰুদ্ধ কোনো সুগায়কৰ
প্ৰভাত আনিব পৰা
অথচ নোগোৱা
এটি অমৰ গীতৰ বাবে
মই যেন এটি সুধাকণ্ঠ হওঁ
সুধাকণ্ঠ হওঁ, সুধাকণ্ঠ হওঁ।

শীতৰে সেমেকা ৰাতি
সেমেকা সেমেকা ৰাতি
বস্ত্ৰবিহীন কোনো খেতিয়কৰ
ভাগি পৰা পঁজাটিৰ
তুঁহ জুই একুৰাৰ
উমি উমি জ্বলি থকা
ৰক্তিম যেন এটি উত্তাপ হওঁ

প্ৰচণ্ড যেন এটি প্ৰতাপ হওঁ
মই যেন এটি নিৰাপত্তা হওঁ

[ জেইছ ডিচেম্বৰ ১৯৭০ ]:

## কাহিনী এটি লিখা

কাহিনী এটি লিখা সেৱাৰ বিষয়ে
কৈছিলোঁ বহু বহু বাৰ
বন্ধু লিখক, তুমি নুশুনিলা
দেখুৱালা মাথোঁ অহঙ্কাৰ !

সঁচা নায়ক বিচাৰি বিচাৰি
তাহানি যে আহিছিলা লৰৰি
মইও দেখোন মানৱ ইতিহাসৰ
কথা কলোঁ নিজকে পাহৰি ।

তেতিয়াতো তুমি লিখি গ'লা
মিছা কথা মিছা নায়কৰ !!

যি কাহিনী তুমি নিলিখিলা
তাক ইতিহাসত সময়ে লিখিলে,
মোৰেই মাজত সহস্ৰ মানৱৰ
যুঁজৰ জোৱাৰ তুমি নেদেখিলা !

নিজৰি-কাপ নিগৰি নিগৰি
( আজি ) তোমাৰ ভাষাও পৰিলে জাগৰি
ময়ো আজি ক্ষণ ক্ষতি কৰি
নেযাওঁ আৰু তোমাকে বিচাৰি

নেযাওঁ আৰু শত কামো কৰি
ক'বলৈ আৰু এটিও বাৰ ।

বন্ধু লিখক, তুমি লিখি গ'লা
মিছা কথা মিছা কল্পনাৰ !!
কাহিনী এটি লিখা সেৱাৰ বিষয়ে
কৈছিলোঁ বহু বহু বাৰ !!

[ কলিকতা, দুই জুলাই ১৯৬৪ ]

হেজাৰ জনৰ বেজাৰ দেখি

জীৱনটোৰ কান্দোনখিনি
নিজেই সাঁচি থলোঁ।
জীৱনটোৱে হাঁহিখিনি
বিলাই বিলাই দিলোঁ।
অ' শ্ৰোতা বন্ধু
তুমিও অকণ লোৱাঁ ॥

হাঁহিখিনি পাবৰ বাবে বহুতো কান্দিলোঁ।
মাজে মাজে কান্দি কান্দি নিজেই হাঁহিলোঁ,
বহুত কান্দোন, অলপ হাঁহিৰ এয়ে জীৱন-মেলা
সেয়ে জীৱনটোৱে হাঁহিখিনি বিলাই বিলাই দিলোঁ ॥

বন্ধু তুমি হয়তো পালা
মাথোঁ অৱহেলা
সেয়ে মোৰো অলপ হাঁহিৰ
অংশ তুমিও পালা।
হেজাৰ মুখত সুখৰ হাঁহিৰ সপোন দেখিলোঁ -
হেজাৰ জনৰ বেজাৰ দেখি প্ৰতিজ্ঞা কৰিলোঁ।

অলপ কান্দোন, বহুত হাঁহিৰ পাত্তিম মন্নো খেলা।
সেয়ে জীৱনটোৰে হাঁহিখিনি বিলাই বিলাই দিলোঁ॥
শ্ৰোতা বন্ধু,
তুমিও অৰুণ লোৱাঁ॥

[ কলিকতা, পোণ্ড্ৰৰ আগষ্ট ১৯৬৪ ]

## যদি জীৱনে কান্দে

যদি জীৱনে কান্দে নাই নাই বুলি
যদি দুখতে উৰে ধৰণীৰ ধূলি
নিৰাশাই আশাবোৰ ভাঙিব খুজিলে
মই গোৱা গীতটি গাবা।

এটি বগলী যদি অকলে অকলে
উৰি উৰি যোৱা দেখা সাগৰৰ ফালে
বিবাটৰ সকক্ষণে ভৰাই তুলিলে
মই ৰচা গীতটি পঢ়িবা।

বিচৰাটো যদি তুমি এবাৰো নোপোৱা
নিবিচৰাটিকে যদি বহুবাৰ পোৱা
বিচৰাটি ভাবি গুণি কান্দিব খুজিলে
মই হুঁহা হাঁহিটি হাঁহিবা।

বহুতৰে বহু বুকু ভঙা ভঙা দেখোঁ
সেয়েহে আশাৰে ভৰা গীতবোৰ লিখোঁ
ভুলতেই যদি তুমি এন্ধাৰকে পোৱা
কাঁইটকে শেৱালিৰে পাহি বুলি লোৱা
তোমাৰ তেজেৰে বাট ৰঙা ৰঙা হ'লে
মই দিয়া সুৰেৰে মচিবা।

[ কলিকতা, ১৯৬৫ ]

## মই এটি যাযাবৰ

মই এটি যাযাবৰ
ধৰাৰ দিহিঙে দিপাঙে লৱৰোঁ
নিবিচাৰি নিজা ঘৰ।
মই লুইতৰ পৰা মিছিচিপি হৈ ভল্‌গাৰ ৰূপ চালোঁ।
অটোৱাৰ পৰা অষ্ট্ৰিয়া হৈ পেৰিচ সাৱটি ললোঁ।
মই ইলোৰাৰ পৰা পুৰণি ৰহণ চিকাগোলে কঢ়িয়ালোঁ।
গালিবৰ শ্বেৰ তুশ্বন্থৰ মীনাৰত শুনা পালোঁ।
মাৰ্ক টোৱেনৰ সমাধিত বহি গৰ্কীৰ কথা কলোঁ।
বাৰে বাৰে দেখোঁ বাটৰ মানুহো আপোন হৈছে বৰ
সেয়ে মই যাযাবৰ।

বহু যাযাবৰ লক্ষ্যবিহীন
মোৰ পিছে আছে পণ
ৰঙৰ খনি য'তেই দেখিছোঁ
ভগাই দিয়াৰ মন।

মই দেখিছোঁ অনেক গগনচুম্বী অট্টালিকাৰ শাৰী
তাৰ ছাঁতেই দেখিছোঁ কতনা গৃহহীন নৰ নাৰী
মই দেখিছোঁ কিছু ঘৰৰ সমুখ বাগিচাৰে আছে ভৰি
আৰু দেখিছোঁ মৰহা ফুলৰ পাপৰি অকালতে পৰা সৰি
বহু দেশে দেশে গৃহদাহ দেখি চিন্তিত হওঁ বৰ
মনৰ মানুহ বহুতেই দেখোঁ ঘৰতে হৈছে পৰ
সেয়ে মই যাযাবৰ।

[ কলিকতা, ১৯৬৮ ]

## তৃতীয় শ্ৰেণীৰ যাত্ৰী

প্ৰথম নহয়
দ্বিতীয় নহয়

তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি
জীৱন ৰেলৰ দবাত আমি
প্ৰথম নহয়, দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি।

মাজে মাজে
এই ৰেলে চিঞৰে
নোপোৱাৰ বেদনা জুই হৈ উঠে
আমাৰেই জুইৰেই অগ্ৰগামী
প্ৰথম নহয় দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি।

লগত আছে বোজাৰ
বৰ বৰ পেৰা
সেই পেৰা
অতীতৰ চকু-লোৰে ভৰা

আমাৰেই
চকুলো
বাষ্প
সজালে
( সেই ) বাষ্পেৰেই আমি দ্ৰুতগামী
প্ৰথম নহয় দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি

তৃতীয় শ্ৰেণীৰ
শত সহযাত্ৰী

মিলি দেখিম পুৱাৰ কাল ৰাত্ৰি
একেলগে হে পাম গৈ লক্ষ্য আমি
প্ৰথম নহয় দ্বিতীয় নহয়
তৃতীয় শ্ৰেণীৰ যাত্ৰী আমি।

[ কলিকতা, জুলাই ১৯৬৩ ]

## ভৰ বাৰিষাৰ বানে

ভৰ বাৰিষাৰ বানে
খহাই নিলে গাঁও
পাৰতে উচুপি কান্দে
দুখীয়াৰ ছাঁও ॥

বানপানীয়ে ঘৰৰ চালে
পানী কাটি নিয়ে
আন্ধাৰৰ আলিটিৰ
ভেটা ভাঙি দিয়ে ॥

নাতি পুতিক আকোঁৱালি
বুঢ়ী আইয়ে কান্দে
[illegible]
[illegible] ॥

খেৰৰ পঁজাৰ চাল কেখন
উটি উটি যায়
তাতে বহি চিলনীয়ে
কিবা নাম গায় !
হেজাৰ হেজাৰ খেতিয়কৰ
পথাৰ বুৰি গ'ল
গাঁৱৰে কঠীয়াতলীৰ
সপোন ভাঙি গ'ল ॥
[ ছয়গাঁৱত বহা কৃষক সম্মিলনৰ বাবে ৰচা, ১৯৫৪ ]

খবাং বিহাৰৰ অভাৱনীয় দুৰ্দশা

হে মোৰ অসমৰ শ্ৰোতা জনতা
কি মতেনো বুজাম আমি
বিহাৰ ৰাজ্যৰ কোটি কোটি লোকে
দেখিছে এক শ্মশান ভূমি ॥

কোনোবা নিষ্ঠুৰ দৈত্যই যেন
প্ৰখৰ ৰ'দৰ উত্তাপ সানি
ছোটনাগপুৰৰ মালভূমিৰ
ভস্ম কৰিলে শত খাননি ॥

এঠৰ শ ছয়সত্তৰৰ মন্বন্তৰ
আতঙ্ক পুনৰ যেন আহিলে
হাজাৰীবাগৰ হেজাৰ বাগত
কিহে লৈছিল কঠীয়া সহিলে ॥

যেনিয়ে চকু যায় হিয়া দহি যায়
পালামৌৰ আকাশত মেঘ নাই
হেজাৰ মুমূৰ্ষু শিশুৰ বাবে
অসহায়া মাতৃয়ে অশ্ৰু পেলায় ॥

ৰহিমে কান্দে—আল্লা মেঘ দিয়া
ৰসিয়াই কান্দে—প্ৰভু পানী দিয়া
শুকান ধৰিত্ৰীয়ে বুকু ফালি কয়
মোৰ বক্ষতে চিৰ শান্তি লোৱা ॥

নালন্দা নিমাত, নিমাত আকাশ,
পাটলিপুত্ৰৰ ঐতিহ্য উদাস
মুঙ্গেৰতো মঙ্গল ধ্বনি নাই
চাপ্ৰা আৰাৰ লোক হতাশ ।

তাহানি বুদ্ধই বিহাৰ কৰা
শস্য শ্যামলা বিহাৰ ভূমি
হ'ল, ক্ষুধা তৃষ্ণাত, মৃত্যুমুখী
এক নিৰস নিৰ্জান মৰুভূমি ॥

হয়তো আজি বাঁচীৰ সাধু শুনি
সত্য বুলি কেৱে নলয় মানি
ছুটি ভাতৰ অভাৱত গৃহস্থই ৰান্ধে
পোহনীয়া কুকুৰৰ মাংস আনি

অনুকম্পা নহয়, পুতৌ নহয়
ই নহয় ৰঙীণ প্ৰদৰ্শনী
ই কৰ্ত্তব্য জ্ঞান প্ৰণোদিত
উদ্বেলিত [illegible] ধ্বনি

বিদ্যাপতিৰ মিথিলা নগৰীৰ
মৈথিলী সুৰ যেন স্তব্ধ হয়
আজি ভোজপুৰী পথাৰত গাঁৱৰ গৰখীয়াই
বিৰহা চৈতীৰ গীত নেগায়।

[ বিহাৰ আকৌ বাতৰিৰ শিৰোনামত। পানীৰ অভাৱত খৰাং বিহাৰৰ অভাৱনীয় দুখ-দুৰ্দশাৰ কথাই আজি, দেশৰ প্ৰতিজন নাগৰিকক সচেতন কৰি তুলিছে। বিহাৰৰ এই অবৰ্ণনীয় অৱস্থাৰ পটভূমিত গীতিকাৰৰ এই বিননি ]

মানুহৰ মুকুতিৰ কথা

অতীতৰ বুৰঞ্জী
লিখকে লিখিছিলে
ৰজা মহাৰজাৰ কথা—

আজিৰ বুৰঞ্জী
লিখকে লিখিছে
মানুহৰ মুকুতিৰ কথা—

মিছৰ দেশৰ
নীল নৈৰ পাৰৰে
কাল্লাহীনে বিনালে
কৈ কৃষকৰ বুকুৰে বেথা—

মিচিচিপিৰ পাৰতে
কপাহৰ খেতিতে
নিগ্ৰো—'জনে' বিনালে
কৈ মানুহৰ বৰণৰ কথা—

সিহঁতৰ পাবৰে
গাঁৱৰ মৰিশালিত
ৰঙমনে নিতৌ চিঞৰে
কৈ বোৱতী মনৰে কথা—

পাহৰি পেলালোঁ।
বুৰঞ্জীয়ে গোৱা
সামন্ত যুগৰে কথা—

সময়ৰ সাহেৰে
লিখি যাম আজি মই
মানুহৰ মুকুতিৰ কথা—

[ আফ্ৰিকা ভ্ৰমণৰ সময়ত কাইৰোৰ নীল নদীৰ পাৰত ৰচিত ১৯৫২ চনত ]

[ ফাল্লাহীন : দুখীয়া কৃষক ]

## নামি আহাঁ সুন্দৰৰে

নামি আহাঁ সুন্দৰৰে সেনা শিল্পীদল
এৰা সপোন ধেমালি
বাধা যদি দিয়া পিশাচী এন্ধাৰক
ধৰা হ'ব ৰণেৰে বাগুলী।

বাটে পথে যায় চোৰাঁ সোঁৱা পালে পাল
মুমূৰ্ষু জীৱিত নৰ কঙ্কাল
সিহঁতৰ কাৰণে আশাৰে গীত গোৱা
জীৱনত সিহঁতৰ ৰহণ বোলোৱা
আজি মৰণক মখিমুখি জীৱনৰ জেউতিৰে
জ্বলোৱা দীপাৱলী!

শঙ্কৰে যুঁজিলে সুৰৰে বৈৰী
নিশাচৰ যতমান পলালে লৰৰি
আজি জীৱনৰ নাটকৰ দৃশ্য দেখুওৱা
আজি ৰণৰ অগনি সুৰেৰে নুমোৱা
নহ'লে তীক্ষ্ণ নখেৰে সিংহতে
শিশুৰ কলিজা খাব ফালি।

( আজি ) সমাজৰ নাটঘৰ সজোৱা পৰোৱা
সাম্যৰ ৰহণ ঢালি
শান্তিৰ ৰহণ ঢালি।

[ গুৱাহাটী, ১৯৫৩ ]

## জাগ্ৰত মানুহৰ ছাঁ দেখি

জাগ্ৰত মানুহৰ ছাঁ দেখি কিয়
দিনে ৰাতিয়ে উচপ খোৱা !

আলসুৱা আকাশত কুঁৱলীৰ মুখা পিন্ধা
ৰামধনু কেলেই খেদি যোৱা

ধূলিৰ ধৰাত জীৱন সৰগ ওপজে
নতুন ৰহণ পোৱা
আলিটিৰ আশে পাশে মানুহ দেখিবা
পদাঘাত নেওচি যোৱা।

নতুন মৌচুমীৰ বৰষুণ পৰিছে
শুকান ধৰণীত চোৱাঁ।
যুগৰ কঠীয়া ধৰাত নাচিছে
তাকেহে সাৱটি লোৱাঁ।

[ মস্কো, ১৯৫৫ ]

## ঐ নিলাজ পাহাৰ

হাঃ হাঃ হাঃ হাঃ ···· ···
থুই, হাঁহিবলৈ আহিছ!
ঐ নিলাজ পাহাৰ!
ঐ শুকান পাহাৰ!
মৰমবিহীন হৈ মৰ্ মৰ্ মৰ্
লাজতহে মৰ্!

বিচাৰিলি কি?
পালি তই কি?
সপোন দেখিছিলি!—

ঝিৰ্ ঝিৰ্ ঝিৰকৈ নিজৰা ব'ব
তোৰ বুকুৰেদি এটি মিঠা নিজৰা ব'ব
মৰমেৰে আকোঁৱালি নিজৰা ব'ব
তাইক পাই তোৰ, বুকুখন ৰসাল হ'ব

একো নাপালিহে!
ভাঙিলনে তোৰ অহঙ্কাৰ
ঐ নিলাজ পাহাৰ!

বিচাৰিলি কি?
পালি তই কি?
বহু ভাবিছিলি—

তোৰ বুকুত আছিল হেনো ৰূপ ৰূপালী
হেনো, কলিজা খান্দিলে পায় সোণ সোণালী
সোণ খান্দি নিব তই ৰূপও হেকৱালি
বালিচন্দা মাথোঁ তই বুটলিলি

কি পালি হেঃ!
ভাঙিলনে তোৰ কামিহাড়?
ঐ শুকান পাহাৰ
ঐ নিলাজ পাহাৰ
তাকে লৈ চিঞৰি মৰ্ মৰ্ মৰ্।

['বনৰীয়া ফুল' (১৯৭৩) কথাছবিত দিছে এটি খঙাল পাহাৰী চৰিত্ৰৰ বাবে]

## মোৰ গীতৰ হেজাৰ শ্ৰোতা

মোৰ গীতৰ হেজাৰ শ্ৰোতা!
তোমাক নমস্কাৰ!

গীতৰ সভাত তুমিয়েতো প্ৰধান অলঙ্কাৰ,
প্ৰয়াস কৰোঁ—তোমাৰ মুখত হাঁহি বিলাবলে'
প্ৰয়াস কৰোঁ—তোমাৰ দুখত সঁচাই কান্দিবলে'
তোমাৰ ক্ৰোধত ক্ৰোধান্বিত হৈও গীত ৰচোঁ
ব্যক্তি সমূহৰ হৈ সুৰৰ শৰাই যাচোঁ।
(সেয়ে) গীতৰ কুসুমেৰে আজি জীৱন জাতিস্কাৰ।

ভুল যদি হয় সৃষ্টিত মোৰ, তুমি হোৱা চিন্তিত
সমালোচনাৰ অগনিৰে পুৰি মোকো কৰা উন্নত
শৈশৱতে, এখন দুখন গীতৰ সভাত গাই
মন উজাৰ কৰোঁতেই বুকুত দিলা ঠাই
তোমাৰ বুকুৰ ওপৰত উমৰ উমগনি পাই
জীৱনৰে দুপৰীয়াও আছোঁ গীত গাই।
গীতৰ সভাত আছিলোঁ মই তোমাৰেই আৱিষ্কাৰ।

[কলিকতা, ১৯৭৩]

## চিত্ৰলেখা

চিত্ৰলেখা, চিত্ৰলেখা
চিত্ৰ এখন আঁকা না
চিত্ৰপটত চিন্তাশীল এক
চিন্তা নায়ক আঁকা না !

জন জীৱনৰে ৰং শুকুলা
মন জীৱনৰে গভীৰ নীলা
পাত্ৰ দুটি সজাই লোৱাঁ
দুয়োটি ৰং মিলাই লোৱাঁ
তুলিকা তুলি লোৱাঁনা !!

এটি দুটি ৰেখাৰে
সাৱধানতাৰে
নয়ন আঁকা
দূৰদৰ্শী !!

অনাগত দিনৰ
সীমা অসীমৰ সীমা বুজি পোৱা
বক্ষ এখন আঁকি দিয়া,
লক্ষজনে লক্ষ্য পোৱা ;
তুলিকা তুলি লোৱাঁনা !!

[ কলিকতা, ১৯৬৮ ]

## শ্যাম কানু

[ এই গীতটো প্ৰচলিত লোকগীতৰ আলমত ৰচা ]

শ্যাম কানু, সত্যৰ মৰণ নাই।
সাধিলে হেৰোৱা বস্তু, হাততে যে পায়
( ঐ ৰাম ) স্ত্ৰীৰ বাবে স্বামীৰ চৰণ পূত পুণ্য ঠাই।
মাতৃৰ বুকু ভৰে যেবে পুত্ৰই বোলে 'আই' ॥
( ঐ ৰাম ) বন্য জন্তু শান্ত নহয়, সংযম হেৰায়।
মানুহ ৰূপে বন্য হ'লে শোভা যে নেপায় ॥

অগ্নিযুগৰ ফিৰিঙতি তই
গলিগৈ অগনি জ্বলাই
কালিৰ শিশুৰ বাবে তোৰেই আজিক
সঁপিলি শোণিত বোৱাই

ভৱিষ্য পুৰুষৰ বিপ্লৱী মন
জোকাৰি জোকাৰি যায়
শোষণকাৰীৰ গুলী লথিয়াই
শ্বহীদ আজি আগুৱায়।

[ কলিকতা, সাতাইছ নৱেম্বৰ ১৯৭৭ ]

বনজুই কথা ছবিত দিছে।

# দশম অধ্যায়

## প্ৰেম গীত

[ ভূপেন হাজৰিকাই বহু প্ৰেম গীত ৰচে ১৯৪৮-৪৯ চনত গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰত চাকৰি কৰোঁতে। কথিত আছে যে শ্বিলং কেন্দ্ৰৰপৰা তেওঁৰ প্ৰেয়সীয়ে গোৱা গীতবিলাক শুনি তেওঁ সেই গীতৰ কথাৰ উত্তৰ লৰালৰিকৈ লিখি গুৱাহাটী, কেন্দ্ৰৰপৰা গায়, 'অলিয়া বলিয়া মন', 'সুৰ নগৰীৰ সুৰৰ কুমাৰে', 'মোৰ মৰমে মৰম বিচাৰি যায়' আদি গীতৰ এনেদৰেই সৃষ্টি হৈছিল। অঁনাতাৰৰ যোগেদি এনেদৰে প্ৰেম বিনিময় কৰা লোকজন কেনে প্ৰেমিক হ'ব পাৰে তাক কল্পনা কৰা কঠিন নহয়। ]

ডক্টৰ ভূপেন হাজৰিকা এজন প্ৰেমিক মানুহ। তেওঁ বাৰ নে তেৰ বছৰ বয়সতে যি প্ৰেমসাগৰত জঁপিয়াই পৰিছিল, সেই সাগৰৰ নীলাৰ বৈচিত্ৰ্যত তেওঁ এতিয়াও আত্ম বিভোৰ—তেওঁ তাক সাঁতুৰিও পাৰ হ'ব পৰা নাই বা তাৰ প্ৰচণ্ড ঢৌত ডুব যোৱা নাই। তেওঁ কেৱল নাৱৰ লগৰ হেৰোৱা নাৱিকৰ দৰে ক'ৰবাত খোপনি পুতিব নোৱাৰি দিক্‌বিহীন ভাৱে উটি ফুৰিছে। এনে হোৱাৰ এটা কাৰণ হয়তো এয়েই যে তেওঁ যি মুকুতাৰ সন্ধানত বা যি প্ৰেমৰ অন্বেষণত প্ৰেমৰ নীলিম সলিল ৰাশিত নিজকে বিলীন কৰিছিল সেই মুকুতাৰ তেওঁ কোনো সন্ধান নাপালে। তেওঁৰ কিছুমান গীতৰ পৰা এইটো অনুমান কৰিব পাৰি যে তেওঁ সদায়ে এনে এজনী

ধুনীয়া সহৃদয়া অসমীয়া ছোৱালীৰ সপোন দেখিছিল যি তেওঁক ভালদৰে বুজি পাব, যাৰ মৰমত তেওঁ বিশ্বাস কৰিব পাৰিব আৰু যি তেওঁক বৈবাহিক জীৱনত আৱদ্ধ কৰিও মুক্তভাৱে গীত গাই যাবলৈ উৎপ্ৰেৰণা যোগাব। তেওঁ এনে এগৰাকী নাৰীৰ সান্নিধ্য বিচাৰিছিল যাৰ মৰমৰ মাতে নিষ্ঠুৰ জীৱনৰ সংঘাতত অৱসন্ন হোৱা মনটোক আনন্দেৰে ভৰপূৰ কৰিব। তেওঁ এনে ভালপোৱা দিবলৈ আৰু পাবলৈ বিচাৰি আহিছে যি তেওঁৰ আত্মাক মুক্ত কৰিব পাৰে। এই অন্বেষণৰ শ্ৰুতিমধুৰ বিষাদ তেওঁ বহু গীতত বিশেষ ঐকান্তিকতাৰে প্ৰকাশ কৰিছে।

আকাশী গঙ্গা বিচৰা নাই

আকাশী গঙ্গা বিচৰা নাই
নাই বিচৰা স্বৰ্ণ অলঙ্কাৰ
নিষ্ঠুৰ জীৱনৰ সংগ্ৰামত
বিচাৰোঁ মৰমৰ মাত এষাৰ।

মহা মহা সাগৰৰে
কতনা লহৰ লেখিলোঁ
মহা মহা নগৰীতে
কতনা বাট হেৰুৱালোঁ।

মৰম-জ্যোতিৰ পম খেদি খেদি
বোৱালোঁ গুপুতে অশ্ৰুধাৰ
নিষ্ঠুৰ জীৱনৰ সংগ্ৰামত
বিচাৰোঁ মৰমৰ মাত এষাৰ।

হয়তো নিতৌ হেজাৰ জনৰ
হেজাৰ শৰাই পাওঁ
তথাপি কিয় বিশেষ জনৰ
মৰম বিচাৰি যাওঁ।

মহা মহা নাট ঘৰে ঘৰে
কণ্ঠ শোণিত নিগৰালোঁ।
মহা মহা শ্ৰোতা জনতাৰ
মুখত হাঁহি বিৰিঙালোঁ।

ক্ষণিক মৌন পৰত কোনেনো
পাতলাব মোৰ দুখৰে ভাৰ ?
নিষ্ঠুৰ জীৱনৰ সংগ্ৰামত
বিচাৰোঁ মৰমৰ মাত এষাৰ।

[ অক্টোবৰ ১৯৬৩ ]

## নৱ নৱ বহাগ আহে

নৱ নৱ বহাগ আহে
সকফুলে মিচিকি হাঁহে
মনে তোমাক বিয়ায়।
নৱ নৱ মিলন নিশাৰ
সকতৰা জকমকায়
মনে তোমাক বিয়ায়।

স্বপ্ন হৈ ৰচনাত
মেদিনীৰ হাঁহি বঢ়ালা
তুমিয়ে মোৰ আপোন বৰ
সৰগৰ সুৰ সজালা।
নৱ নৱ মোৰ ৰচনাকে
শুনোতাই গুণ গুণায়
মনে তোমাক ধিয়ায়।

ই যে ভাগ্য সু-আৱাহনী
শতবাৰ মানি ললোঁ
অভিজ্ঞতা উপচি পৰে
জলধিত মানসৰো
লেখি লহৰ যে ধুনীয়া
হিয়া যে ৰূপতে নাচে
মনে তোমাক ধিয়ায়।

মুমূর্ষু ৰিক্ত গানে
কত নিৰৱে ভবায়
সেইদিন যে পাৰ হৈ যায়
যি সময় নাহে ঘূনাই
দেখে মিলন বাসনা
অপৰূপ ৰূপ পিয়াসে
মনে তোমাক ধিয়ায়।

[ ভাগ্য (১৯৬৭) কথাছবিত দিছে ]

## সহস্ৰজনে মোক প্ৰশ্ন কৰে

সহস্ৰজনে মোক প্ৰশ্ন কৰে
মোৰ প্ৰেয়সীৰ নাম
মালবিকা নে লিপিকা নে মল্লিকা !
অৰ্থপূৰ্ণভাৱে ঈষৎ হাঁহিৰে কওঁ
'নহয় মালবিকা, লিপিকা বা
হৈমন্তী বা মল্লিকা'

সহস্ৰজনে মোক প্ৰশ্ন কৰে
আমাৰ চেনেহ
আমাৰ মৰম
কিয় ফল্গু হ'ল
বহিৰ্জগতৰ অদেখা

সমিধানত কওঁ
'বুকুতেই সাঁচে কিয়, পৃথিৱীয়ে গৰ্ভতো
অব্যক্ত কত বহ্নিশিখা ।'

বেদৰ মন্ত্ৰেৰে দম্পতী
যদিও নহলোঁ কাহানিও
একেটি পাত্ৰতে জীৱন মদিৰা
পান কৰোঁ আমি তথাপিও ।

সহস্ৰজনে মোক প্ৰশ্ন কৰে
মোৰ মৌন পৰত
জানো প্ৰেৰণাৰে যাচে
জানো নাম তাইৰ জানো মধুচন্দ্ৰিকা ?

সন্নিধানত কওঁ,

'বুকুৰ ৰক্তেৰে

গুপুতে জীয়াই ৰখা

নাম বিহীনা তাই অনামিকা !'

[ 'লটিঘটি' (১৯৬৬) কথাছবিত দিছে। ৰচনা ১৯৫৮ ]

## বহুত দিনৰ আগতে

বহুত দিনৰ আগতে

গধূলিৰ পৰতে

তোমাৰ ৰূপ শিখা দেখা

আজিও পৰে মনত হে।

মোৰে সৰু পঁজাতে

নেমেলা খিড়িকীতে

তুমি আহি মাত দিলা

ধুনীয়া নিশাতে।

ক'লীয়া ধুমুহাতে

কত শত বিপদে

তোমাৰ মোৰে সপোনখিনি

কঁপালে গছকতে।

আমাৰ চেনেহ সাগৰে

দেখি সাহস জোৱাৰে

বিপদৰে ধুমুহাই

পলালে নিমিষতে।

[ খাৰঘুলীৰ ৰাম ভৱনত, ১৯৫০ ]

## মই যেতিয়া এই জীৱনৰ

মই যেতিয়া এই জীৱনৰ
মায়া এৰি গুচি যাম
আশা কৰোঁ মোৰ চিতাৰ কাষত
তোমাৰ সহাঁৰি পাম।

নেলাগে মোৰ সোঁৱৰণী সভা
নেলাগে মিছা নাম
তোমাৰ এটূপি চকুলো পালেই
মই পাম মোৰ দাম।

সমূহৰ বাবে গীত গাই গাই
তোমাক পাহৰি গ'লোঁ
সেয়েহে হবলা ভৰ জীৱনতে
তোমাকো হেৰুৱালোঁ।
সেই ক্ষোভে মোক দহিছে আজিও
শান্তি ক'তেনো পাম ?
তোমাৰ এটূপি চকুলো পালেই
মই পাম মোৰ দাম।

মোৰ জীৱনৰ সংগ্ৰামখিনি
কঁহিয়াই চালে পাম
তুমি নিদিয়া মৰমখিনিতে
আছিলে সৰগী ধাম
সেই সৰগী ধাম খনি মই
তোমাৰ বুকুতে পাম।

[ কলিকতা, ন ফেব্ৰুৱাৰী ১৯৭৮ ]

## মৃত্যু সাৰটি

মৃত্যু সাৰটি
সমাধি তলিত
অকলে আছোঁহি শুই
এতিয়া পুনৰ
আহিছা কিয়
    জ্বলাব কলিজাৰ জুই ?
মৰণ পৰতো
আছিলোঁ দেখোন
তোমাৰ বাটকে চাই
তেতিয়া তুমি
সময় নেপালা
    তোমাৰ আহৰি নাই !

মোৰ মৃতদেহ
বগা কাপোৰেৰে
কোনোবাই ঢাকি দিলে
আন কোনোবাই
গঙ্গা জলেৰে
দেহাটি তিয়াই দিলে
নিশ্চয় তুমি তেতিয়া আছিলা
আনৰ মৰম ছুই
মই আছিলোঁ ক্ষণ গণি গণি
    আশাৰ বৃক্ষ ৰুই !
চিৰ শান্তিৰ কোলাত আহি
পালোঁ মোৰ বিচৰা ঠাই

তুমি কিয় বাৰু এতিয়াও মোক
জোকাবলৈ এৰা নাই ?

জীৱন পাৰৰ কাহিনী সামৰি
তুমি যোৱা কিয় নাই
জীয়া মায়াৰ বান্ধ খুলি ললোঁ।
মৰণ প্ৰেয়সীক পাই।

নোজোকাবা মোক
মিছা হাঁহি মাৰি
ভাল পাওঁ বুলি কৈ
এতিয়াতো পাৰ হ'বতো নোৱাৰোঁ
অসীম মৰণ নৈ।

[ 'চিক্‌মিক্ বিজুলী' (১৯৬৯) কথাছবিত দিছে ]

## মিঠা মিঠা ব'হাগৰ

মিঠা মিঠা
ব'হাগৰ
গীত এটিকে
ৰচোঁ বুলি ভাবিলোঁ।
এনেতে
চুচুক চামাককৈ কাৰ চাপিলা
মই যেন ভাষা পালোঁ।
মিঠা মিঠা ব'হাগৰ।

লুইতত তিওৱা তোমাৰ দেহা
মাহ আৰু হালধিৰ সুবাস ধঁহা
নিচেই কাষতে
পোৱাৰ পিছত
সুৰ যেন হাততে পালোঁ
মিঠা মিঠা ব'হাগৰ।

মোৰ ব'হাগ যেন
এটি সৰু বিহুগীত—
ক'ৰবাত হেৰাই যোৱা—
আজি যেন হঠাতে পোৱা—
একজাক গাভৰুৱে হঠাতে হঁহা—
একজাক বগলী বলিয়া হোৱা
বিহুৱা আবেগে আজি মোক জোকোৱা
মই যেন ধুমুহা হলোঁ
মিঠা মিঠা ব'হাগৰ—

[ কলিকতা, ব'হাগ ১৯৬৫ ]

## তোমাৰ দেখোঁ নাম পত্ৰলেখা

তোমাৰ দেখোঁ নাম পত্ৰলেখা
পত্ৰ তুমি নিলিখা হ'লা।
হয়তো মোৰ পুৰণা ঠিকনা
তোমাৰ মনত নাই॥

হয়তো তুমি তোমাৰ মৰমবোৰ
থৈছা সাঁচি কাৰোবালৈ গুপুতে বুকুতে।
তাত মোৰ ভাগেই নাই,
কিম্বা মোৰ পুৰণা ঠিকনা
তোমাৰ মনত নাই॥

আজি বহু ঋতু পাৰ হৈ গ'ল,
মোৰো মনৰ পত্ৰ বহু লিখা যে নহ'ল।
মোৰ ক্ষমাও যে নাই,
বোধহয় সেয়ে তোমাৰ অভিমানৰ
পৰিধিও নাই॥
মোৰ চিত্ৰ নাট গীত কবিতাত
বিচাৰিলে পাবা চাগৈ পুৰণা ঠিকনা।
তুমি বিচৰাহে নাই,
কিম্বা তোমাৰ ঠিকনা বিচৰাৰ
অৱকাশ নাই॥

পত্ৰলেখা যদি তুমি
মোৰ ঠিকনা সোধা
সমিধানত মৌনতাহে পাবা।
কাৰণ মই এক জিৰণি বিহীন
বেঠুইন হলোঁ জীৱন চাহাৰাৰ
ঠিকনা মোৰ নাই॥

## মৎস্য কূৰ্ম্ম নৰসিংহ

"মৎস্য কূৰ্ম্ম নৰসিংহ
বামন পৰশুৰাম হলিৰাম ৰৰাহ শ্ৰীৰাম
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পায়ে কৰোহোঁ প্ৰণাম"

মোৰে উদং ঘৰখনিৰ
নঙলা খুলিছে
লখিমী উভতি আহি
নিজ হাতে সাৰিছেহি
মোৰে বাহী চোতালখনি
অ' ফুলালে মৰহা পাহি

এন্ধাৰকৈ আকাশত
আকৌ যেন দেখিছোঁ
মৰমী জোনাকৰে ধল
হেকৰা লখিমীক হাততে পাই যেন
সংসাৰ শুৱনি হ'ল।

[ কথাছবি : বনজুই ( কলিকতা, চাব্বিছ নৱেম্বৰ ১৯৭৭ ) ]

ভূপেন হাজৰিকাৰ আশাৰ পাল সমাজৰ সংকীৰ্ণ বিচাৰবুদ্ধিৰ ৰৰদৈচিলাই বিচূৰ্ণ কৰিলে। 'সুৰ নগৰীৰ সুৰৰ কুমাৰ'ত কোৱাৰ দৰে 'ৰূপ' যেন তেওঁৰ প্ৰেয়সীয়ে 'সুৰ'ক হেৰুৱাই বিনালে। কোনোবা পচোৱাই 'সুৰ'ক উৰুৱাই নি কোনো এক এৰা বাটত সংস্থাপিত কৰিলেগৈ—'সুৰ' যেন চিৰ দিনৰ কাৰণেই 'এৰা বাটৰ সুৰ' হ'ল। সেই এৰাবাটত সেই এৰা বাটৰ বাস্তৱতাত তেওঁৰ অন্তৰাত্মা বিকশিত কৰিৰ পৰা এগৰাকী প্ৰেয়সীৰ সান্নিধ্য পাবলৈ হাজৰিকা অসমৰ্থ হ'ল। তাৰ পিছত তেওঁ বৈবাহিক জীৱন আৰম্ভ কৰিলে

তেওঁৰ সক পজাৰ নেমেলা খিড়িকীত এক ধুনীয়া নিশা আহি তেওঁক মাত দিয়া আন এগৰাকীৰ লগত। দুৰ্ভাগ্যবশতঃ, তেওঁৰ বৈবাহিক জীৱন সুখৰ নহ'ল—আশাৰ তৰী যেন নিৰাশাৰ বালিত লাগি ৰ'ল। অভিমান আৰু উপহাসে মৰম চেনেহবোৰক আগুৰি ধৰিলে। আৰু অকলশৰীয়া পথেদি তেওঁৰ মৰমে মৰম বিচাৰি গ'ল।

## সুৰ নগৰীৰ সুৰৰ কুমাৰ

সুৰ নগৰীৰ সুৰৰ কুমাৰে
সপোন সনা ৰামধনুৰ ৰহণ হেৰুৱায়
মিঠা মৰমৰ মিনতি শুনি
চিতালৈ আগুৱায়, ৰহণ হেৰুৱায়।

সৰা শেৱালিৰ শুকুলা বাটত
সুৰ ৰূপ এটি হয়
সুৰৰ কোমল পৰশে ৰূপৰ
আনে পৰাজয়॥

এদিন নিশা পচোৱা আহিল
ৰূপ নিলে উৰুৱাই
সুঁৰ সুৰ বুলি কতনা বিনালে
সুৰও যে কাষতে নাই।

মৰণৰ বাবে চগাৰ মৰম
শিখাই সাৱটি লয়,
নিশাৰ শেষত চগাৰ স্মৃতিত
শিখাও নুমাল, হায়॥

[ গুৱাহাটী, ১৯৪৮ ]

## ঘৰৰ মায়া

[ এই গীতটো ১৯৭৭ চনত অকালতে মৃত্যু হোৱা ভাতৃ জয়ন্তৰ সোঁৱৰণত ৰচিছিল ]

ভাবিছিলো এবুকু ভৰাই ঘৰৰ মায়া পাবা
মায়াৰে কোমল কোলাত ক্ষণিক জিৰাবা
অ' ভাবিছিলো ঘৰ আছে মায়া নাই
সঙ্গীহীনৰ সঙ্গী নাই
ফুলৰ যেন সুগন্ধি নাই
প্ৰদীপ আছে জেউতি নাই,
কাৰ নো মৰম আঁকোৱালি ল'বা ?
সঁহাৰি নাপাবা ।

শ্ৰান্ত বতৰ
ক্লান্ত বায়ু
সুৰও বন্দী হ'ল
আশাৰ তৰী নিৰাশাৰ বালিত লাগি ৰ'ল ।
সকলো আছে কিবা নাই,
জীৱন আছে ৰস নাই,
প্ৰভাত আছে সূৰ্য্য নাই,
শূন্যতে একো যে নাই
কি বিচাৰি ক'লৈ গুচি যাবা ?
সঁহাৰি নাপাবা ।

## ঘৰ মৰিশালি হ'ল

কিনো কপাল সাধি আহিলি বান্ধৈ ঐ
ঘৰ মৰিশালি হ'ল,
আপোন হাতেৰে ফুলনি পাতিলি
থিতাতে মৰহি গ'ল।

আকাশৰ মনেৰে জোনক সাৱটিলি
জোনৰ সুবুজিলি ছল।
জোনও লুকালে জোনাকও পলালে
সৰিছে চকুলোৰ ধল হে॥

গৰু গাই মাউৰা পাৰহো মাউৰা
তাঁতৰ শাল নিমাও মাও হ'ল
পুখুৰীৰ পাৰটো উকা উকা লাগে
সোঁৱৰণী পৰি ৰ'ল॥

মনৰে দাপোণৰ মনৰ মানুহজনী
কিয় নাইকিয়া হ'ল।
মায়াময় পৃথিৱীৰ আগৰে থাপনা
ছেদেলি ভেদেলি হ'ল॥

[ কথাছবি : বনজুই ] (১৯৭৮)

## কাকনো সুঁৱৰি

কাকনো সুঁৱৰি কাকনো বিচাৰি
খাৱ তই হাবাথুৰি
বৈ বৈ হেৰ' হুমুনিয়াহ কাঢ়
বুকু উঠে গুমৰি গুমৰি ॥

কাৰ অভিশাপে কি অনুতাপে
মন উঠে শোকে ভৰি
কাক নিচিনিলি, অ' তই কাক দলিয়ালি
কোন যে গ'লগৈ আঁতৰি ?

কোন ধুমুহাই নিলে উকৱাই
কিবা তোৰ নিলে কাঢ়ি
নোপোৱাটো পালি পায়ও হেৰুৱালি
ক'ত পাবি এতিয়া বিচাৰি ॥

[ 'ধুমুহা' (১৯৫৭) কথাছবিত দিছে ]

## কলিৰ কৃষ্ণ

'কলিৰ কৃষ্ণ'
বুলি নোজোকাবা
'কৃষ্ণ' 'কৃষ্ণ' বুলি নোজোকাবা মোক
মইতো তোমাক আজি মতা নাই ৰাধা বুলি ॥

যোল শ গোপীও নাই
এইয়া কলি কাল
বিচাৰি তোমাকে পালোঁ।
'ভাগ্য ভাল'
'ভাগ্য ভাঁল' বুলি
'কলিৰ কৃষ্ণ' বুলি
নোজোকাবা 'কৃষ্ণ' 'কৃষ্ণ' বুলি ॥

কাষতে লুইতহে আছে
যমুনাও বহু দূৰ
ৰাস পূৰ্ণিমা নাই
এইয়া বিজুলী চাকি
নহ'বা অভিমানিনী
ৰজনী অলপহে বাকী
চোৱা নয়ন মেলি
'কৃষ্ণ' 'কৃষ্ণ' বুলি নোজোকাবা ॥

[ ধেমালিতে লিখা, ১৯৬৬ ]

## মৰম বিচাৰি

মোৰ মৰমে মৰম বিচাৰি যায়
বাৰিষাৰ কেঁচা বানে
মোৰেই কাৰণে আনে
নতুনৰ বৰে নৈ
যুগৰ বতৰা লৈ ॥

অকলশৰীয়া পথেদি মই
শত বিঘিনি ভাঙি
ধূলিৰ ধৰাক সৰগ কৰিম
হেঙুলীয়া বোল লৈ
যুগৰ বতৰা লৈ ॥

মোৰ আকাশত পোৱাৰ তৃপ্তি
নোপোৱাৰ বেদনা নাই
মোৰ মৰমৰ পাৰ ভাঙি আজি
কিহৰ ধুমুহা বয়
যুগৰ বতৰা লৈ ॥

[ গুৱাহাটী, ১৯৪৭]

## সুখী হোৱা তুমি

[ এই গীতটো স্বৰ্গীয় সৰ্বেশ্বৰ চক্ৰৱৰ্তীৰ নাট এখনৰ এটি চৰিত্ৰৰ কাৰণে দিছিল। এই গীতটো হাজৰিকাই তেওঁ ভালপোৱা প্ৰথম প্ৰণয়িনীক উদ্দেশি লিখা ]

দূৰ দিগন্তত ৰিণিকি দেখিছোঁ সৌৱৰণী ৰঙ উষা,
উৰি উৰি মাথোঁ মোৰ দিনান্তক উপলুঙা কৰি ফুৰা ॥

চেনেহ সাগৰ মথিলোঁ কতনা ৰত্নণ জিলিকি পৰা
সেই সাগৰেই ঢালি দিছে আহি মৰণ বিষৰ ধাৰা ॥
জীৱনৰ ভৰ দুপৰীয়াতেই, নিশাই ঢাকিছে ধৰা।
দিনৰ সূৰুয ঢাকি থৈ সবে হেজাৰ পপীয়া তৰা ॥
মৌচাক খনি হিয়াত থাপিলোঁ, তোমাৰ হাতেৰে গঢ়া
শুকুৱালা তুমি অৱহেলাতেই মিঠা মধু ৰহঘৰা ॥
বালি ঘৰটিক কাৰেং বুলি, সজালোঁ ভিতৰ চ'ৰা
ভাঙিলা ছিঙিলা ৰঙৰ ঘৰটি, মোৰ শত আশা ভৰা ॥
মুমুৰাই দিলা মোৰ বন্তিক, জীৱন শলিতা পোৰা,
কাষতে জিলিকে তোমাৰ হাঁহিটি ভুবন বলিয়া কৰা ॥
বিয়া নাম গায় আকাশ খনিয়ে, এন্ধাৰে আৱৰা ধৰা,
মৰণ ৰভাৰ তলিত বহিছোঁ, মই মনে পতা দৰা ॥
নিজৰি নিজৰি কেঁচা তেজ বয়, মোৰ কলিজাৰ পৰা
সিয়েই তোমাৰ কপাল শুৱাওক, হৈ সেন্দূৰীয়া তৰা ॥
কোনো অভিযোগ নাই আজি মোৰ ঘৃণাৰে উপচি পৰা
মোৰ অশ্ৰুৱে বুকুত তোমাৰ, ঢালক সুখৰ নিজৰা।
দিছোঁ আজি মই আশিষ বাণী—আৰু চেনেহৰ ধাৰা
সুখী হোৱা তুমি, মই সাৱটিম পৰাজয়ৰেই কাৰা ॥
তোমাৰ ৰূপৰ ৰামধনু সাজা, জিলিকি উঠক ধৰা
দূৰ দিগন্তত ৰিণিকি দেখিছোঁ সৌৱৰণী বগ উৰা ॥

[ গুৱাহাটী, ১৯৫৪ ]

আমাৰ সমাজত অসুখীয়া দম্পতীক সহায় কৰিবলৈ আগেয়ে যথেষ্ট সুবিধা আছিল। কিন্তু আজিৰ পৰিৱৰ্ত্তিত সমাজত, আজিৰ পশ্চিমীয়া সমাজৰ খণ্ডেকীয়া সম্ভোগৰ জাকজমকতাত ঐতিহ্যৰ পোহৰ নেদেখা সমাজত এনে দম্পতীৰ জীৱন বেছিহে দুৰ্ব্বহ হৈ পৰে। কি মতা, কি মাইকী, কি ডেকা,

কি বুঢ়া আটায়ে সংবাতে দুৰ্ব্বল কৰা স্বামী-স্ত্ৰীক সহায় কৰিবলৈ চেষ্টা নকৰি তেওঁলোকৰ অসুখীয়া জীৱনৰ সুবিধা ল'বলৈহে বিচাৰে।

সুবিধাবাদী প্ৰণয়িনীয়ে ডক্টৰ হাজৰিকাক তেওঁৰ চোঙলৈকে খেদিলে আৰু তেওঁৰ স্ত্ৰী ও সন্তানৰ সমুখতে তেওঁক হেঁচা মাৰি ধৰিলে। ভাৰতৰ এগৰাকী খ্যাতনামা গায়িকাই আহি তেওঁৰ প্ৰতি প্ৰকাশ্যে ভাল পোৱা যাচি ক'লে, 'ভূপেনক মই অসম্ভৱ ভাল পাওঁ, তেওঁৰ মাক-দেউতাক, ভাই-ভনী আৰু ঘৈণীয়েক ভালপোৱাৰ তুলাচনীত যদি এপিনে উঠে আৰু মই আনপিনে উঠোঁ তেনেহ'লে মোৰ পিনেহে তুলাচনীখন দোঁ খাব।' এইয়া হ'ল আজিকালিৰ তুলাচনীৰে জুখিব পৰা ভালপোৱা। আন এগৰাকীয়ে স্বামী ঘৰত নথকা সময়কণত ভূপেন হাজৰিকাক লগ ধৰিবলৈ আহিবলৈ ধৰিলে— মহানগৰীৰ কোলাহলৰ আঁৰত গুপুত প্ৰেমৰ সোৱাদ ল'বলৈ। এদিন হাজৰিকাৰ কোলাত মূৰ থৈ থকা অৱস্থাতে তেওঁক হাজৰিকা পত্নীয়ে দেখা পোৱাত তেওঁ সঙ্কোচিত নহৈ ক'লে, 'ভূপেন! তোমাৰ আৰু মোৰ সম্বন্ধ কিমান দিনৰ তুমি প্ৰিয়মক কৈ দিয়াঁচোন', হাজৰিকা মৌন হ'ল। তাৰ পিছতেই সকলো টালি-টোপোলা বান্ধি প্ৰিয়মে হাজৰিকাক এৰি গুচি আহিল। এইটো ১৯৫৯ চনৰ ঘটনা। তাৰ পিছত হাজৰিকাই দুনাই বৈবাহিক জীৱনত সোমাবলৈ চেষ্টা কৰা নাই। বৈবাহিক পথৰ যোগেদি জীৱনটো এক আধ্যাত্মিক লক্ষ্যতে সুস্থিৰ কৰিব নোৱাৰি তেওঁ অবৈধ প্ৰেম, মিছলীয়া মৰম, গুপুত আলিঙ্গন আদিৰ খন্তেকীয়া মোহতহে আৱদ্ধ হোৱা যেন অনুমান হয়। সেইকাৰণে তেওঁৰ গীতত ইন্দ্ৰিয়াসক্তিৰহে বেছি প্ৰভাৱ পৰিবলৈ ধৰিলে। আজিৰ শিল্পী, বুদ্ধিজীৱী বা সমাজৰ আন বহু লোকে 'নিজৰ আসক্তিবোৰক, বিশেষকৈ যৌন আসক্তিক, হেঁচি ৰাখিব নালাগে' বুলি ফ্ৰয়ডীয় সূত্ৰ বিশ্বাস কৰে, কিন্তু হাজাৰ হাজাৰ বছৰ আগেয়ে এই সূত্ৰকে গ্ৰহণ কৰি হিন্দু সমাজে দিয়া সমিধান 'ইন্দ্ৰিয়াসক্তিবিলাকক দমন নকৰি সেইবিলাক এনেভাৱে পূৰ্ণ কৰা উচিত যে এক আধ্যাত্মিক লক্ষ্য সাধনত সহায় হয়' এই কথাৰ মৰ্ম্ম তেওঁলোকে বুজিবলৈ চেষ্টা নকৰে। ভূপেন হাজৰিকাৰ বহু গীতত আজিৰ সমাজৰ এই দিশটো প্ৰতিস্ফুট হৈছে।

সেয়েহে এনে ইন্দ্ৰিয়াসক্তি প্ৰৱণ গীতবিলাক আমি সামাজিক বিষয়ৰ গীত বুলিহে ধৰিছোঁ। আত্মাই আত্মাৰ প্ৰতি হোৱা আকৰ্ষণকেহে আমি প্ৰেম বুলি ভাবোঁ। আধ্যাত্মিকতা স্পষ্ট হোৱা সম্পৰ্কহে প্ৰেম। যি ডেকা-গাভৰুৰ সম্পৰ্কত এনে আধ্যাত্মিকতা ফুটি ওলাইছে তাকহে আমি প্ৰেম বুলি ধৰা উচিত। প্ৰেম দৈহিক বা ইন্দ্ৰিয়াসক্তিতো প্ৰকাশ পোৱাটো স্বাভাৱিক। কিন্তু দৈহিক বা ইন্দ্ৰিয়াসক্তিৰ প্ৰকাশেই প্ৰেম হ'ব নোৱাৰে। আধ্যাত্মিকতা বিহীন আসক্তিক পশ্চিমীয়া সমাজতহে প্ৰেম বোলা হয়।

ভূপেন হাজৰিকাৰ যিবিলাক গীতত আমি তেওঁৰ প্ৰেম অন্বেষণৰ সন্তেদ পাওঁ বা যিবিলাক গীতত অন্তৰাত্মাৰ উপলব্ধিৰে তেওঁৰ প্ৰেমভাব নিজৰি পৰা দেখোঁ সেইবিলাককহে আমি তেওঁৰ প্ৰেম গীত বুলি ধৰিছোঁ। তেওঁৰ প্ৰেমগীত আৰু ইন্দ্ৰিয়াসক্তিৰ গীতবিলাকে তেওঁৰ সজাগ ইন্দ্ৰিয়াসক্তি আৰু পৈণত মনৰ পৰিচয় দিয়ে। হাজৰিকাৰ আগতে আন কোনোবা অসমীয়া গীতিকাৰ বা কবিয়ে ইন্দ্ৰিয়াসক্তিৰ এনে পৈণত আৰু সুন্দৰ প্ৰকাশ ক্ষমতা প্ৰদৰ্শন কৰা বুলি মোৰ ধাৰণা নহয়। আমাৰ পীৰিতিপূৰ্ণ বিহুগীতৰ ওখোৰা মোখোৰা প্ৰকাশত বনগীতৰ কোমলতা সানি হাজৰিকাই বহু ধুনীয়া ধুনীয়া গীত সৃষ্টি কৰিছে। তেওঁৰ আটাইবিলাক প্ৰেমগীততে এনে এক কোমলতা আৰু এনে এক মৰমৰ সুৰ আছে যে সেইবিলাকে এখন কাঠ-হৃদয়ৰও মৰ্ম্মস্পৰ্শ কৰি তাক গলাব পাৰে।

তদুপৰি তেওঁ কিছু সৰু সৰু প্ৰেম কাহিনীৰ গীতও ৰচিছে। 'গাই বিচৰাৰ ছলেৰে মনৰ মৰম যচা নেপালী যুৱক' বা 'সাঁতুৰি গদাধৰ নৈ' পাৰ হৈ গৌৰীপুৰীয়া গাভৰুৰ মন জয় কৰা কাহিনীত ভালপোৱাৰ এনে এক নিৰ্ম্মল প্ৰকাশ আছে যে আমি সেইবিলাকও প্ৰেমগীত বুলি ধৰিছোঁ। সাধাৰণলোকৰ জীৱনত দেখা প্ৰেমৰ নিৰ্ম্মলতাবোৰ সজীৱ কৰি তেওঁ আমাৰ জাতীয় জীৱনক গৌৰৱান্বিত কৰিছে। লগতে অভিজাতসকলৰ ইন্দ্ৰিয়াসক্তি বা কৃত্ৰিমতাৰ বিপৰীতে এইবিলাকৰপৰা এইটোও স্পষ্ট হয় যে জীৱনৰ বা প্ৰেমৰ অন্বেষণৰ নিৰ্ম্মল অমৃত পান কৰিবলৈ শিক্ষিত বা বুদ্ধিজীৱী হ'বৰ প্ৰয়োজন নাই।

এইটোও মন কৰিব লগীয়া যে বৈবাহিক জীৱনৰ ব্যতিক্ৰমতে হাজৰিকাই জীৱনৰ তিতা-কেহা বা মিঠা সোৱাদবিলাক পালে যদিও তেওঁৰ গীতত লেশমাত্ৰও বিৰহ নাই। এইপিনৰপৰা ডঃ হাজৰিকা সমসাময়িক আৰু তেওঁৰ আগৰ যুগৰ ৰোমান্টিক কবি ও গীতিকাৰ সকলৰ পৰা বহুদূৰ আঁতৰি আছিছে। তেওঁৰ গীতি-কৱিতাত হিয়া-ভঙা ছাটি ফুটি বা দূৰৈৰপৰা নাৰী সৌন্দৰ্য্য চাই আপোন পাহৰা হোৱা ধাতুহীন বা অলপ-ধতুৰা মনোভাৱ নাই। তেওঁৰ বেছিভাগ প্ৰেমগীত বা ইন্দ্ৰিয়াসক্তিৰ গীতত এক দিগ্বিজয়ীৰ মনোভাৱহে পৰিলক্ষিত হৈছে। নাৰীৰ ক্ষেত্ৰত তেওঁ পিছ হোঁহকিও নাহে, আৰু পৰাজয়ও স্বীকাৰ নকৰে। তেওঁৰ কাষলৈ অহা সকলো নাৰী অন্তৰকেই যেন তেওঁ জয় কৰিব—এই প্ৰচেষ্টাত তেওঁ যদি ব্যৰ্থ হয় তেনেহ'লে তেওঁ বিৰহত সন্ন্যাসী নহয় বা ডিঙিত 'চিপজৰী' নলয়। অৱশ্যে নাৰীৰ দেহ মন জয় কৰি তেওঁ কি কৰিবলৈ বিচাৰে তাৰ সমাধান আমি তেওঁৰ গীতত নাপাওঁ। হাজৰিকাই প্ৰেমে আনি দিব পৰা দায়িত্ব ল'বলৈ নিবিচাৰে। সেয়েহে তেওঁৰ গীতত বিজয়ৰ সুৰ আছে যদিও তেওঁৰ জীৱনত প্ৰৱেশ কৰা নাৰীসকলৰ বিষয়ে বিশেষ কোনো সমিধান নাই। তেওঁৰ গীত সৃষ্টিৰ কাৰণেই নাইবা তেওঁৰ নিচিনা উৰণীয়া মৌৱে ক্ষণিক জিৰাবলৈ ছাঁয়া দিবৰ কাৰণেই যেন সেই নাৰীসকলৰ সৃষ্টি হৈছে। তেওঁৰ গীতত আমি নাৰী হৃদয়ৰ সূক্ষ্ম অনুভূতিবোৰ বুজাৰ বা সেইবিলাক অলপ সহানুভূতিৰে বিচাৰ কৰাৰ কোনো প্ৰয়াস নেদেখোঁ। আজি গোটেই পৃথিৱী ব্যাপি নাৰী জাগৰণৰ ঢৌ উঠিছে। নাৰীয়ে নিজকে ব্যক্তি হিচাপে পুৰুষৰ সৈতে সমান অধিকাৰ আৰু সমান মৰ্য্যাদা আদায় কৰিবলৈ পৃথিৱীৰ চুকে-কোণে উদ্গাৰি উঠিছে। এই যুগত নাৰীক কেৱল কাব্যসৃষ্টিৰ সমল বা পুৰুষৰ মানসিক ও শাৰীৰিক প্ৰয়োজনবিলাক পূৰণ কৰাৰ আহিলা বুলি ভবাটো 'বিংশ শতিকাত শোভা' নোপোৱা 'উনবিংশ শতিকাৰ জ্ঞান ধাৰণা' মাথোন।

## অলিয়া বলিয়া মন

অলিয়া বলিয়া মন মোৰ
অলিয়া বলিয়া মন
সুন্দৰ সৃষ্টিকাৰী মই অসুন্দৰহাৰী
নতুনতা মোৰ পণ।

শুৱনি ধৰণী সজাওঁ পৰাওঁ
তুমিয়ে দিয়া তাৰ প্ৰাণ
সাত ৰহণৰ ৰামধনু লৈ
আকাশ কৰিলোঁ ম্লান।

লগৰে লগৰী তুমি হ'বা
মোৰ পথৰ প্ৰেৰণাৰ বল
পুৰণি পৃথিৱীক ন ৰূপ দি
বান্ধি লৈ দুয়োৰে মন।

[ গুৱাহাটী, ১৯৪৮ ]

## মিলনৰ শুভক্ষণ

মিলনৰে এই শুভক্ষণ
পখিলা উৰা দি উৰে মন
মৰমৰে এই আৱাহন
জীৱনৰে মধুৰ লগন

লাজৰ বান্ধোন খুলি যায় যায়
বুকুৰে সহাঁৰি পায় পায়
অমৃতময় জীৱন যেন
হৰ গৌৰীৰ মহা মিলন।

দয়াৱতী পাৰৱতী আই
নধৰিবা দোষ দায়
তোমাৰ আশিষ মাগিছোঁ
তোমাৰ শিখাৰে নাচিছোঁ
উলাহৰ মুকুতি পাই।

প্ৰণয়ৰ পৰিধি নাই নাই
অসীমৰে সীমা এৰি আই
সত্যম্ শিৱম্ সুন্দৰম্
যুগে যুগে আমি তুঁয়ো
তুয়োতে মগন।

[ 'চিকমিক বিজুলী' (১৯৬৯) কথাছবিত দিছে ]

## এটুকুৰা আলসুৱা মেঘ

এটুকুৰা আলসুৱা মেঘ ভাঁহি যায়
মোৰো বনহংসই বাট হেৰুৱায়
মই আছোঁ শাৰদীয় খিড়িকীমুখত
বুকুৰে বিচৰাজনলৈ বাট চাই।

বিজুলী চাকিৰ সৌ তাঁৰবোৰতে
নিয়ঁৰে ওলমি কিবা কথা পাতে
বিশেষ বিন্দুত অঁকা এখনি মুখে
এমুঠি অনুৰাগ দিছে ছটিয়ায়।

মই এক যক্ষ মহানগৰীৰ,
মিছলীয়া মৰমত কাৰাৰুদ্ধ,
সৌৰৱণী শ্ৰাৱণতে আৱদ্ধ।

'নিয়ন' চাকিয়ে আজি চকু টিপিয়ায়
শৰৎ সন্ধ্যা মহানগৰী সজায়
( তাৰে ) মাদকতা সানি আজি লিখিছোঁ চিঠি
চঞ্চল মেঘে যেন তাকে কঢ়িয়ায়।

[ নিজবাপাৰ, বিছ মে' ১৯৬১ ]

## নতুন নিমাতী নিয়ৰবে নিশা

নতুন নিমাতী নিয়ৰবে নিশা
জীৱন জিলিকা জোনাকৰে নিশা
আৰু তুমি নিচেই চিনাকি

মোৰ যৌৱন আজি উচ্ছল
জলমল সৰসীত নাচে পঙ্কজ কামনাৰ
পৰাণ পূৰ্ণ হয় নিশাটি।
নাই বৈভৱ, নাই ৰূপ
নাই নাই, গুণাৱলী
তথাপি সঁপিলোঁ মৰম সিক্ত অঞ্জলি।

মোৰ বক্ষত মধু উত্তাপ ভৰা
কম্পিতা/স্তম্ভিতা/তুমি আজি
জীৱন পূৰ্ণ হয়, নিশাটি।

## মই যেন আজীৱন

মই যেন আজীৱন
উৰণীয়া মোৌ জিৰাবৰ নাই তৰু তৃণ
জিৰণীয়া মৌ দেখি
ভাবোঁ একোদিন
মই কিয় ঠিকনাবিহীন।

কত ৰস চুহিলোঁ অভিজাত কুসুমৰ
বনফুলে যাচিলে ভৰাল ৰসৰ
তিতা ৰসো গোটালোঁ মিঠা বুলি
( পিছে ) তোমাৰ ৰূপৰ ৰস তুলনাবিহীন।

মই বাৰু উৰণীয়া মৌৰেই হলোঁ
মোৰ জানো জিৰাবৰ নাই অধিকাৰ ?
জিৰণি লওঁ যদি তোমাৰ তৃণত
নেজানো ক্ষতি কি হয় কাৰোবাৰ।

এদিন কৈছিলা মোৰ হ'বা শেষ ঠিকনা
সঁচা নকৰিলা সেই কল্পনা
সেয়ে সঞ্চিত মৌ ধৰাত ছটিয়াই
উৰি উৰি হৈ যাম জ্যোতিতে বিলীন—

[ কলিকতা, ১৯৭৫ ]

## হো হো ধুমুহা আহিলেও

হো হো ধুমুহা আহিলেও
আকাশ ক'লামেঘে ছানিলেও
ৰিম্‌ঝিম্‌ বৰষুণ পৰিলেও
তুমি যেন থাকা মোৰ কাষতে।

মোৰ জীৱনৰ প্ৰথম তৰীত
প্ৰথম যাত্ৰী হৈ বহিলা
বুকুৰ তপত উম্‌ যাচি,
ভয়াবহ চাকনৈয়া দেখিলেও
তুমি যেন থাকা মোৰ কাষতে।

শৈশৱ পাৰ হ'ল, কিশোৰ হলোঁ।
কৈশোৰ পাৰ হ'ল, যুৱক হলোঁ।
যৌৱন জোৱাৰত নাও মেলি
আশাৰ পাল ৰূপে তোমাকে পালোঁ।

মোৰ আঁচনিৰ সাগৰতে
সাহসৰ স্বাক্ষৰ কৰিলা
নিৰাশাৰ চকুপানী মচি,
দুঃসহ বেদনাত ভুগিলেও
তুমি যেন থাকা মোৰ কাষতে।

[ কলিকতা, উনৈছ আগষ্ট ১৯৬৪ ]

## নতুন নাগিনী তুমি

নতুন নাগিনী তুমি
কাল নাগিনী
তোমাক ভুলাবলৈ কিমাননো পৰ ?
নীলা গৰল পিয়া
মই নীলকণ্ঠ
অলিয়া বলিয়া মই যাদুকৰ।

সূৰুযৰ স্পৰ্শ ই ঢুকিকে নোপোৱা
শতাব্দীৰ আন্ধাৰে কলিজা কঁপোৱা
অৰণ্য ভাঙিলোঁ কত গুহা ভেদিলোঁ
মই কত দেশ বিদেশৰ সৰ্পিনী বশিলোঁ
তোমাক ভুলাবলৈ কিমাননো পৰ ?

তুমি নাহিবা
তুমি নাহিবা
মোৰ আশে পাশে তুমি নাহিবা
মোৰ সুৰত মন্ত্ৰ আছে
তুমি নাহিবা
মোৰ বশীকৰণ আছে
মোৰ অহঙ্কাৰো আছে
তুমি নাহিবা
তুমি নাহিবা
তুমি নাহিবা ।

তুমি আহিলা
স্বপ্ন প্ৰাপ্ত মই মন্ত্ৰ মাৰিলোঁ
বিষাক্ত মৃত্যুৰ বিষকোষ কাঢ়িলোঁ
মৃত্যু বিজয়ী মই তোমাকে বশিলোঁ
আজি তোমাৰ অলঙ্কাৰ
ডিণ্ডিত পিন্ধিলোঁ ।

[ শিৱসাগৰ, তিনি জানুৱাৰী ১৯৬১ ]

## জীৱনটো যদি অভিনয় হয়

জীৱনটো যদি অভিনয় হয়
যদি অভিনয়তে মৰম ৰয়
সেই মৰমৰ দাম কিমাননো ?
আকাশ এখিলা যদি কাগজ হয়
আৰু জোনটো যদি আচল নহয়
সেই জোনাকৰ ৰহণ কিমাননো ?

বুজিও নুবুজা হৈ আমি
ভুলকে ভাল বুলি বোটলোঁ কিয় ?
বাহিৰে ৰং চং দেখি আমি
কোৱাভাতুৰীকে আদৰোঁ কিয় ?
সেয়ে ক্ষণে ক্ষণে
কান্দো মনে মনে
নিচুকাব নিতৌ কোনেনো ?

বহুৰূপী সাজি সাজি আমি
মিছা মৰমতে সাঁতোৰোঁ কিয় ?
তপত মৰুভূমিতে আমি
মিছা মৰীচিকা খেদোঁনো কিয় ?
সেয়ে কতজনে
নিতে নিতে গণে
পৃথিৱীত সুখী কিমাননো ?

[ কথাছবি : লটিঘটি (১৯৬২) ]

## জীৱন জোৰা খ্যাতিয়ে যদি

জীৱন জোৰা খ্যাতিয়ে যদি জীৱনটোকে খায়
বহুধনৰ লোভে যদি মানুহ পাহৰায়
মানুহ যদি মানুহৰে হয় অন্তৰায়
( তেনে ) দূৰতে থক খ্যাতি আৰু মিছা ব্যৱসায়।

ধনৰ বাবেই মনৰ যদি বেহা বেপাৰ হয়
যৌতুককে সঙ্গী বুলি আঁকোৱালি লয়
( তেনে ) দুটি শৰীৰ একে হ'লেও প্ৰাণটো নভৰে
মুখা পিন্ধি দুয়ো থাকে দুয়োকে ভুলাই
( সেয়ে দূৰতে থক খ্যাতি আৰু মিছা ব্যৱসায়। )

প্ৰেম হেনো স্বৰ্গীয় মৰততে নাই
বোকাকে ভাল পালে হেনো সম্ভ্ৰম হেৰায়
( তেনে ) সৰগৰ পাৰিজাত সৰগতে থাওক
ধন্য হ'ম মই বোকাৰ এপাহ পদুমকে পাই
( সেয়ে ) দূৰতে থক খ্যাতি আৰু মিছা ব্যৱসায়।

[ কলিকতা, চাৰি জানুৱাৰী ১৯৭৭ ]

## পলাশৰে ৰং

পলাশৰে ৰং কোনেনো সানিলে
এই মিঠা সেউজ বননিত
আৰু তোমাৰ কোমল চাৱনিত

জীৱনৰে ৰং পলাশে সানিলে
কোমল কোমল ঘাহঁনিত
আৰু তোমাৰ বুকুখনিত—

যৌৱনৰে এই বলিয়া বানত
তুমিয়ে মযে সাঁতোৰোঁ আহাঁ
মৰমৰে এই এনাজৰীৰে
দুয়ো দুয়োকে বান্ধো আহাঁ

বান্ধ ভাগি গলে হেৰাব সৰগ
ধুমুহা আহিব ধৰণীত।

মনে ভবা কথাটি নাথাকে গুপুত
আৰু কথা থাকিল বহুত

নোকোৱা কথাষাৰি
নোকোৱাকৈ থাকিলেও
ধৰা পৰে তোমাৰ চকুত
নীলা আকাশত আজি আউজি লৈ
হালিছে জালিছে পলাশৰে ফুল
ফুলতো নহয় এইয়া মৰমৰে জুই
নেমানে মৰমে কোনো জাতি কুল

দানৱী বিভেদক মানৱী চেনেহে
কৰিব এদিন পৰাজিত।

[ কথাছবি : পলাশৰ ৰং (১৯৭৬) ]

## মাঘত দেখোঁ

মাঘত দেখোঁ উৰুকা নহয়
তুমি নহ'লে
বহাগ বিহুত ঢোল নাবাজে
তুমি নহ'লে।

শাৰদী পুৱা কহুঁৱা নুফুলে
তুমি নহ'লে
এন্ধাৰ পঁজাত চাকি নজ্বলে
তুমি নহ'লে

প্ৰগতিত দেখোঁ অগতিহে হয়
তুমি নহ'লে
গীত দেখোঁ সুৰীয়া নহয়
তুমি নহ'লে।

বৰষাৰ আকাশত মেঘ নজমে
তুমি নহ'লে
জীৱন লুইতখন থমকিহে ৰয়
তুমি নহ'লে।

জ্ঞান-বিজ্ঞানৰ অৰ্থ নুবুজোঁ
তুমি নহ'লে
পোৱা নোপোৱাৰ সংগ্ৰাম নুবুজোঁ
তুমি নহ'লে।

জীৱনতো কোনো শান্তি নেপাম
তুমি নহ'লে
মৰণতো চাগে ক্লান্তিহে পাম
তুমি নহ'লে।

[ কলিকতা, ছেপ্তেম্বৰ ১৯৭৫ ]

## ধুনীয়া ৰঙৰ নতুন পাহিৰ

ধুনীয়া ৰঙৰ নতুন পাহিৰ
তুমি মোৰ পদূলিৰ কেতেকী ফুল
তাকেই দেখি মই ভোল যাওঁ।

কেতেকী নহওঁ মই সূৰ্য্যমুখী
পুৱাৰ সূৰুয তুমি কত ৰহণৰ
তাৰেই আশাত মই নিশা কটাওঁ।

তোমাৰ চকুৰ বন্তি দেখি
মোৰ মনৰ চগা উৰে

তোমাৰ চগাটি
বুকুৰ উমেৰে সাৱটিবলৈ
মই শলিতা জ্বলাওঁ।

মনৰ সাগৰখনি
তোমাৰ জোৱাৰেৰে
থউকি বাথউকৈ উথলে।

মনৰ আশাৰে ৰামধেনুখনি
তোমাৰ জেউতিৰে উজ্বলে।

মনৰ সাগৰখনে
প্ৰীতি ৰামধেনুখনি
কেতিয়ানো আঁকোৱালি লয় ?

আমি দুয়ো একেলগে জীৱনৰ ফুলনিত
মৰমৰ শেৱালি ফুলাওঁ।

[ কথাছবি : ধুমুহা (১৯৫৭) ]

## তোমাৰ উষা কঁহুৱা কোমল

তোমাৰ উষা কঁহুৱা কোমল
শেৱালি কোমল হাঁহি
হাঁহিয়ে হৃদয় ভৰিলে শুনাই
এটি কিবা মিঠা বাঁহী
শাৰদীয়া চেনেহীৰে
কঁকাল ইমান লাহী।

হঠাৎ আজি গালোঁ মই
মৰম সনা গীত
তাকে শুনি চেনেহীৰে
উখল-মাখল চিত
বালিত নাচে আমাক জোকাই
এটি সৰু বালিমাহী।

ৰুণুক জুণুক সৰা পাতত
নিয়ৰ সৰি পৰে
গালে মুখে নিয়ৰ সানি
খেমালিখন কৰে
শেৱালিৰে বিচনাতে
আমি দুয়ো শুওঁ
শুই শুই মেঘৰ আঁৰৰ
শৰালি গণিলোঁ
এহাল হাঁহে আদৰিলে
হঠাৎ নামি আহি।

## স্নেহে আমাৰ শত শ্ৰাৱণৰ

স্নেহেই আমাৰ শত শ্ৰাৱণৰ
ধাৰাসাৰ বৃষ্টিৰ প্লাৱন আনে—
যৌৱন বাসনাৰ বিক্ষোপকূল
পূৰ্ণ কৰে উন্মত্ত বানে—

নিৰ্জ্জন স্তব্ধ তিমিৰৰ পাৰ ভাঙি
উচ্ছল জীৱনৰ জোৱাৰ আনে
অপৰূপ বাৰিষাৰ তৰঙ্গ ৰাশিয়ে
নাচে নৱ সৃষ্টিৰ গানে।

বিদ্যুত ক্ষিপ্ৰ নয়নে তোমাৰ
মৌন ভাষাৰ উন্মাদনা সানে
নিশ্বাসে মোৰ আশাৰ আশ্বাসত
তৃপ্তিৰ পৰিধি নামানে—

প্ৰীতিদিগবলয়ত গতিশীল গীত গাওঁ
বজ্ৰৰ গৰ্জ্জনে হাৰ মানে
বৃষ্টিৰ তৃষ্ণাই মৌচুমী খেদি যায়
আমাৰ দৃষ্টিয়েও লক্ষ্য জানে।

[ আন্তঃ কলেজ সঙ্গীত সমাৰোহত গোৱা, গুৱাহাটী, ১৯৫৪ ]

## কি কৰোঁ কি কৰোঁ

কি কৰোঁ কি কৰোঁ উপায়
কোৱা বাৰু কি উপায়
ভালপোৱা নিঠুৰ দানৱ
ধৰেছি সদায় বান্ধ
মই নিৰুপায়।

বৰ পোৰণি আছে বান্ধ, ফেটী সাপৰ বিষত
তাৰো অধিক কষ্ট আছে ৰমণীৰ ৰূপত
প্ৰিয়াৰ বাহুলতাৰ অগনি দেখোঁ নুমুমায়—

প্ৰেমজ্বৰ সন্নিপাতৰ নাই কবিৰাজটি
পলাবলৈ গৈ খাওঁ বাৰে বাৰে উজুটি।

শিকলিৰে বান্ধা মন-বহাগৰ কুলি
মন ৰমণীক মন নিদিলে যাব বান্ধোন খুলি—
প্ৰিয়াৰ কাজল চকুৰ চাৱনি ধমনীত সোমায়
কি কৰোঁ কি কৰোঁ উপায়
কোৱা কৰোঁ কি উপায়?

[ নিজৰাপাৰ, বিহু মে, ১৯৬৯ ]

## কাকিনী তামোলৰ

কাকিনী তামোলৰ গুৱনিকৈ পাণ
পদূলি মুখতে আছা মাইজান
তুমি হাঁহি দিলা
আমি হাঁহি দিলোঁ
সেই হাঁহিৰ খলকনিত
এজাক শৰালি হাঁহ উৰি গ'লগৈ।

তামোল সজোৱা চেনেহ মিহলাই
আজি কিনো খাওঁ বুজা দেখোঁ নাই
তুমি খাবা এখন
আমি খাম এখন
সেই মিঠা সোৱাদতে
গুণা ফুলৰ ৰিহাখনি উৰি গ'লগৈ।

কিনো তামোল দিলা মাইজান
গাতে ধৰিলে দেখোঁ মাইজান
বুকু ৰমৰমায়
হিয়া চমচমায়
সেই তপত চাৱনিতে
আমাৰ বুকুৰ পোৰণি বাঢ়ি গ'লগৈ।

[ কলিকতা, ১৭৭৮ ]

## এই বিহুৰ উৰুকা নিশা

এই বিহুৰ উৰুকা নিশা
মোৰ কলিজা পৰিছে ক'লা
চিঠি দিম বুলি চিঠিও নিদিলা
তুমি পৰদেশী হ'লা—

যোৱাটো উৰুকাত কথা দিছিলা
হ'বা মোৰ মনৰে দৰা
পষেকৰ পাছতে গুচি যে গ'লাগৈ
মনটো মোৰ হ'ল যে মৰা
তুমি কিয় যে দূৰলৈ গ'লা ?
চাকৰি বিচাৰি চহৰলে গ'লা
চাকৰি পালা নে নাই ?
আমালে হ'বলা পাহৰি গ'লাগৈ
চহৰৰ ৰূপহী পাই !
মোৰে শপত এখনি চিঠি
দিবাচোন অহাটো ডাকত
তোমাক নেপালেও তোমাক লগে পাম
চিঠিৰে আখৰৰ উমত
তুমি কিয় যে নিলিখা হ'লা ?

[ কলিকতা, তেইছ ফেব্ৰুৱাৰী ১৯৭৯ ]

## অ' বিদেশী বন্ধু

অ' বিদেশী বন্ধু! দুৰ্ভগীয়া!
আজি কিয়নো বন্ধু! অকলশৰীয়া
প্ৰতিধ্বনি শুনো কান্দোনৰ

প্ৰেমৰ সাগৰে জাহাজ মেলিলি
নাপালি কোনো বন্দৰ
সৰু চাকনৈয়াতে বন্দী হ'লি
হেৰুৱালি তোৰ লঙ্গৰ—

চিৰ সেউজতে চামেলী দেখিলি
অতি মনোমুগ্ধকৰ
লিৰিকি বিদাৰি সুগন্ধি লওঁতেই
চামেলী হ'ল গৈ পৰ —

[ কথাছবি : চামেলী মেম চাহেব ( ১৯৭৫ ) ]

## এটি কলি দুটি পাত

এটি কলি
দুটি পাত
ৰতনপুৰ বাগিচাত
লহপহীয়া হাতেৰে কোনেনো ছিঙিলে
অ' কোনেনো ছিঙিলে ?

এন্ধাৰ ক'লা চুলিৰে
জবা ফুলৰ পাহিৰে
পাপৰিবোৰ উৰুৱাই কোনেনো হাঁহিলে
অ' কোনেনো হাঁহিলে ?

জুগনু আৰু লছমীৰে
বিয়াৰ দিনাৰ ঝুমুৰে
ৰতনপুৰ বাগিচাত জোৱাৰ তুলিলে
অ' জোৱাৰও তুলিলে।

জুগনু আৰু লছমীৰে
মৰমখিনিৰ ৰূপেৰে
এটি সৰু কেঁচুৱাই পঁজা উজ্বলালে
অ' পঁজা উজ্বলালে।

জুগনু আজি এটি পাত
লছমী আজি এটি পাত
কেঁচুৱাটি সৰু কলি ভাগৰি পৰিলে
অ' ভাগৰি পৰিলে।

সেই মানুহ কলি দুটি পাত
ৰতনপুৰ বাগিচাত
অকালতে ছিঙিবলৈ পিশাচও আহিলে
অ' পিশাচও আহিলে।

দুটি পাতৰ লটিঘটিত
আলফুলীয়া কেঁচুৱাটিৰ

আশাৰ চাকি ঢাকি কোন পিশাচে হাঁহিলে
অ' পিশাচে হাঁহিলে।

তাম বৰণৰ দেহাৰে
সবল সুঠাম বাহুৰে
ঢম ঢমা ঢম্ মাদল বজাই কোনেনো নাচিলে
অ' হেজাৰে নাচিলে।

নতুন তুফান আহিলে হেজাৰ মাদল বাজিলে
সেই মাদলেৰ সাহস দেখি পিশাচও পলালে
অ' পিশাচও পলালে।

[ গুৱাহাটী, ১৯৫৫ ]

## জনকপুৰৰ জানকী

জনকপুৰৰ জানকীয়ে
মিচিক মাচাক হাঁহে
ৰতনপুৰৰ বুধু আজি তাইৰ পিনে আহে।

বুধুৰ গলত ৰঙা ৰুমাল
বাহুত তামৰ তাবিজ
ক'লা চুলিত কত যে ভাজ
দেহত ৰঙীণ কামিজ
কাজল সনা চকু দুটাই হাঁহে।
জানকীৰে লাহী কঁকাল
বতাহতে হালে

হৰিণী যেন চকু দুটি
মিচিক মাচাক হাঁহে
সাত সাগৰৰ ঢৌত যেন ভাঁহে।
কাণত লৰে চৰে কৰে
দুটি ৰূপৰ ঝুমকা
খোজে পতি কিবা বাজে
থুনুক থুনুক থুনুকা
কিহৰ ভৰত খোঁপাটি তাইৰ খহে।

কোমল ৰঙা ওঁঠ দুটি
যেন চাহৰ কুঁহিপাত
ঝুমুৰৰ সুৰ যেন
বহাগী কুলিৰে মাত
শুনি বুধুৰ কলিজাটি দহে।

চাহ গছৰ মাজে মাজে
দূৰণিলৈ যোৱা বাট
তাৰে মূৰত শনিবাৰে
বহে এখন ধুনীয়া হাট
তাৰে পৰা বুধু আজি আহে
কি বা আনে কি বা নানে
জানকীয়ে নেজানে
চকুত মাথোঁ সপোনটি ভাঁহে।

[ 'এৰা বাটৰ সুৰ' ( ১৯৫৬ ) কথাছবিত দিছে। ]

## শ্বিলঙৰ মনালিছা

শ্বিলঙৰ মনালিছা লিংডো
তোমাৰ হাতৰ গীটাৰখনিত
হিলিবিলি মিউজিক বজাই যোৱা।

মনালিছা, মনালিছা
তোমাক স্ৰজিলে কোন লিওনাৰ্দ'ই
কেনেকৈ হ'লা তুমি ইমান ধুনীয়া ?

মনত আছেনে
তুয়ো গৰথীয়া শ্বৰাতিৰ সুৰে সুৰে
কিন্ কিন্ বৰষুণে বৰষুণে ভিজা
শ্বিলং পিকত সেই দেওবাৰে পুৱা ?

তুমি আজি লাবানৰ ক'ৰবাত
আৰু ৰাজধানী সললিৰ পিছত আহি
হলোঁ এতিয়া দিছপুৰীয়া—

ক্ৰিছেনথিমাম্ যিমানে ৰঙা
মোৰ, তোমাৰ সোঁৱৰণীও সিমানে ৰঙা
মনালিছা

নংপোলৈ
এবাৰ আহাঁনা
আৰু ময়ো যাম ছুটী পালে নংপোলৈ
মন দিম মন নিম
গীটাৰৰ সুৰে সুৰে
অদূৰ মধুৰ কোনোবা ৰাতিপুৱা—

[ শ্বিলং, ১৯৬৫ ]

---

শ্বৰাতি-বাঁহৰ বাঁহী।

## গৌৰীপুৰীয়া গাভৰু

গৌৰীপুৰীয়া গাভৰু দেখিলোঁ।
হাতী ধৰিবলৈ গৈ
হাতীও ধৰিলোঁ। তাইকো মুহিলোঁ।
সাঁতুৰি গদাধৰ নৈ হে
মহলৰ কাষতে নৈৰ পাৰতে
আছিলে অকলে বৈ হে

গোৱালপাৰাৰ হাতী মহল, মাউত নানাস্থানৰ
তাৰেই মাজতে মাথোন মই, শিৱসাগৰৰ গাঁৱৰ
সেইয়ে গভীৰ হাবিত গাইছিলোঁ, বিহু বহাগৰ :

'পৰ্ব্বতে পৰ্ব্বতে বগাব পাৰোঁ মই
লতানো বগাবলৈ টান
বলিয়া হাতীকো বলাব পাৰোঁ মই
তোমাকনো বলাবলৈ টান।'

গাভৰুৰ বলালোঁ মন, লতাও বগালোঁ
বিহু গায়েই অচিন সুন্দৰীৰ চিত হৰি নিলোঁ
কষ্ট কৰিলে ৰত্ন মিলিব, কথাটি শিকিলোঁ—

তেজক পানী কৰি কৰি হস্তিনী ধৰিলোঁ
ধৰাৰ পিছত মহলদাৰৰ মাননি লভিলোঁ
সেয়ে কইনাক দেখুৱামগৈ দিখৌ নৈৰে পাৰ।

[গৌৰীপুৰ, ১৯৭৯]

## ৰাধাচূড়াৰ ফুল গুজি

ৰাধাচূড়াৰ ফুল গুজি ৰাধাপুৰৰ ৰাধিকা
চাহ বাগিচাত ঝুমুৰ নাচি জুগনুক যাচে ফটিকা।
সেই ফটিকা প্ৰেম ফটিকা
তাত ভেজাল ভেজাল একো নাই
কৃষ্ণচূড়া ৰঙৰ দৰে সঁচা ৰঙ ছটিয়ায়
জুগনু বোলা শিৰীষ গছত
ৰাধা যেন লতিকা—

সোণাৰুৰে হালধীয়া থোপাথুপি ফুল
আইনা দেখি খোপা বান্ধি ৰাধা বিয়াকুল—
জুগনুৰ দেহা কুন্দত কটা
মাদল কাঠৰ ৰং
তাকে দেখি ৰাধাই হাঁহে
কত যে তাইৰ ঢং

জুগনু বিহীন সময়খিনি ৰাধাৰ যেন শতিকা
চাহ বাগিচাত ঝুমুৰ নাচি জুগনুক যাচে ফটিকা।

[ নিজৰাপাৰ, ১৯৬৯ ]

## ৰুম জুম নেপুৰ বজাই

ৰুম জুম নেপুৰ বজাই
ঝুম ঝুম ঝুম ঝুমুকা কঁপাই
ৰূপচী নৈৰ পাৰেদি
কোন চাওতালী গাভৰু যায়।

তাইৰ অঙ্গে অঙ্গে শোভা
তাইৰ ৰূপ মনোলোভা
হৰিণী চাৱনিৰ
চেনেহ সৰি যায়।
কৃষ্ণকলি বাগিচাৰ
কৃষ্ণাই বোলা ডেকাই যে
ৰঙামাটিৰ ঘাটতে তাইক
দেখা দিয়াৰ কথা যে

সেই ৰঙা ৰঙা পাৰিৰ
হালধীয়া শাৰীৰ
আঁচল কামুৰি তাই
দূৰণিলৈ চায়।

ঝিৰ্ ঝিৰ্ ঝিৰ্ নৈতে পৰি
তাই কিয় সাঁতুৰিলে
নিজৰ ছাঁয়াকে নিজে
সাৱটি ধৰিলে।

কাজল সনা চকুতে
তাই বিজুলী খেলিলে
কৃষ্ণকলিৰ কৃষ্ণাই
ভোটোঙাই ওলালে

তাই ক'লৈনো সাঁতোৰে
তাই লাজতহে মৰে
মিচিকি হাঁহিৰে তাই
ৰূপ লুকুৱালে

কৃষ্ণকলি কৃষ্ণাই
বুকুৰ মৰম জনাই
জিলমিল জিলমিল পানীতে
তাইক আঁকোৱালি ধৰিলে।
[ কৃষ্ণকলি বাগিচা ( গোৱালপাৰা ), ১৯৫০ ]

## ফুট গধূলিতে

ফুট গধূলিতে
কপিলী খুটিত
কোন গোৰ্খালী গাভৰুৰ গাইজনী হেৰাল।

গাইজনীনো কেনে
তুলনা যে নাই
হেনো সেই চাপৰিত তাইৰ মান গাখীৰতী নাই

কাঞ্চীয়ে ৰিঙিয়ায়,
'অ' বগী গাই,
অ' লছমী গাই
তুমি দেখোন নাহিলে ব্যৱসায়ও নাই',
সেই মিঠামাতৰ চিএগ্ৰৰে কপিলী কঁপায়।

তাইৰ ৰূপতীৰ্থৰ যাত্ৰী
এজন মাথোন আছে
গাঁও তাৰ ক্ষেত্ৰী
সি নলবাহাদুৰ ছেত্ৰী
গাই বিচৰাৰ ছলে মনৰ মৰম যাচে
সেই মৰম দেখি কাঞ্চীজনী ৰঙা পৰি যায়।

নল খাগৰিৰ মাজতে
সি গাই বিচাৰি পালে
গাই বিচাৰি পাই
তাইক গাইজনী দিলে
গাইজনীয়েও আনন্দতে গো-ধূলি উৰায়।

[ নগাঁৱৰপৰা গুৱাহাটীলৈ অহা বাটত, ১৭৫৫ ]

## বহাগৰে প্ৰথম পুৱা

বহাগৰে প্ৰথম পুৱা
নকৈ গাভৰু হোৱা
এপাহি কপৌ ফুলে
কাণে কাণে ভোমোৰাক যেন ক'লে, ক'লে ঃ
মই ফুলিলোঁ হে
এই ফুলিলোঁ হে
( মোৰ ) পাতগাভৰুৰ মন
কুমলীয়া মই, একোকে নাজানো
নুশুহিবা মধুকণ।

যোৱাঁনা আন ফুলৰ ফালে
সিহঁত আগতে ফুলিলে
কৃষ্ণচূড়াৰ মৌ চুহা না
এজাৰেও বুকু উদঙালে।
ফুলি আছে, দেখা নাই জানো
ধুনীয়া ফুলনি খন ?

বিহুৱা ঢোলৰ লগতে সোঁৱা
নাচনীৰ দেহাৰ লাস চোৱাঁ।
বহাগতে বলিয়া হোৱা
পাত গাভৰুৰ লাজ চোৱাঁ।

'পাতগাভৰুৰ লেখিয়া মই
এপাহ কপৌ ফুল হে মই
মোক নকৰা আমনিখন।'

[ কলিকতা, দুই মাৰ্চ্চ, ১৯৭৯ ]

## বিয়াৰ নিশাৰ

( তুমি ) বিয়াৰ নিশাৰ
শয়ন পাটীৰ এপাহি ৰজনীগন্ধা
( তোমাৰ ) মূল্য এনিশাৰ—
পিছৰ দিনা
সূৰুয উঠাৰ পিছৰ বাহী শয্যাত
( তুমি ) মূল্য বিহীন ভাৰ—
তুমি ফুলিছিলা আশাৰে বহুত
আঁচনিকে লৈ
গন্ধবিহীন কক্ষতে তুমি
সুৰভি বিলাববলৈ—
মালীয়ে তোমাক ছিঙাৰ পিছত
কিয় কৰা হাহাকাৰ
এপাহি ৰজনী গন্ধা ( তোমাৰ )
মূল্য এনিশাৰ—

পাতগাভৰুৰে ফুলশয্যা তোমাৰেই সজালে
কইনা দ্ৰব্যই আলফুলে তোমাকেই পৰশিলে—
( পিছে ) পুৱাতে তোমাক সাৰি পুচি দেখোঁ
নিৰ্বিচাৰে এটি বাৰ—
( তুমি ) এপাহি ৰজনী গন্ধা ( তোমাৰ )
মূল্য এনিশাৰ—

[ কলিকতা, এক আগষ্ট, ১৯৭৮ ]

## একাদশ অধ্যায়

## জাতীয় প্ৰেমৰ গীত

ডক্টৰ ভূপেন হাজৰিকাৰ মাতৃ তেওঁৰ অতিশয় প্ৰিয়। তেওঁ তেওঁৰ জন্মদাত্ৰীক জ্ঞানদায়িনী ৰূপে দেখে। মাকৰ প্ৰতি তেওঁৰ অপৰিসীম চেনেহ। তেওঁৰ বহু গীতত মাতৃৰ প্ৰতি এই চেনেহ প্ৰকাশ পাইছে। তেওঁৰ জন্মভূমি অসমকও তেওঁ মাতৃৰ ৰূপতে দেখিছিল। ৰূপহী অসমী আইৰ প্ৰতিও ভূপেন হাজৰিকাৰ অপৰিসীম অকৃত্ৰিম চেনেহ। অসমী আইৰ প্ৰতি থকা তেওঁৰ এই চেনেহ এই প্ৰেম নানা ৰূপত নানা গীতত প্ৰকাশ পাইছে। অসমৰ ছবিবিলাক অসমৰ স্মৃতিবিলাক তেওঁৰ মানসপটত ভুমুকি মৰাৰ দৰে তেওঁৰ গীততো সঘনাই ভুমুকি মাৰে। ভূপেন হাজৰিকাৰ গীত অসমীয়া ৰাইজৰ ইমান প্ৰিয় হোৱাৰ ই এক অন্যতম কাৰণ। তেওঁৰ গীতে প্ৰত্যেক অসমীয়াৰ হৃদয়তে অসমৰ ছবিখন বিশেষভাৱে সজীৱ কৰি ৰাখে। এই কথা হয়তো অসমীয়া ভাষা কৃষ্টি আদি ভালপোৱা প্ৰবসুৱা অসমীয়াসকলে বেছি ভালদৰে বুজি পায়। অসমৰ বাহিৰত বাস কৰা এই অসমীয়াসকলৰ কাৰণে ভূপেন হাজৰিকাৰ গীতেই অসম আৰু অসমীয়া জাতীয় জীৱনৰ লগত একমাত্ৰ সেতু।

অৱশ্যে ভূপেন হাজৰিকাৰ অসম বৰ্ত্তমানৰ ৰাজনৈতিক অসম নহয়। তেওঁৰ অসম ভাৰতৰ পূৰ্ব্ব দিশৰ "সূৰ্য্য উঠা দেশ", বিশাল ব্ৰহ্মপুত্ৰ আৰু গিৰিৰাজ

হিমালয়ৰ "ওখৰা মোখৰা সেউজীয়া লহৰ পতা" ঠাল-ঠেঙুলিৰে সেই অলকাপুৰী অসম। সেই প্ৰাকৃতিক সৌন্দৰ্য্যৰ ঐশ্বৰ্য্যপুৰা অসমৰ আত্মা যেন অসমীয়া লোকসকলক বাদ দি তেওঁ অসমৰ সৌন্দৰ্য পূৰ্ণৰূপে নেদেখে। তাতে ডক্টৰ হাজৰিকা হৈছে মানৱ-প্ৰেমী—মানৱীয় মৰম, সহৃদয়তা, সহানুভূতি আদিয়েই তেওঁৰ ধৰ্ম্ম। অসমৰ মানুহবিলাকৰ জীৱনৰ সৰু-সুৰা কাহিনীবোৰেও তেওঁৰ মনপ্ৰাণ আকৰ্ষণ কৰে। সেই কাহিনী দুখৰেই হওক, শোকৰেই হওক বা আনন্দৰেই হওক মানৱীয় কোমলতাৰে তাৰ গীত ৰচি হাজৰিকাই অসমীয়া গীতি সাহিত্যত এক নতুন যুগৰ সূচনা কৰিছে। শঙ্কৰদেৱ আৰু মাধৱদেৱে ভক্তিৰ গীত গাই গাই আত্মহাৰা হোৱাৰ দৰে অসমী আই আৰু অসমীয়াৰ প্ৰতি থকা বিশেষ মৰমৰ গীত গাই ভূপেন হাজৰিকা আত্মহাৰা।

এইখিনিতে উল্লেখযোগ্য যে 'বুকু হম হম কৰে' গীতটো তেওঁ ১৯৬২ চনৰ চীনৰ আক্ৰমণৰ সময়ত ৰচা। চীনা সৈন্য আহি তেজপুৰৰ কাষ পোৱাত অসমত সন্ত্ৰাসৰ সৃষ্টি হ'ল। তেজপুৰৰপৰা প্ৰথমে নেতাসকল ও উচ্চ বিষয়াসকল আৰু তাৰ পিছত বহু নাগৰিক যেয়ে যেনেকৈ পাৰে পলালে। সেই সময়ত হাজৰিকাৰ অসুস্থ মাকও তেজপুৰতে আছিল আৰু তেওঁ নিজে কলিকতাত আৱদ্ধ হ'ব লগীয়াত পৰিছিল। এপিনে নিজৰ অতি পূজনীয়া মাতৃৰ দুৰৱস্থাৰ আৰু আনপিনে দেশমাতৃৰ সম্ভাৱনীয় দুৰ্গতিৰ ভয়ত তেওঁৰ বুকু হম হম কৰিবলৈ ধৰিলে। সেই দুৰ্যোগৰ পটভূমিত ৰচা এই গীতটোত নিজৰ মাতৃৰ ৰূপত দেখা অসমী আইৰ প্ৰতি আৰু অসমী আইৰ ৰূপত দেখা তেওঁৰ মাতৃৰ প্ৰতি প্ৰেমৰ এক অতুলনীয় আন্তৰিক অভিব্যক্তি আছে।

এইটোও উল্লেখযোগ্য যে ভূপেন হাজৰিকাই অসমৰ পৰ্ব্বতে ভৈয়ামে বাস কৰা থলুৱা লোকসকল আৰু অসমকে মাতৃভূমি বুলি গ্ৰহণ কৰা নতুন লোকসকলকো 'অসমীয়া' বুলি গ্ৰহণ কৰে। পৰ্ব্বত-ভৈয়াম সম্প্ৰীতি দেখিলে তেওঁ নথৈ আনন্দিত হয়।

স্বাধীনতাৰ আগে আগে আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ অসমৰ মুখ্যমন্ত্ৰী হৈ থকা দিন কেইটাত অসমৰ পিছপৰা পৰ্ব্বতীয়া ভাইসকলৰ জীৱন উন্নত

কৰিবলৈ এক আন্তৰিক প্ৰচেষ্টা চলিছিল আৰু সেই অবিভক্ত অসমত পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিৰ ভাব বিৰাজ কৰিছিল। কিন্তু, শ্ৰীবিষ্ণুৰাম মেধি অসমৰ মুখ্য মন্ত্ৰী হোৱাৰ পিছত হঠাৎ এই আন্তৰিক প্ৰচেষ্টাৰ সামৰণি পৰিল আৰু পৰ্ব্বত ভৈয়ামৰ চেনেহ এনাজৰীডাল ছিগি গ'ল। ছিলঙত বিষ্ণুপুৰ, মতিনগৰ আদি প্ৰতিষ্ঠা হ'ল কিন্তু পৰ্ব্বতীয়া ভাইসকলৰ ভৈয়ামৰ অসমীয়াসকলৰ ওপৰত সন্দেহ হ'ল এই ভাবিয়েই যে তেওঁলোকৰ আশা-আকাঙ্ক্ষাবোৰত ভৈয়ামৰ লোকসকল সহায় নহৈ হয়তো হেঙাৰহে হ'ব। অসমৰ পৰ্ব্বতীয়া লোকসকলে বিদ্ৰোহ আৰম্ভ কৰিলে। ফলস্বৰূপে আগৰ অসম এতিয়া ডোখৰ ডোখৰ হ'ল।

এইবিলাকৰ মাজত একমাত্ৰ ভূপেন হাজৰিকাই সদায় পৰ্ব্বত-ভৈয়ামৰ গীত গাই আহিছে। লোকপ্ৰিয় বৰদলৈৰ মৃত্যুৰ পিছত আন্তৰিকভাৱে পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিৰ কাৰণে ডক্টৰ ভূপেন হাজৰিকাৰদৰে আন কোনো অসমীয়া নেতাই কেতিয়াও খটা নাই। পৰ্ব্বত ভৈয়াম সম্প্ৰীতিৰ অবিহনে অসমৰ শ্ৰী হানি হ'ব বুলি আৰু অসমৰ ভৱিষ্যত বিপন্ন হ'ব বুলি হাজৰিকাই ভালদৰে জানিছিল। তেওঁৰ কেবাটাও গীতত এনে সম্প্ৰীতি প্ৰতিষ্ঠাৰ বাবে আহ্বান শুনা যায়। অসমৰ পৰ্ব্বত আৰু ভৈয়ামৰ ৰাইজ ও নেতাসকলে এই গীতবিলাকৰ কাতৰ আহ্বানৰ প্ৰতি কাণ দিয়া হ'লে হয়তো আজিৰ অসম, অৰুণাচল, মেঘালয়, নগালেণ্ড, মণিপুৰ, মিজোৰাম আদিৰ লোকে এতিয়া হিয়া ভুকুৱাব লগীয়া নহ'লহেঁতেন।

## অসম আমাৰ ৰূপহী

অসম আমাৰ ৰূপহী, গুণৰো নাই শেষ
ভাৰতৰে পূৰ্ব্ব দিশৰ সূৰ্য্য উঠা দেশ ।

গোটেই জীৱন বিচাৰিলেও
অলেখ দিবস ৰাতি
অসম দেশৰ দৰে নেপাওঁ
ইমান ৰসাল মাটি ।

চিৰ বিনন্দীয়া তোমাৰ সেউজ পৰিবেশ
ভাৰতৰে পূৰ্ব্ব দিশৰ সূৰ্য্য উঠা দেশ ।

বহাগতে আমাৰে আই
মহুৰা হৈ ঘূৰে
মাঘত সোণৰ হাতেৰে
লখিমী আদৰে ।

শৰৎ নিশাই তৰাৰে সজায় আইৰে কেশ
ভাৰতৰে পূৰ্ব্ব দিশৰ সূৰ্য্য উঠা দেশ ।

পাহাৰ ভৈয়াম একে কৰা ৰামধনুৰেই দৰে
তোমাৰ ভাষাৰ মৰমবোৰে মিলন সেতু গঢ়ে
লৌহিত্যৰে বহল পাৰক প্ৰণিপাত কৰোঁ
জন্ম ললোঁ ইয়াতেই, ইয়াতে যেন মৰোঁ

পাম ক'ত এনে মধুৰ ৰূপৰ সমাবেশ
ভাৰতৰে পূৰ্ব্ব দিশৰ সূৰ্য্য উঠা দেশ ।

[ বোম্বাই, ১৯৬৯ ]

## তুমিয়ে মোৰ

তুমিয়ে মোৰ কল্পনাৰে হৰিণী নয়না
তুমিয়ে মোৰ জীৱনৰে মধুৰ্ আল্পনা
তোমাৰ বাবেই মোৰেই সুৰৰ কতনা মূৰ্চ্ছনা
তুমি জানা নে নাজানা ?

জীৱন ৰণাঙ্গনত তুমি সাহসৰে তীৰ্থভূমি
পৰাজয়ৰ নিৰাশাতো তুমিয়ে সান্ত্বনা
তুমি জানা নে নাজানা ?

জীৱন বনৰ গভীৰতাত উৎস তুমি সেউজৰে
সেই সেউজত সুন্দৰতাও তোমাৰে হাঁহিৰে
ভাৰতৰে পূব্ আকাশৰ, জেউতি তুমি ন সূৰুযৰ
তোমাৰ পোহৰ অবিহনে বৃথা পৰিকল্পনা—
তুমি জানা নে নাজানা ?

[ কলিকতা, ১৯৫৮ ]

## জোনাকৰে ৰাতি

জোনাকৰে ৰাতি অসমীৰে মাটি
জিলিকি জিলিকি পৰে।
মলয়াৰে ছাটি দুহাতে সাৱটি
ধুনীয়া মালতী সৰে।

এইখন দেশ মোৰ তেনেই আপোন,
নিতে নিতে আনে নতুন সপোন
আমাৰ গাঁৱৰে সৰু জুৰিটিত তৰাই ধেমালি কৰে
আশাৰ চাকি জ্বলে দুখীয়াৰ ঘৰে ঘৰে।

তাকে দেখি এন্ধাৰবোৰে
আমাৰ গাঁও এৰে।

আমাৰে দেশৰ বোৱতী সুঁতিক
বাধা দিব কোনে পাৰে ?
আগলতি কলাপাত লৰে চৰে
মনৰ পখিটি মোৰ উৰে উৰে
কোন চিফুঙৰ সুৰে সুৰে।

[ 'এৰা বাটৰ সুৰ' ( ১৯৫৬ ) কথাছবিত দিছে ]

## জিলিকাব লুইতৰে পাৰ

জিলিকাব লুইতৰে পাৰ
আন্ধাৰৰ ভেটা ভাঙি
প্ৰাগজ্যোতিষত বয়
জেউতি নিজৰাৰে ধাৰ
শত শত বন্তিৰ
জ্ঞানৰে দীপালীয়ে
জিলিকাব লুইতৰে পাৰ।

সাঁচিপাতে ভাষা দিব
চিফুঙে আশা দিব
ৰংঘৰে মেলিব দুৱাৰ।

সমাজে সাৱটিব
মহান মানৱতা
বিজ্ঞানে আনিব জোৱাৰ।

নতুনৰ গতি খেদা
ডেকা গাভৰু আমি
নিৰ্ভীক কুৰি শতিকাৰ

অজ্ঞান চাকনৈয়া
এফলীয়া কৰি থৈ
মাৰি যাওঁ জীৱনৰ ডাঁৱ।

[ গুৱাহাটী বিশ্ববিদ্যালয়—জালুকবাৰীত মুকলি কৰাৰ দিনা ৰচিত, ১৯৫৪ ]

## আকাশী যানেৰে

আকাশী যানেৰে
উৰণীয়া মনেৰে
দোকমোকালিতে
পচিমেৰ পৰা, বঙ্গৰ পৰা, মাৰিলোঁ উৰা
মোৰ লক্ষ্যস্থান হ'ল তেজপুৰ

মই লাহে লাহে ধৰিত্ৰী এৰিলোঁ
মই উৰি উৰি মেঘকে ঢাকিলোঁ
মোৰ মন গৈ আজি দেখোঁ বিমান হ'ল
মোৰ বিমানখনি দেখোঁ কল্পনা হে
কাৰ মিঠা মাতে কৰে মোক আত্মহাৰা
শুনি চিনাকি সুৰদী সুৰ

পদ্মা নৈ, অ' পদ্মা নৈ
পদ্মা নৈৰে ওপৰেদি আমাৰ বিমান দুৰে
হঠাতে ভুমুকি মাৰে গৌৰীশঙ্কৰে

ধৱল ধৱল গিৰি শিখৰত প্ৰভাতীৰ ৰূপ চৰে
কাঞ্চনজঙ্ঘাৰ কাষেদি আমাৰ বিমান আজি ঘূৰে
কেতিয়ানো শুনিমগৈ চিনাকি সুৰ

তলত দেখিলোঁ মই গাৰো পাহাৰ
সেইয়া যেন ক'ৰবাৰ সেউজ সাগৰ
ওখৰা মোখৰা কতনা লহৰ
অলপ আগুৱালোঁ, অলপ নামিলোঁ
সোঁৱা কিবা চিনাকি দৃশ্য দেখিলোঁ
কি সেই ধুনীয়া অলকাপুৰী
গুৱাহাটী
মহানগৰী
সৃষ্টিৰ আদিতে জেউতি বিলোৱা প্ৰাগজ্যোতিষপুৰ!

অকোৱা পকোৱা গামোচা এখন
যেন বালিত মেলি থোৱা আছে
সেইখন গামোচা ব্ৰহ্মপুত্ৰ
শীততে ৰ'দ হে পুৱাইছে
জঁপিয়াই বালিভোজ খাম
আজিৰ বিহুগীত গাম
মোৰ মন চকু পৰিলে জুৰ
ক'ত আছে অগ্নি গড়
ক'ত মোৰ উষা নগৰ
পাম যেন পাম মোৰ উষা নগৰ
মায়াবিনী বিমানখনি হ'ল চিত্ৰলেখীজনা,
কঢ়িয়াই আনিছে উষাৰ পুৰলৈ
মই নিজেই যেন অনিৰুদ্ধ কোঁৱৰ

মায়াৰে খুলিম মই ৰুদ্ধ দুৱাৰ
জ্যোতি নাটকৰ মই ৰূপৰ কোঁৱৰ
সৌৱা কুঁৱৰী সদ্যস্নাতা উষাই
কেশৰ মেঘালী মেলি
মোলৈকে আছে বাট চাই
মই উষাক কৰিম চুৰ

মোৰ বিমানখনি হ'ল তেজপুৰ
উৰণীয়া মনেৰে
পালোঁহি মোৰ মৰমৰ তেজপুৰ

[ কলিকতাৰপৰা তেজপুৰলৈ উৰোঁতে আকাশত আৰম্ভ কৰি তেজপুৰৰ শ্ৰীদুৰ্গা গোস্বামীৰ ঘৰত শেষ কৰা, তেজপুৰ, ১৯৬৩ ]

## শাৰদী ৰাণী

শাৰদী ৰাণী
তোমাৰ হেনো নাম
তুমি মোৰ নিচেই আপোন
সদ্যস্নাতা ৰূপহী মোৰ
পুৱতী নিশাৰ সপোন

শুভ্ৰ নীলা ওৰণিখনি
কুঁৱলী সূতাৰে বোৱা
পাতল ৰিহাখনি
থৰ লগা বিললখনি
তোমাৰ শুৱনি দাপোণ

কপাহ মেঘৰ অহা যোৱা
সেউজী ঘাঁহৰ হিমানী
সোণালী ৰ'দ, শৰালিৰে জাক
তুমিয়েই আনিলা কিজানি
শেৱালি কোমল হাঁহিটি মাৰি
কৰাহি সাজোন কাচোন

[ কলিকতা, দহ আগষ্ট ১৯৭৮ ]

## বহাগ মাথোঁ

বহাগ মাথোঁ এটি ঋতু নহয়
নহয় বহাগ এটি মাহ
অসমীয়া জাতিৰ ই আয়ুস ৰেখা
গণ জীৱনৰ ই সাহ

বহাগ মাথোঁ বিহুতলী নহয়
নহয় ই নিশা ফুলা ফুল
বহাগেই আনি দিয়ে সমদল গতি
নেওচি জাতি কুল
ই প্ৰভেদক কৰে নাশ

বহাগ এটি মাথোঁ মাকো নহয়
নহয় ই কুলিৰে মাত
বহাগ এটি নৱ নৱ চিন্তাৰ
সাঁচিপাত পুথিৰে পাত
ই উজ্জলায় জীৱন আকাশ

বহাগ মাথোঁ বিহুগীত নহয়
ইনাই বিনাই গোৱা
বহাগ এখনি সৃষ্টি দলিল
সূৰ্য্যৰ জ্যোতিত পোৱা
বহাগেই এন্ধাৰৰ ত্ৰাস

বহাগত জাতিয়ে স্নান কৰে
মলিয়ন বস্ত্ৰ সলায়
সংগ্ৰামী জীৱনতো
ৰণ প্ৰেৰণা
দিয়ে বৰদৈচিলাই—
ওফৰাই দুখ নাগপাশ—

[ কলিকতা, ১৯৮০ ]

## বুকু হম হম কৰে

বুকু হম হম কৰে !
মোৰ আই ?
কোনে নিদ্ৰা হৰে !
মোৰ আই ?
পুত্ৰ হৈ মই কিমতে তৰোঁ ?
আই, তোৰে হৈ মই মৰোঁ ?

দেশৰে চন্দ্ৰমা
কাল আন্ধাৰে আৱৰে
অগনি কালিকা
দেহ ৰন্ধ্ৰে ৰন্ধ্ৰে চৰে

বজ্ৰসম দৃঢ় আই
চৌপাশৰে গড়
চৌপাশৰে গড় ভেদিম
কিঞ্চিতো নাই পৰ।

যাচিম সান্ত্বনা
আই মুক্তি প্ৰভাতেৰে
থাপিম থাপনা
আই শোণিত তিয়াগেৰে—

[ 'মণিৰাম দেৱান' ( ১৯৬৩ ) কথাছবিত দিছে। কলিকতা, ১৯৬৩ ]

## চিয়াঙৰে গালঙ্

চিয়াঙৰে গালং
লুইতৰে খামতি
টিৰাপৰে ৱানচুৱে
মোক কিয় মাতিছে
অসমীৰে পদূলি উদুলি যে মুদুলি
মৰম চেনেহৰ হাট বহিছে—

আপাটানী ভনীটিক ধৰিলোঁ। সাৱটি
বেচ ৰূপে নিলে মোক আথে বেথে মাতি
ক'লে, আজি কিয় ৰঙৰে চকুলো সৰিছে
অ' পাহাৰৰে তলিতে ভৈয়ামৰে সীমাতে
চিনাকি চিনাকি কি সবাহ বহিছে ?

মন্‌পা ককাইটিক ধৰিলোঁ সাৱটি
বিনিময়ত তেওঁ দিলে বুদ্ধৰে মূৰতি
ক'লে—যুগ যুগৰ মিতিৰালিৰ ধ্বজা উৰিছে,
অ' বহুদিনে নেদেখা পদম্ আৰু নক্‌টেই
'আহ' বুলি হিয়াৰে আপং যাচিছে—
একতাৰে বেহা কৰি ভাবিলোঁ উভতোঁ
উভতি চাই দেখোঁ আহিছে সিঁহতো
ৰিডিয়াই ক'লে মোক
'কিছু বেলি ৰ'বি
উভতি গৈ তই অসমীকে ক'বি
আজি পাহাৰে ভৈয়ামৰে কলিজা চিনিছে
অ' চৰতুক পেন্ আৰু টাংচাই
অকা আৰু ব'ৰীয়ে
চেনেহ এনাজৰীৰ বাটি কাঢ়িছে।'

[ আলং, অৰুণাচল, ১৯৬১ ]

## ডুয়োটি বাঁহী বাঁহৰে বাঁহী

হে হে হে ঢোলে ডগৰে
হে হে হে হিয়াৰ উমেৰে
নেদেখা এনাজৰীৰে
এ বান্ধো আমি পাহাৰ শিখৰৰে মহান চিয়েমক,

হে হে হে চেৰাপুঞ্জীৰে
হে হে হে ভিজা আকাশৰে
উদাৰ মেঘে যেনেদৰে
সাৱটি ধৰে বাৰিষা-ৰূপেৰে আমাৰ লুইতক—

মুগা সোণালী শুৱালকুচিৰে
হয় জেইন্‌চেম্ খাচী ৰূপহীৰে
সৰল গছৰে ধূপকাঠৰে
সুগন্ধি সুবাসে ভুলায় আমাক্—

ওখ সৰলৰে পাত সেউজীয়া
আমাৰো আহঁত গছ সেই বৰণীয়া
ৱেই বা জোনে
পাহাৰ ভৈয়ামতে
শাৰদী নিশা ঢালে একেই জোনাক—

ৰঙা পাহাৰৰে মাটি কাটি
খাচী কৃষকে খাটে দিনে ৰাতি
ভৈয়ামৰো খেতিৰ
হেজাৰ ৰংমনে
আঁকোৱালি ধৰিব সেই কৃষকক—

খাচীৰ ঈশ্বৰ উব্লেই মহান
নাগধাৰী শিৱ আমাৰো ভগৱান
খাচী আৰু আমি
ভেদাভেদ এৰি
বঢ়াওঁ অসমীৰ মহান একতাক—

কৃষ্ণ গৰখীয়াই বায় বাঁহী
খাচী গৰখীয়াই বায় শ্বৰাতি
দুয়োটি বাঁহী
বাঁহৰে বাঁহী
দুয়ো প্ৰকাশে একটি সুৰক—
হে হে ঢোলে ডগৰে।

[ বোম্বাই, ৩ঠৰ জুলাই, ১৯৬৪ ]

---

| | | |
|---|---|---|
| চিয়েম | ঃ | খাচী ৰজা |
| জেইন্ চেম্ | ঃ | খাচী গাভৰুৰ গাৰ কাপোৰ |
| ব্লেই | ঃ | জোন |
| উব্লেই | ঃ | ঈশ্বৰ |
| শ্বৰাতি | ঃ | বাঁহৰ বাঁহী |

## শ্বিলঙৰে গধূলি

শ্বিলঙৰে গধূলি
সপোন চহৰৰ মৰমী শৰতৰ
সোঁৱৰণী সোণালী

ৰঙীণ বজাৰ পাৰ হৈ হৈ
সুদাকৈ ভৰিৰে তুৱাৰ গছকি গৈ
সৰু সৰু জিৰজিৰীয়া
নিজৰাৰ পাৰতে
হাঁহি হাঁহি তুমিয়ে ময়ে সিদিনা
পৰিব যে খুজিছিলোঁ পিচলি !

লাহে লাহে এন্ধাৰ হ'ল
দূৰণিৰ খাচী গাঁওখন
তুমি আৰু মই মিলি
দুয়োতেই হ'লোঁ মগন ।

দুটি মন নিজৰা জলধি হৈ
ওখকৈ সৰলৰ বননি দিলে বুৰাই
যেন উৰি উৰি উৰি ফুৰা
জোনাকী পৰুৱাই
হাঁহি হাঁহি জোকালে
আমি হেনো উটি ফুৰা
দুটি মিঠা শৰতৰ সোণালী ।

[ পাইনউড হোটেল, শ্বিলং, ১৯৬৮ ]

## অস্ত আকাশৰে

অস্ত আকাশৰে সপোন ৰহণ সানি
ক্লান্ত লুইতৰে হেঙুলীয়া পানী
বৈয়ে যায়, বৈ যায় বৈ যায়।

কোন সুন্দৰৰে শিল্পীয়ে পদুম ফুলৰ নাৱেৰে
ময়ুৰ পংখী ৰহণবোৰ দিয়ে ছটিয়ায়।

দুয়োপাৰে কত মানুহ কত যে ইতিহাস
কত যুগৰ কত আশা নিৰাশাৰে নিশ্বাস—

লক্ষ্য যদি দিগন্ত, শিল্পী হে তোমাৰ,
পদুমৰে পানচৈ চপোৱা এবাৰ
দেখিবা জীৱনৰে দিগন্ত অপাৰ
বেলি যে যায়, বেলি যে যায়, বেলি যে যায়।

[ গুৱাহাটী, ১৯৬৪ ]

## খুব্‌লেই শ্বিবুন্

লিয়েংমাকাও
কোন পাহাৰ শিখৰতে বাট চাইছা?
সুৰৰ পঁজা কিয় উদং ৰাখিম
অকলশৰে মই কিমান কান্দিম
তাকে একমনে ভাবিছা?

চুলিটাৰি,—
তাতে ডিয়েংচিয়ে পাতৰ ৰঙ্ সানিছা
সেই ৰঙ লাগি ইঁহা
মোৰ শ্বৰাতি বাঁহীৰ
সুৰধ্বনি তুমি শুনিছা ?

অ' আকাশ !
মোৰ লগৰীক তুমি জানো দেখিছা ?
তেওঁৰ জেইন্চেম্খনি বিজুলীৰে বোৱা,
ৰঙা ওঁঠযুৰি মৌৰে বোলোৱা,
তুমি জানো মন কৰিছা ?

অ' নিয়ৰ !
সুহুৰি মাৰিছা-
খুবলেই শ্বিবুন
শ্বিবুন তোমাকে
মোৰ মানসীৰ
দেহাৰে ভাজত
কোমলতা তুমি সানিছা ।

[ শ্বিলং : জ্ঞানেন শৰ্ম্মাপাঠকৰ ঘৰত, পোষ্কৰ জুন, ১৯৬৪ ]

লিয়েংমাকাও : খাচীয়া গাভৰুৰ নাম
ডিয়েংচি : সৰল গছ
জেইনচেম্ : খাচী গাভৰুৰ গাৰ কাপোৰ
খুব্লেই শ্বিবুন : ধন্যবাদ

[ 'প্ৰতিধ্বনি' ( ১৯৬৪ ) কণ্ঠছবিত দিছে ]

## কহিমাৰে আধুনিকা ডালিমী

গাভৰু : মই কহিমাৰে আধুনিকা ডালিমী
ডেকা : মই গদাপাণি আধুনিক ভৈয়ামৰ
দুয়ো : আমি আজি দুয়ো সহযাত্ৰী
গুৱাহাটী অভিমুখী নিশাৰ ৰেলৰ।

ডেঃ : তোমাৰ হয়তো ঘনে পৰিছে মনত
লৰালিৰ কথা সেই জেখামা গাঁৱৰ
ৰঙা নীলা পাখি পিন্ধি পখিলাৰ দৰে
নাচি ফুৰা কত উৎসৱৰ ?

গাঃ : পৰদেশ বুলি মোৰ ভয় লগা নাই
তুমিতো মোৰেই হ'লা নিচেই কাষৰ
গুৱাহাটী পাই পিছে যেন কাহানিও
নেপাহৰাঁ স্নেহ মোৰ নগা পাহাৰৰ।

ডেঃ : লামডিং ডিফুৰে বিস্ফোৰণ
মনত আছে নে কিছু বছৰ আগৰ ?

গাঃ : সেই বহুতৰে কান্দোনৰ পট-ভূমিত
হয় মধু পৰিচয় আমাৰ মনৰ
আজি মই হ'লো অসমৰ ন-বোৱাৰী
ডেঃ : জোঁৱাই হ'লোঁ মই টুৱেনচাঙৰ

দুয়ো : আমি দুয়ো পূৰ্ব্ব ভাৰতীৰে
জীয়া প্ৰতীক সমন্বয়ৰ।

ডেঃ : লক্ষ্মীনাথৰে সেই ডালিমীও নাই
গাঃ : আৰু মইও নহওঁ তাহানিৰ গদাধৰ

দুয়ো : তথাপিও আজি এই মিলনে আমাৰ
বাৰে বাৰে সোঁৱৰাই কথা অতীতৰ

## মিচিং ডেকাটি

বোলো অ' মিচিং ডেকাটি
বজালি যে পেম্পাটি
সুৰেৰে সজালি দেখোঁ
দিচাংমুখৰ নিশাটি
মিবুগালুক চোলাটি
পেৰে কুম্বং চাদৰখন কিয়নো পিন্ধিলি
মূৰত দেখোন ডুমেৰ্‌দি গামোচা আঁটিলি
আৰু তোৰে পুৰুষ দেহাতে ফুটি ফুটি উঠিছে
সেউজ ৰঙৰ জীয়া জীয়া ঐনিতম্‌টি ।

বোলো অ' মিচিং গাভৰু
এগে মেখেলাতে তই
এন্ধাৰ সানিলি
অ' ৰিয়াখনিত তামুলিতাকাৰ
ৰঙা তৰা বাচিলি
ডেকাটিৰ সোণৰ বাঁহীৰ সতে গোংগাং বজালি
সৰিয়হৰ ফুল হেন ৰিবি গাচেংখনি তই
বুকুতে বান্ধিলি
আৰু কঁপি উঠিল দিচাঙৰে মিঠা মিঠা মিঠা ঢৌটি—

অ' বোলো ঘৃণাস্মৃতিৰ পাৰতে
বহুদিনৰ আগতে
অ' মিৰিৰে জীয়ৰী মোৰ পানেইজনী মৰিলে
পিছে জঙ্কিৰে চিএঙৰটিক
অসমীৰে ভাষাতে
শ্ৰী ৰজনী কান্তই
যুগমীয়া কৰিলে
মনত পৰেনে সেই কথাটি ?
অ' দিচাংমুখৰ ডেকাটি

আজিৰ পানেই নমৰে
আৰু জঙ্কিয়ে নাকান্দে
এ জঙ্কি পানেইৰ মিচিং সমাজ
নিজেই দিচাং আবুং হৈ
অসমীৰে বৰ লুইতৰ সোঁতটি বঢ়াব
মৰমৰহে এই যুগটি ।

[ দিচাং মুখ, ১৯৬৩ ]

মিবুগালুক : উৎসৱত পিন্ধা চোলা
পেৰে কুমবং : চাদৰ
এগে : মেখেলা
গোংগাং : গগনা
ৰিবি গাচেং : মেঠনি
( আবুং ) : নদী

## টিৰাপ সীমান্ত

টিৰাপ সীমান্ত
ৰূপৰ নাই অন্ত
নক্তে ৱাঞ্চু
টাংচা যুগলিৰ
দেখিলোঁ মনৰ সেউজ দিগন্ত

সৌৱা টিৰাপৰ কিশোৰ ৱাঞ্চু
তাৰ মুঠিতে জোঙা যাঠি পাক্‌মু
ডিঙিত লিকমণি
মূৰত কাশ্বান
সৰু ফানাট্‌ মাৰি নাচিছে শ্বোৱান
চুটিকে মিঠাৰে আৱৰা কঁকাল
ভাঙি ভাঙি গা ভৰুৱে দিয়ে কিনো তাল ?
ভয়াবহ পাহাৰক সাৱটি ধৰি
চুমা খাই থকা ডাৱৰ আঁৰত
সূৰুযটি অস্পষ্ট ?

সৌৱা ৰিণিকি ৰিণিকি
দেখিলোঁ খুন্‌চা বস্তি
সৌৱা সুঠাম নক্তেই ডেকাটি
গাত পিন্ধি জেংচেম চোলাটি
মূৰত বেতৰে খপক শোভে
আৰু কঁকালত ৰঙীণ খাপৰি
সি জোণৰ পুঙত ব্যস্ত

টিৰাপৰে বস্তি চাংলাং
তাতে সৰল জনজাতি লুংচাং
সৌৱা টিৰাপ নৈৰে বুকুৰে
বাঁহৰ ওলোমা সাঁকোৰে
টাংচা খেতিয়ক পাৰ হৈ
সৌৱা দেখোঁ দলে দলে নামিছে
পিঠিত হোৰা লৈ নামিছে।
বোলো,
    ককাই ক'লৈনো যোৱা?
ক'লে,
    মাৰ্ঘেৰিটাৰ হাটলৈ
    নহ'লে শ্ৰম হ'ব নষ্ট,
আহোম সৰ্গদেউৰ দিনতে
লোণ বান্ধি নামিছিল নক্তে
তাহানিৰ শ্ৰীশ্ৰী ৰাম আতাই
নক্তে নৃপতিক দিছিলে শৰণ
কৰি নক্তেই শিষ্যৰ নামকৰণ
নৰৰো উত্তম 'নৰোত্তম্'
কৈছিল মানুহ মানুহ হ'লে
ইজনে সিজনক সাৱটিলে
নহয় জাতিকুল ভ্ৰষ্ট—

[ 'লটি ঘটি' ( ১৯৬৬ ) কথাছবিত দিছে। টিৰাপ, অৰুণাচল ]

## পৰহি পুৱাতে

পৰহি পুৱাতে টুলুঙা নাৱতে
ৰংমন মাছলৈ গ'ল,
মাছকে মাৰিবলৈ নালাগে যাবলৈ
ধুমুহা আহিবৰ হ'ল ॥

ক'ৰবাত কেনেবাকৈ ঘৰিয়ালে বধিব
বৈ যাব তেজৰে ধল ।
গধূলিৰে পৰতে বৰহমপুত্ৰৰ মাজতে
ৰংমন নাইকিয়া হ'ল ॥

হিয়াখনি ভুকুৱাই আকাশলৈ চাই চাই
ৰহদৈ বাউলী হ'ল
অ' ঢৌ যাঃ গুচি নিশাকে নেওচি
ৰংমনক আনিবৰ হ'ল ॥

ৰংমনৰ দেহাটি ঢৌবোৰে সাৱটি
পাৰতে শুৱাই থৈ গ'ল ।
পৰহি পুৱাতে টুলুঙা নাৱতে
ৰংমন মাছলৈ গ'ল ।

[ গুৱাহাটী, ১৯৫৪ ]

## মাজুলীৰ ৰহদৈ

দিখৌৰে বুকুতে সেউজী মাজুলী
ৰ'দত মিচিকিয়াই হাঁহে অ' চেনাই অ'
তাৰে যে পঁজাকণ ধুনীয়া অকণমান
ৰহদৈ ওমলে তাতে—অ' চেনাই অ'
মাজুলীৰ কঁহুৱাই বেলিৰ ফাকু সানি
কঁকাল ভাঙি ভাঙি নাচে
হিয়াৰে ৰহদৈ উমলি জামলি
হিয়াৰ কাচন কাচে—অ' চেনাই অ'।

কোমল হাত বাও দি
মোকেনো ৰিঙিয়াই হিয়াৰ কেঁচা সোণ বোলে
কেনেকৈ পাৰ হওঁ নাও নাইকিয়া
বেলিও পৰোঁ পৰোঁ কৰে অ' চেনাই অ'।

## গাঁৱৰ জীয়ৰী

গাঁৱৰে জীয়ৰী সপোন সুন্দৰী
গাঁৱতে সৰগ ৰচোঁ মই
মাটিতে সৰগ ৰচোঁ মোক
দেৱতাই ৰ লাগি চায়।
ধুনীয়া মন মোৰ কুমলীয়া
বাহু দুটি মোৰ লহ পহীয়া
কাকনো সাৱটিব খুজি
অলিয়া বলিয়া হয়।

দেহাৰ বৰণ চম্পা ফুলীয়া
চুলিৰ বৰণ মোৰ এন্ধাৰ ক'লীয়া
খোজত মলয়া বয়।
গাঁৱৰে ধাননিৰে ময়েই দাৱনী
মুগাৰে ৰিহাখনিৰ ময়েই বোৱনী
মোক দেশেই সাৱটি লয়;
মুকলিমূৰীয়া নিজৰাই
লুইতকে ধিয়াই বাগৰি বাগৰি যায়
আশাৰও যে শেষ আজি নাই।
জিৰ জিৰ জিৰ জিৰ নাচোন নাচে
ৰমক জমককৈ সাজোন কাচে
মোক সাগৰে সাৱটি লয়।

[ 'পিয়লী ফুকন' ( ১৯৫৫ ) কথাছবিত দিছে ]

## ৰ'দ পুৱাবৰ কাৰণে

ৰ'দ পুৱাবৰ কাৰণে মাতিবানো কাক?
ওলাই দেখোন আহিলে ৰহদৈৰে জাক
লগে লগে ল'ৰি আহিল সেউতীহঁতৰ মাক
পাহাৰ বগাই নামি আহিল ডালিমীৰে জাক
শুৱনিকৈ অসমীৰ একতাৰে সূতাবোৰে
মহুৰাতে ল'লেহি পাক—।

অ' আইতা, আইতা অ'
এনেই আইতা নাচনী তাতে নাতিনীৰে বিয়া
অসম আকাশ পোহৰ হ'ব উৰুলিটি দিয়া।

এই তেজীমলা কোন ?
সোৱণশিৰীৰ সোণ
সোণচেকুৰা মাটিতে সিঁচি
দোকমোকালিতে চোতাল মচি
আজি হেনো দেখিছে গাঁৱৰে কঠীয়াতলী
পোহৰ শিশুৰ কোমল হাঁহি
নতুন দিনৰ ধুনীয়া সপোন
চেৰেকীতকৈ চৰিছে যে আইতাৰহে পাক।

আজিৰ মূলা গাভৰুৱে দপদপাই ওলালে
হেংদানে মাকো দেখি ক'ৰবাতে লুকালে
মূলাই আজি সমাজ শালত চেনেহ চেলেং লগালে
সজাবলৈ পিন্ধাবলৈ কাক ?
মকৰাৰ পুৰণি জালবোৰৰ এলান্ধু
সাৰি পুচি নিবলৈ আহে বতাহ এছাটি
তাতে উৰে হেজাৰ কপৌৰ জাক
পৃথিৱীৰ আকাশৰে শুকুলাকৈ ডাৱৰে
উলাহেৰে সাৱটিছে তাক।

অসমীৰ চোতালত ৰ'দ কাচলিত বহি বহি
ব তোলাই ব তোলে বাটি কঢ়াই কাঢ়ে
আমাৰ দেশৰ চেলেংখনিৰ নতুন ৰহণ বাঢ়ে
সজাবলৈ হেজাৰ জনতাক
আনন্দতে পুৱাই উৰিল
হেজাৰ হেজাৰ কপৌৰে জাক
খিয়াই মাথোঁ ৰঙা বেলিৰ
জীৱন যচা তাপ।

[ 'এৰা বাটৰ সুৰ' ( ১৯৫৬ ) কথাছবিত দিছে ]

## গাঁৱৰে ৰাখিমে মান

অ' আমি তেজাল গাঁৱলীয়া
গাঁৱৰে ৰাখিমে মান।
নাঙল যুঁৱলীৰে পৃথিৱী সজাওঁ
ৰ'দত তিৰে বিৰাই জান।

লহ পহীয়া মুগা বৰণীয়া
মলয়াত হালিছে ধান
গাঁৱৰে ৰাখিমে মান।

অ' আমি গাভৰু ধুনীয়া
ছেগ চাই কাটিমে ধান
গাঁৱৰ গৰখীয়াই পেঁপাটি বজাই
সুৰতে হৰি গ'ল প্ৰাণ —
ছেগ চাই কাটিমে ধান।

অ' বতৰ ডাৱৰীয়া
লুইতত আহিছে বান
কাষত কলচি লৈ অমৃত আনিছোঁ
শিৰতে বান্ধিছোঁ বান—
গাঁৱৰে ৰাখিমে মান॥

[ কথাছবি : বিপ্লৱী ( ১৯৪৮ )

## 'অসম দেশৰ বাগিচাৰে ছোৱালী

অসম দেশৰ বাগিচাৰে ছোৱালী
ঝুমুৰ টুমুৰ নাচি কৰোঁ ধেমালি
লছমী নহয়, মোৰে নাম—চামেলী

শিৰীষ তলে ধৰবি পাহি
পাতা লম্বা পাবি বলি
নাকে পিন্ধি নাক ফুলী, জোৱান ভুলালি
চম্পা নহয়, মোৰে নাম—চামেলী

বাৰ মাসেৰ বাৰ ফুল
ভাদৰ মাসৰ কিয়াৰে
কিবা দৰে ছাড়ে গেল
অভাগিনী পিয়াৰে

ছোট ছোট ছোকৰী বৰ বৰ টকৰী
মৰম সবুজ পাতা তলে ডক্ ডক্
জোৱান বুঢ়াৰ বুক দেখ্, কৰে লক্ লক্
কি ভাবিস্ ঐ আমাৰ চাহেলী
মনে ৰাখ্—মোৰ নাম চামেলী

এ বাপ দাদা আহিলে কোনোবা মুলুকত
পিছে, আমি বিহু গাব জানো—

'এ হাঁহে হৈ চষিমগৈ
( অ' মইনা ) তোমাৰেনো পুখুৰীত
পাৰ হৈ পৰিমগৈ চালত

ঘামে হৈ সোমাম গৈ
(অ' মইনা) তোমাৰেনো শৰীৰত
মাখি হৈ চুমা দিম গালত।'

ভাদৰ মাসৰ ধম্ ধমাধম্, কৰম পূজা ধম্ ধমাধম,
বাজাও আজি ধম ধমাধম মাদল চাওঁতালী
ঐ মুখাপিঙ্কা :
তই কোন ছোৱালী ৰে ?
আৰে বীৰবলৰ বেটী, তই হাণ্টাৰৱালী
নে পিস্তলৱালী
আৰে পাগলী !

পাগলী নহয়—মোৰে নাম চামেলী
বীৰবলেৰ বেটী—মোৰ নাম চামেলী
অসম দেশত আমি ফুৰোঁ উমলি

'চৰ্দ্দাৰ বলে কাম কাম
বাবু বলে ধৰি আন
চাহেব বলে—লিব পিঠেৰ ছাম
অ' বিদেশী শ্যাম ফাকি দিয়ে আনিলি আসাম'

[ কথাছবি : চামেলী মেম চাহেব (১৯৭৫) ]

---

ধৰৰ পাহি : চাহপাত ছিঙা
চাহেলী : সখি

## ক-খ-গ-ঘ

ক-খ-গ-ঘ
চ-ছ-জ-ঝ
ছুয়ে ছুয়ে চাৰি গো।
এ দেশেৰে স্কুল পঢ়ি গিয়ানী বনিব গো।

হামাৰ কচি কচি বাছা
স্কুলে পঢ়িব গো।
লিখি পঢ়ি বৰ হাৱা
গাড়ীতে চৰিব গো—
আসাম দেশে
আসি মোৰা
পাই বহু বহু মৰম গো।
কাচা সোণৰ ডালে ডালে টাকাৰ কচি পাতা গো।

পাতা তোলা
মেহনত কৰা
কলম কৰা ঝুঠা গো।
স্কুল পঢ়ি সাহস কৰি জাতিকে জাগাব গো।

অন্ধকাৰেৰ
মাজে আজি
চান্দ তাৰা জ্বলে গো।
মাষ্টাৰ বাবু ভাল মানুষ
হামাক আলো দিব গো।
হামাক গিয়ান্ দিব গো।
ভাল আলো দিব গো।

[ কথাছবি : চামেলী মেম চাহেব ( ১৯৭৫ ) ]

---

কচি কচি : সৰু

## লুইতত মোৰ ঘৰ

লুইতত মোৰ ঘৰ
লুইতেই মোৰ পৰ
লুইতেই যে ভাঙে গঢ়ে
সপোন মৰমৰ।

আশাৰ বালিচৰত এদিন
তুমি হ'লা মোৰ
এখনি নাৱত দুয়ো হৈছিলোঁ বিভোৰ
আজি কিয় গুচি গ'লা কিয় নিৰুত্তৰ ?

ইকূল সিকূল কোনো কূল নাপালোঁ
( মই ) মাজ নদীতেই ৰলোঁ
চকোৱাবিহীন চাকৈৰ দৰে
মাজনিশা বিনালোঁ
যোৱাটো বানপানীতে মই
তোমাক হেৰুৱালোঁ ;
ইকূল সিকূল কোনো কূল নাপালোঁ
( মই ) মাজ নদীতেই ৰলোঁ !

মৰণ কালসৰ্প ই দংশিলে তোমাক
তন্ত্ৰ মন্ত্ৰ নাচ নেজানো ; যে ভুলাম দেৱতাক
সিপুৰীত লগ পাই পাতিম, কথা মৰতৰ
লুইতেই যে ভাঙে গঢ়ে সপোন মৰমৰ।

[ বোম্বাই, ১৯৬৯ ]

## লুইতৰ বলিয়া বান

লুইতৰ বলিয়া বান
তই ক'লৈনো ঢাপলি মেলিছ ?
হিৰ্ হিৰ্ শবদে
কাল ৰূপ ধৰি লৈ
কাকনো বাৰে বাৰে খেদিছ ?

লুইতৰ বুকু হেনো বাম হৈ গ'ল
গভীৰতা হেনো কিছু নোহোৱা হ'ল
বান তই সেয়ে হেনো
অলিয়া বলিয়া হৈ
দুয়ো পাৰে উপচি পৰিছ ।
বান তই টিঘিল নিঘিলাবি
আশাৰে কঠীয়া নুটুৱাবি
শিশুবধ ভাওনা নাপাতিবি ॥
ঘৰৰ চালতে শগুণক বহুৱাই
বৰসবাহ নাপাতিবি !
পানীৰ পাৰতে জনম আমাৰ
পানীয়েই পিতৃ শক্তি আমাৰ
সেই শক্তিৰে বানক ৰুধিম
সহস্ৰ হাতেৰে দুপাৰ বান্ধিম
তোৰ শক্তিক কাঢ়ি কাঢ়ি আনি
তোকেই আমাৰ ভৃত্য কৰিম ॥

( ১৯৬৮ চনৰ বলিয়া বানৰ বিৰুদ্ধে ৰচিত )

## লুইতৰ পাৰ দুটি

লুইতৰ পাৰ দুটি
জিলিকি উঠিব ৰাতি
জ্বলি শত দেৱালীৰ বন্তি
আহিব কাতিৰে মাহটি
দূৰতে দেৱালীৰ বন্তি

অ’ ভৰা বৰ লুইতত লুইতপৰীয়া
আমাৰে ভদীয়া
টুলুঙা নাৱতে অকলশৰীয়া
আমাৰে ভদীয়া
এন্ধাৰৰ কথা ভাবি
হিয়া কৰে ছাটি-ফুটি।

এমুৱা পৰতে যোৱা বছৰত
কাল বানপানী এটি
আহি মহা শবদে মষিমূৰ কৰিলে
সকৈকে খেৰৰে পঁজাটি
ধাননিও তল গ’ল
চেনেহীও উটি গ’ল
ডুগডুগী বন্ধকত আছে
ৰাইজে লগ লাগি ভৰা লুইত বান্ধিব
সাহসী বুকখন নাচে
ক’লীয়া পিশাচক ভদীয়াই বধিব
আছে দুই বাহুত শকতি॥

আহিব কাতিৰে মাহটি
দূৰতে দেৱালীৰ বন্তি।

[ গুৱাহাটী, ১৯৪৭ ]

## মঙ্গলদৈ তোমাৰে নাম

[ এই গীতটো ১৯৭১ চনৰ ভাষা আন্দোলনৰ শ্বহীদ মুজাম্মিলৰ স্মৃতিত লিখা। পিছত এই গীতটো মঙ্গলদৈত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত গোৱা হৈছিল ]

মঙ্গলদৈ তোমাৰে নাম হওক মঙ্গল তোমাৰ।
অতীত ঘাটি চাইলে পাবা ঐতিহ্য অপাৰ॥
কোচ ৰজাৰ জীয়াৰী মঙ্গলা যাৰ নাম।
সেহি নামে নামকৰণ মঙ্গলদৈ ধাম॥
হৰি হৰৰ যুদ্ধ ভৈলা, হৰিয়ে শিঙা বায়।
সেহি স্থানে হৰি শিঙা আজিও শোভা পায়॥
"দৌৰাংগ" দৰং হৈলা দেৱে ৰংগ কৰা।
আৰ্য্য আছিল এহি স্থানত বৈদিক যুগৰ পৰা॥
শাহেই ৰাজাৰ নগৰ বুলি, যি খান স্থান খ্যাত।
সেহি ৰজা সতী বেউলাৰ পিতৃ বুলি জ্ঞাত॥
আৰিমত্ত নৃপতিয়ে এ ৰাজত্ব কৰিলা।
বুঢ়ী নগৰ পুষ্কৰিণী প্ৰমাণ ৰূপে ৰৈলা॥
চিলাৰায়ৰ পুত্ৰ পৰীক্ষিত নাৰায়ণ।
কোচ বিহাৰ এৰি দৰঙ্গে পাতিলা শাসন॥
পৰীক্ষিতৰ পুত্ৰ এ বলি নাৰায়ণে পাই।
মঙ্গলদৈ বুৰঞ্জীত ৰচে সুবৰ্ণ অধ্যায়॥
বিশ্ব বিমোহিনী ৰূপৰ, যি দেবীৰ দৰ্শন লয়।
সেহি কেন্দু কলাইৰ জন্ম কলাই গাঁৱত হয়॥
কোচ ৰাজাৰ পূৰ্বে কোনে ৰাজত্ব কৰিলা।
ভূঁঞা সবেও ইয়াতেহে মহিমা দেখাইলা॥

ৱেলচ চাহাব নামধাৰী এক ইংৰাজ কাপ্তানে।
ৰাজা কৃষ্ণনাৰায়ণক ধৰিলা গোপনে ॥
ওঠৰ শ ছাব্বিছ চনত, এ য়াণ্ডাবু সন্ধি।
স্বাধীনতা হৰি নিলা কৰি নানা ফন্দি ॥
শঙ্কৰী যুগৰ পূৰ্ব্বে, এ বিপ্ৰ হৰিহৰ।
লৱ-কুশ কাব্য ৰচি ভৈলাহা অমৰ ॥
কবি ৰাম সৰস্বতী আৰু দ্বিজ দামোদৰ।
জয়ৰাম সূৰ্য্য খড়িৰ মঙ্গলদৈতে ঘৰ ॥
সৰ্ব্বানন্দ ব্যাস কলাইৰ, গীতত মেঘ জন্মে।
নাৰায়ণ দেউৰ শুকনাম্নীক জগতে প্ৰণামে ॥
'টঙত উঠিলাহা শিল্প টংলাত কৰিছিলা।
আজিও কতই চৰ্চ্চা কৰে সুকুমাৰ কলা ॥
মঙ্গলদৈয়া ৰাইজে জানে এ বিপ্লৱ কৰিবা।
ইংৰাজৰ অত্যাচাৰক খুজিলা খেদিবা ॥
ওঠৰশ চৌৰান্নৈবেত কৃষক বিদ্ৰোহ ভৈলা।
পথৰুঘাটৰ মাটিত কতই প্ৰাণ দিলা ॥
শাক্ত বৈষ্ণৱ সৱে মিলি এ, মঙ্গলদৈ মজায়,
হিন্দু মুছলমানেও মিলি শুকনাম্নী গায় ॥
এহি সেহি জাতি এ আৰু নানা জনজাতি।
হিয়াই হিয়াই মিলি জুলি কৰিলা বসতি ॥
'মঙ্গলদৈ'ৰ কিশোৰ বাচা, ধনটি মুজাম্মিল।
মজাম্মিলৰ ৰক্ত পাই ভাষা জিলমিল ॥
শ্বহীদ মজাম্মিলৰ ৰক্তে ভাষাক বচায়।
মুজাম্মিলৰ মঙ্গলদৈ চোন পীঠস্থান হয় ॥
কতনো গুণ বখানিম এ মঙ্গলদৈ ধামৰ।
শত কোটি প্ৰণাম লোৱা গায়ক ভূপেন্দ্ৰৰ ॥

## টিহুলৈ

টিহু হ'ল তোমাৰে নামে, হওক আনন্দ তোমাৰ
লখিমী পথাৰৰ পৰা কৰোঁ নমস্কাৰ ॥
বড়ো ভাষাৰ 'ডিন্থু' শব্দহে, বিষ্ণু ৰাভাই কোৱা
'ডি' মানে পানী আৰু 'স্থু' মানে বোৱা হে
'ডিহু' ক্ৰমে 'টিহু' হ'ল হে, টিহু নদীৰ পাৰে
বাণীকান্ত কাকতিয়ে কয় বাৰে বাৰে ॥
ভূটান গিৰিৰ পাদদেশতহে আছিল এখন বিল
তাৰে পৰা ভালুকদঙা বৈ আহিছিল ॥

শিংৰা নদী নাম ধৰি এ, কিছু দূৰ বলে
এহি অঞ্চল ভ্ৰমি ভ্ৰমি নখান্দাত মিলিলে ॥
টিহু নদী সৰু নদী হে, সৰু হ'লে কিনো হ'ল
জলধাৰাৰ পাৰে মহান কৃষ্টি পৰি ৰ'ল ॥
টিহু নদীৰ দুয়ো পাৰে হে ; জীৱন দিয়া সাৰ
সোণালী ধান শস্য আৰু সৰিয়হ অপাৰ ॥
উত্তৰতে শোভি আছে ভূটান-পূব-ক্ষেত্ৰ
দক্ষিণতে বৈ আছে বাবা ব্ৰহ্মপুত্ৰ ॥
বৰমা আখৰা স্থান হে, পূৰ্ব দিশে আছে
পশ্চিমে বজালীৰ কিছু অংশ বিৰাজিছে ॥

টিহু নগৰ কেন্দ্ৰ কৰি এ, মুঠ মৌজা সাতোখন
বাস কৰে জনজাতি নানা জাতিৰ মন ॥
'বাগ্চা' শব্দই ভূটীয়া ভাষাৰ দুৱাৰ মুখ বুজায়৹
উত্তৰে 'বাস্কা' অঞ্চল সেয়ে নাম পায় ॥
চতুৰ্দ্দশ-পঞ্চদশ শতিকাত হয়, ভোট-বড়োৰ ৰণ
প্ৰমাণ ৰূপে বৰবৰীৰ হয় নামকৰণ ॥
মঠ-মন্দিৰ-সত্ৰ-দেৱালয়-আছে নানা বিশ্বাসৰ

শাক্ত বৈষ্ণৱ শৈৱ ভক্তৰ এহি স্থানে ঘৰ ॥
গন্ধৰ্ব্ব ৰায়ক আজ্ঞা দিলে এ হে গুৰু মাধৱদেৱে
মনোহৰে আজ্ঞা পালে এ, শ্রীদামোদৰ দেৱৰ ॥
সেয়ে হৈছিল স্থাপনা শিঙৰা সত্ৰৰ
সন্তদেৱে পাতি দিলা হে, সঙ্কোলা গাঁও সত্ৰ ।
সন্ত মাধৱ কন্দলীৰে তৃতীয়জন পুত্ৰ ॥
শঙ্কৰদেৱৰ সময়ৰে হে এ বাসুদেৱ চৌধুৰী ।
সৎসঙ্গী সত্ৰ পাতে গুৰুক প্ৰণাম কৰি ॥
তেৱেঁ কৰে প্ৰতিষ্ঠা এ, তাতে বাসুদেউ বিগ্ৰহ
আহোম স্বৰ্গদেউৰ পালে সহায় আগ্ৰহ ॥
দুশ পুৰা মাটি দিলা এ, ৰজা নৰনাৰায়ণে
শিৱসিংহই মানি ল'লে হৰষিত মনে ॥
নিম্পিখেৰাজ ধৰ্ম্মোত্তৰ হে, মাটি দিছিলে ইংৰাজে ।
সেহি সত্ৰত গুৰুসেৱা আজিও বিৰাজে ॥
ফুলেশ্বৰী কুঁৱৰীৰ হে এদিন সুতিকা ৰোগ হয় ।
ভৱকান্ত ভট্টাচাৰ্য্যই কৰে নিৰাময় ॥
শিৱসিংহ স্বৰ্গদেৱে হে তুষ্ট হৈ অতি
তামৰ ফলি কৰি দিলা আৰু দিলা মাটি ॥
খানাৰ মাজ সত্ৰখানি এ, পৱিত্ৰ দামোদৰী
শ্যামৰায়ৰ বৈষ্ণৱ ধৰ্ম্ম আছে ই প্ৰচাৰি ॥
শাক্ত ধৰ্ম্মৰ নিদৰ্শন এ, বহু কালী মন্দিৰত
কঠালঘৰ, পাটিকৰা মথুৰাপুৰ গাঁৱত ॥
হৰিভাঙাৰ কামাখ্যা এ, য'ত শক্তি পূজা হয়
হেলচাপাৰাৰ বিষহৰিত ভক্তই আশিষ লয় ॥
স্থানে স্থানে শৈৱ ধৰ্ম্মৰ এ, হে নিদৰ্শন চোৱাঁ ।
প্ৰমাণ আছে ভদ্ৰকুচি পৰমাণ খোৱা ॥

আহোম ৰজাৰ দিনতো এ, বহু পুখুৰী খনাই
টিহু অঞ্চল সজাইছিলা তৃষ্ণা গুচুৱাই ॥
টিহু থানাৰ মাজ সত্ৰৰ এ, কাঠৰ বিগ্ৰহ ধৰি
ধাতুৰ গঢ়া বুলি মানে নিলা চুৰ কৰি ॥
পিছে কাঠৰ বুলি জানিয়া এ হাতখন ভাঙিলা
সেই কাঠৰ বিগ্ৰহ আজিও সত্ৰত শোভা পাইলা ॥
আৰু কত বুৰঞ্জী এ টিহুত লুকাই আছে
আজিৰ সভাৰ পণ্ডিতসৱে উদ্ধাৰিব পাছে ॥

দুই কুৰি তিনি বছৰ হ'ল আজি সাহিত্য সভাৰ
তাতে আহি ধন্য হয় ভূপেন্দ্ৰ গীতিকাৰ ॥
নিষৰ সাধক পণ্ডিত প্ৰবৰ এ, শ্ৰী শৰ্ম্মা যজ্ঞেশ্বৰে ।
আজি, অসমীয়া সাহিত্যৰ দিগ্‌দৰ্শন কৰে ॥
সাৰদা বৰদলৈ আজি হে আমাৰ পূজ্য নাট্যকাৰ
ৰামদাসে গুৰি ধৰে গল্প লিখোঁতাৰ ॥
আজি মালিক বহে, কবি বহে হে, নৱ পদ্মভূষণ
নিৰ্ম্মল প্ৰভাই হাঁহি আছে শুৱাই সভাখন ॥
( আকৌ ) মালিক বহে নৱ বহে এ আৰু বহে নিৰ্ম্মল প্ৰভা
হিন্দু মুছলমান বহে, বহে বড়ো ৰাভা ॥
সুভাষ মুখোপাধ্যায় আজি হে আমাৰ মাজত আছে
বঙ্গ অসমৰে সেতু কৱিতাৰে ৰচে ॥
অসমৰে যোগ্যপুত্ৰ এ শ্ৰীফকৰুদ্দিনে
টিহু নগৰ নামিলেহি একচক্ৰ বিমানে ॥
বৰপেটাৰ প্ৰতিনিধি এ শ্ৰীফকৰুদ্দিন নাম
ৰাষ্ট্ৰপতি হৈয়ো কৰে টিহুকে প্ৰণাম ॥

[ লখিমীপথাৰ, টিহু, দুই ফেব্ৰুৱাৰী, ১৯৭৬ ]
[ টিহুত বহা অসম সাহিত্য সভাৰ ৪৩ তম অধিবেশন উপলক্ষে ৰচা ]

## গোদাবৰী নৈৰ পাৰৰে পৰা

[ ভাৰতৰ প্ৰসিদ্ধা গায়িকা লতা মঙ্গেশকাৰে হাজৰিকা ৰচিত "জোনাকৰে ৰাতি অসমীৰে মাটি" গীতটিত 'এৰা বাটৰ সুৰ' কথাছবিৰ কাৰণে কণ্ঠদান কৰিছিল। তেতিয়াৰে পৰা তেওঁ অসম আৰু অসমীয়াৰ প্ৰতি বিশেষ মৰম অনুভৱ কৰি আহিছে। তেওঁৰ অন্তৰৰ সেই প্ৰীতিক এটি অসমীয়া গীতেৰে প্ৰকাশ কৰিবলৈ হাজৰিকাক অনুৰোধ কৰাত হাজৰিকাই এই গীতটি ৰচে ]

গোদাবৰী নৈৰে পাৰৰে পৰা
অসমী আইলৈ যাচোঁ প্ৰণাম
সেইখন দেশ মোৰ নেদেখা দেশ
তথাপি চিনাকি শুৱনী নাম
অসমী আইলৈ যাচোঁ প্ৰণাম ॥

মই মাৰাঠী গাঁৱৰে জীয়ৰী
( মোৰ ) নয়নত লাজভৰা চাৱনি
( পিছে ) ৰণক্ষেত্ৰতে, 'পোৱাডা' গাওঁ
আনন্দতে গাওঁ 'লাৱনি'
সূৰুয উঠাৰ আগতে 'ওভি'
গাওঁ প্ৰভুকে সুঁৱৰি
অসমত জীয়ৰীয়ে যেনেকৈ গায়
বৰগীত, বিহু, হুঁচৰি ॥

লুইতৰ পাৰে পাৰে আছে হেনো কত
ধুনীয়া ধুনীয়া ধাম !
সেইখন দেশ মোৰ নেদেখা দেশ
তথাপি চিনাকি শুৱনী নাম,
অসমী আইলৈ যাচোঁ প্ৰণাম ॥

অসমত জোনাকৰে ৰাতি চাগৈ
অগ্নিগড়ৰ উষাই আজিও বিনায়
গোদাবৰীৰ বুকুতো, সীতাৰ কান্দোন
পঞ্চৱতী বনে চকুলো সৰায় ॥
( হেনো ) শঙ্কৰে দিছিলে মানবী ধৰম
( আৰু ) লাচিতে দিছিল দুৰ্জ্জেয় সাহ
দেশভক্ত তৰুণে দিলে
মুক্তিৰ মহা প্ৰবাহ

মোৰ মহাৰাষ্ট্ৰতো বীৰ শিৱাজীয়ে
তিয়াগি নৃপৰ বিলাস,
দেশৰ হকে জীৱন যাচিলে
গুৰু আছিল ৰামদাস ॥
মহান তিলক আৰু বীৰ চাভাৰকাৰে
যুঁজিছিল অবিৰাম,
সেইখন দেশৰে জীয়াৰী মই
অসমী আইলৈ যাচোঁ প্ৰণাম ॥

[ গোদাবৰী নৈৰ পাৰত, ১৯৭১ ]

---

পোৱাডা—
লাৱনি— } মহাৰাষ্ট্ৰৰ তিনিটি লোকগীত
ওভি—

## বৰদৈচিলা

কথা : ( ককাই, অসমৰ আকাশত
সেইয়া কাকতৰ চিলা নে বৰদৈ চিলা ? )
গীত : বৰদৈচিলা নে সৰুদৈচিলা নে
অসমৰ আকাশত বৰ বৰ চিলা
চিলাৰায়ৰ চিলা নে কাকতৰ চিলা
নে কাকতত থকা ভুৱা পৰিকল্পনা
চিলা নে শেন নে ৰঙা নীলা চিলা
নে হাঁহিয়াতৰ পাত্ৰ ধোদৰ পচলা
সৌবোৰ ঠোঁট যেন তেজহে সনা
শেন যেন লাগিছে চকুৰে নমনা
অসমীয়াই এইবোৰ ভাবি চাবৰ
বহাগেই বতৰ কিজানি
বোলো হয় হয় হয় হয়
—হয় নে ?
বাঁহতল গুৱনি কেতেকীৰ বাৰীতে
ক'ৰবাৰ ফেটী সাপে বাহ ল'লে ( ল'লে )
কেতেকী ফুলিলে তগৰো ফুলিলে
ফেটী সাপে গপাগপ্ তাকেই গিলিলে
( গিলিলে )
তিল্ তিল্ ক'ত তিল্ তিল্পিঠা নাই
কুঁহিয়াৰ আছে ভাক পেৰোঁতাহে নাই
অসমী আইৰে বৰঘৰ মজিয়াত
বৰখুটা এলাহৰ ঘুণে খাইছে
ধোদৰ আলি গঢ়ি হাত সাৱটি
অসমৰ ৰণুৱাই ৰং চাইছে।

মূৰৰ ফুলাম গামোচাখনি
ক'ৰবাৰ শেনে আহি নিলেহি টানি
গ'ল গ'ল বুলি মাথোঁ চিঞৰিলে
তাকে দেখি শেনহঁতে ৰগৰ কৰিলে
অসমীয়াই এইবোৰ গমি চাবৰ
বহাগেই বতৰ কিজানি
বোলো হয় হয় হয় হয়
হয় নে ?

এহি মানৰ কথা এহিমানে থওঁ
বৰদৈচিলাজনীৰ কথাকে কওঁ
কথা : ( বৰদৈ চিলা মানে কি অ' ককাইটি ? )
গীত : বড়োৰ ভাষাৰে
বৰদৈচিলাৰ
'বৰ' মানে বতাহ
'দৈ' মানে পানী
'চিখলা' মানে হ'ল গোসাঁনীজনী
তেনে সাহসৰ বৰষুণ বোকোচাত লৈ
চিলাজনী উৰিছিল ধুমুহা হৈ
তাই অসমলৈ আগতে আহিছিলে
আহি, হিলদল ভঙা এটি মন দিছিলে
আৰু নানা জাতি উপজাতি একে কৰিছিলে
আজি বছৰেকৰ মূৰত তাই আহে আৰু যায়
অসমীয়া মনটোত থিতাপি নলয়
সেইবোৰ দেখিশুনি এনে ভাব হয়
( বোলো কি ভাব হয় ? )
বৰদৈচিলাজনীৰ আগচুলি থপিয়াই

মাটিলৈ নমাই আনি
অসমীয়া মনটোত সুমুৱাই দিবলৈ
বহাগেই বতৰ কিজানি
বোলো হয় হয় হয় হয়
হয় নে ?

সময়ৰো গতি আছে, জানো জানো
অগতিৰো গতি আছে, তাকো জানো
সোঁৱৰাই দিলেই লাগে জগৰ
দাং খাই উঠে দেখোঁ বিহুৱা নগৰ !
অসমৰ পথাৰৰ বিহু আহি
নগৰৰ ৰভাতলিত বৈ আছেহি
ঢোলৰ ছেৱে ছেৱে শুদা ভাত খায়
শাও খায় থেকেচা
খাই খাই যায়
( আৰু ) বছৰে বছৰে টুটিহে যায়
এইবোৰ দেখি শুনি
এলাই এথানি
ক'বলৈ মন যায় কঁপাই ধৰণী
নতুন পুৰুষে কিছু কাম কৰাৰ
বহাগেই বতৰ কিজানি
হয়নে ?
( বোলো ) হয় হয় হয় হয় ॥

[ চাৰি এপ্ৰিল, পাইনউড, শ্বিলং, ১৯৬৮ ]

## আমি অসমীয়া নহওঁ দুখীয়া

কথা ঃ ( সাহিত্য সম্ৰাট বেজবৰুৱাদেৱে কৈছিল, 'আমি অসমীয়া নহওঁ দুখীয়া, কিহৰ দুখীয়া হওঁ ?'—সঁচা, পিছে )

গীত ঃ 'আমি অসমীয়া নহওঁ দুখীয়া'
বুলি সান্ত্বনা লভিলে নহ'ব
আজিৰ অসমীয়াই
নিজক নিচিনিলে
অসম ৰসাতলে যাব ॥

নানা জাতি উপজাতি
ৰহণীয়া কৃষ্টি
আঁকোৱালি লৈ হৈছিল সৃষ্টি
এই মোৰ অসম দেশ
বিভেদ পৰিহৰি
নিজ হাতে শ্ৰম কৰি
দেশক নগঢ়িলে
এই দেশ হ'ব নিঃশেষ
আৰু মনবোৰও ভাগি ছিগি যাব—
আজিৰ অসমীয়াই নিজকে নবচালে অসমতে মগনীয়া হ'ব ।
প্ৰতি অসমীয়াই কি কৰা উচিত,
উপদেশ দিবলৈ নাই লাচিত ।
'ডাঙৰ নহয় দেশতকৈ মোৰ'
দুৰ্ব্বলচিতীয়া মোমাইবোৰ !' বোলা
হেংদানধাৰী লাচিত নাথাকিলেও
আগুৱাই যাবই লাগিব
নহ'লে অসমীয়া অসমৰ মাটিতে
নিজেই মগনীয়া হ'ব ॥

কোনোবা কাপুৰুষক
পুৰুষ কৰিবলে'
জ্যোতি প্ৰসাদও নাই।
'অসম মৰিলে, আমিও মৰিম'
বুলি ক'বলৈ তৰুণও নাই।
আজি অম্বিকাগিৰি নাই
'দেশ গ'ল গ'ল' বুলি দিনে নিশাই সোঁৱৰাব
আজিৰ অসমীয়াই নিজক নবচালে
অসমতে ভগনীয়া হ'ব।

আনৰ লগতে অসমীয়া অসমতে
যদিহে নেবাচে বাৰু ক'তনো বাচিব
মোৰ আইক ভাল পাওঁ বুলিলে
আনৰ আইক জানো ঘিণ কৰাটো
বুজাব ?

প্ৰতি অসমীয়া আমি ভাল ভাৰতীয়
আৰু দূৰণিৰ পৰা আহি
লুইতৰ পাৰৰে মাটিক
মাতৃ বোলা প্ৰতি ভাৰতীয় হ'ল
নতুন ৰূপৰ অসমীয়া।
আমি সেই ভাবে থাকিলেই হ'ব
নহ'লে আমাৰ 'ৰাজহাড় নাই' বুলি
বিশ্বই বৰকৈ হাঁহিব।

বিশ্ব প্ৰেম
বিনন্দীয়া বুলি
অনুভৱ কৰা প্ৰতিজন অসমীয়া

তুমিওতো জানা এটি কথা
আপোন মাতৃৰ অশ্ৰু নমচিলে
বিশ্ব প্ৰেম হ'ব বৃথা
তুমি বিশ্বৰ শৰীৰত
পঙ্গু অঙ্গ হ'লে
বিশ্বই জানো ভাল পাব ?
পৃথিৱীত জনমি সচেতন নহ'লে,
প্ৰাপ্যও থিতাতে হেৰাব ।

থলুৱা আৰু নতুন অসমীয়াক
এই বেলি—সেৱা যাচি লৈ
সোঁৱৰাব খুজিছোঁ
অসমৰ বাইজে নিজকে পাহৰিলে
ভোগালীতো দুৰ্ভোগ পাব
আৰু বাপতিসাহোন সেই ৰঙালী বিহুটিও
কঙালীত পৰিণত হ'ব—
আজিৰ অসমীয়াই নিজক নবচালে
অসম ৰসাতলে যাব ।
আজিৰ অসমীয়াই নিজক নিচিনিলে,
অসমতে মগনীয়া হ'ব ।
পৃথিৱীত জনমি সচেতন নহ'লে,
প্ৰাপ্যও থিতাতে হেৰাব ॥

[ এই গীত ৰচিত হৈছিল ১৯৬৮ চনত। ১৯৭৯ চনত আৰম্ভ হোৱা অসম আন্দোলনৰ পিছত এই গীতটোৰ কিছু সাল-সলনি কৰিছে, নতুন কথাখিনিৰ কাৰণে পৃঃ ৩৭২ চাওক ]

## দ্বাদশ অধ্যায়

# নিজৰ প্ৰাণৰ কথা

ডক্টৰ ভূপেন হাজৰিকাই তেওঁৰ গীতত নিজকে নিবিড় আৰু ব্যাপকভাৱে প্ৰকাশ কৰিছে। তেওঁ গীতিকাৰ—গীত ৰচাটো তেওঁৰ ধৰ্ম্মৰ নিচিনা। তেওঁ নায়ক—গীত গাই ধৰাত অমিয়া বিলোৱাটো তেওঁৰ প্ৰকৃতি। তেওঁ গীত ৰচে আৰু গায় ধৰ্ম্মৰ কাৰণে বা প্ৰকৃতিৰ কাৰণে নহয়,তেওঁ নিজৰ প্ৰাণৰ উচটনিতহে গীত ৰচি আহিছে। এনে অনুমান হয় যে তেওঁ কল্পনাৰে ঢুকি পোৱা বা ইন্দ্ৰিয়ৰে উপগম কৰা ৰহস্যময় সৌন্দৰ্য্যবিলাকক সুৰ আৰু ছন্দেৰে সজাই পৰাই আনক আনন্দ দিবলৈ তেওঁৰ প্ৰাণে তেওঁক সদায় উচটাই আহিছে। সেয়েহে তেওঁৰ গীতত সীমাবদ্ধতা বা বাধ্যবাধকতা নাই। তেওঁৰ কথা, সুৰ, ছন্দ সকলোৰেই যেন এক মুক্ত প্ৰাণৰ অভিব্যক্তি। তেওঁৰ জীৱনৰ আৱেগ, তেওঁৰ কল্পনা, তেওঁৰ সপোন আৰু তেওঁৰ কবিপ্ৰাণৰ উচ্ছ্বাস তেওঁৰ গীতবিলাকত সদায় মুখৰিত।

তেওঁ কেতিয়াবা নিজকে যাযাবৰ ৰূপে দেখিছে, কেতিয়াবা নিজকে 'অগ্নিযুগৰ ফিৰিঙতি' বুলি দঢ়াই কৈছে, কেতিয়াবা নিজকে সুউচ্চ পাহাৰৰ শৃঙ্গলৈ উঠা 'প্ৰেমিক অশ্বাৰোহী' বুলি কল্পনা কৰিছে, কেতিয়াবা আকৌ নিজকে 'নীলা গৰল পিয়া নীলকণ্ঠ' বুলি ভাবিছে। সেইদৰে এক আবেগপূৰ্ণ মুহূৰ্ত্তত তেওঁ সীমান্তত দেশৰ কাৰণে যুঁজি মৃত্যু সাৱটা সৈন্য হ'বলৈকো বিচাৰিছে,

দুখীয়া খেতিয়কৰ ভাগি পৰা পঁজাত উমি উমি জ্বলি থকা তুঁহ জুই একুৰাৰ ৰক্তিম এক উত্তাপ হ'বলৈকো তেওঁ বিচাৰিছে। তেওঁৰ এনে আৱেগ, এনে কল্পনা আৰু এনে সপোনবিলাকৰ মাজেদি তেওঁৰ প্ৰকৃত ব্যক্তিত্ব চিনা কঠিন। কিন্তু এইটো সত্য যে তেওঁৰ গীতত তেওঁৰ কবিপ্ৰাণৰ এক বিশেষ উচটনি দেখিবলৈ পোৱা যায়। কথা, সুৰ আৰু ছন্দেৰে সৌন্দৰ্য্য সৃষ্টিৰ এক অদম্য হেঁপাহ আৰু মানৱীয় দৰদসিক্ত এক আকুল প্ৰাণৰ স্পন্দন তেওঁৰ গীতত স্পষ্ট।

এইটোও মন কৰিবলগীয়া যে হাজৰিকাৰ বহু গীতত এনে এক চিৰন্তন ভাব আৰু দৃষ্টিভঙ্গীৰ সংহাৰি পোৱা যায় যি অসমীয়া ভাষাত বিৰল। 'চিৰযুগমীয়া ঢৌ', 'সময়ৰ অগ্ৰগতি', 'অনন্ত জোৱাৰ', 'নিলাজ পাহাৰ' আদি নিত্য আৰু চিৰন্তন বিষয়-বস্তুৰে তেওঁ অপৰূপ সৌন্দৰ্য্য সৃষ্টি কৰিছে। এই গীতবিলাকৰ চিৰন্তন দৃষ্টিভঙ্গী আৰু গতিশীল মনোভাৱে শ্ৰোতাৰ অন্তৰাত্মা আলোড়িত কৰি চিৰন্তন প্ৰৱাহত সাঙুৰিব পাৰে।

## ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি

ৰুদ্ধ কাৰাৰ দুৱাৰ ভাঙি
য'ত জ্যোতিয়ে নিতৌ নাচে
তাত কণ্ঠেৰে মোৰ দিম অঞ্জলি
সুৰে মোৰ সাজোন কাচে।

জীৰ্ণ সমাজৰ বন্ধনে মোক
বিষাক্ত বাষ্পহে যাচে
প্ৰাচীৰ ভঙা দুৰ্ব্বাৰ গতিয়ে
পূৰ্ণ মানৱতা যাচে।

মুক্ত বায়ু মোৰ প্ৰাপ্য
য'ত সামূহিক জীৱনৰ উৎস আছে
পৰাজয় নিৰাশাৰ সমাধি ভেটিত
আশাই কৰিতা ৰচে।

[ গুৱাহাটী, ১৯৫৩ ]

## শতিকাৰ ৰূপ খেদোঁ

শতিকাৰ ৰূপ খেদোঁ
কিবা যেন বিচাৰি
খোজ মোৰ নিতে আগুৱায়
মিছা এন্ধাৰে চকু ভাগৰায়
বুকুৰ পোহৰে শিখা বাঢ়ি যায় ॥

দিগবলয়ৰ বাটেৰে
বগাকৈ মন বগ
কুঁৱলী ফালি উৰি যায়
সৱিতাৰ জ্যোতি-বলে
সাগৰৰ হিল্লোলে
মনৰে ৰথ মোৰ নিয়ে কঢ়িয়ায় ॥

কৱিতাৰ কণিকাই
জিলিকনি ছটিয়াই
জীৱনৰ বাট মোৰ দিলে পোহৰাই
জীৱনৰ কথা ভাবি
মৰণক মথিমুৰি
সেন্দূৰী আলিৰে মোৰ
খোজ আগুৱায় ॥

[ কলম্বিয়া বিশ্ববিদ্যালয়, নিউয়র্ক, ১৯৫০ ]

## কঁহুৱা বন মোৰ অশান্ত মন

কঁহুৱা বন মোৰ অশান্ত মন
আলফুল হাতেৰে লোৱা সাৱটি
অ' এটি এটি ক্ষণ যেন মুকুতাৰে ধন
এনেয়ে হেৰুৱালে নাহে উভতি।

নীলা আকাশৰ একোটি তৰা
হঠাতে খহি সাৱটে ধৰা
ঘিট্ মিট্ এন্ধাৰৰ নিমাত ৰাতি
এ' এটি এটি ক্ষণ যেন এটি এটি পণ
এনেয়ে হেৰুৱালে নাহে উভতি।

পুৱতী নিশাৰ সপোন দেখি
দেখিও নেদেখিলোঁ। সেই ক্ষণটি
অনন্ত সময়ৰ সাগৰখনিৰ
চঞ্চল কোলাহলে ভাঙে ঘুমটি।
অ' বলিয়া মন, কিয় উচাটন ?
কালিৰ সূৰুযে আনি দিব পুৱাটি

[ পুৱতী নিশাৰ সপোন ( ১৯৫৯ ) কথাছবিত দিছে ]

## মোৰ গান হওক

মোৰ গান হওক
বহু আস্থাহীনতাৰ
বিপৰীতে
এক গভীৰ আস্থাৰ গান

মোৰ গান হওক
কল্পনা বিলাসৰ
বিপৰীতে
এক সত্য প্ৰশস্তিৰ ধ্যান ॥

মোৰ কলা শৈলীতে
মূৰ্ত্ত হওক
এক মধুৰ বৈশিষ্ট্যৰ মান
সেই গানত জাগক
জনৈক সংগ্ৰামী
সৈনিকৰ মহাপ্ৰাণ

সমসাময়িক সংঘাত
জীৱনৰ জ্যোতি প্ৰপাত
তাৰেই গান হওক ধন্য
হওক সমবেত শিল্পী অগণ্য ॥

ধ্বংসমুখী দৃষ্টিভঙ্গী
কিম্বা মনোমালিন্য
সেয়া নহয় মোৰ গানৰ লক্ষ্য
লক্ষ্য শান্তি অনন্য

মোৰ সুৰ বিন্যাসত
মূৰ্ত্ত হওক
অতীত বৰ্ত্তমান
চিৰ উজ্জ্বল ভৱিষ্যতেও যেন
তাতেই কৰে নিতে স্নান—

মোৰ গান হওক
বহু বাধাৰ প্ৰাচীৰৰ
বিপৰীতে
এক তীব্ৰ গতিৰেই গান ॥

[ কলিকতা, উনৈছ মাৰ্চ্চ, ১৯৬৯ ]

## সুউচ্চ পাহাৰৰ

সুউচ্চ পাহাৰৰ
শৃঙ্গলৈ উঠা মই
( এক ) প্ৰেমিক অশ্বাৰোহী
দুৰন্ত অশ্বৰ পদধ্বনিত
উন্মাদ হোৱা
এক চিৰ বিদ্ৰোহী—

টিক্ টিক্ টিক্ টিক্ সময়ৰ ছন্দত
ধপ্ ধপ্ শব্দ বাজে কলিজাৰ
প্ৰেমৰ ছন্দ মোৰ প্ৰতি ধমনীতে
দুৰ্ব্বাৰ ছন্দ আছে কামনাৰ

সোৱা পাহাৰ শৃঙ্গ
আছে হেনো এক
নেদেখা মোহময়ী কামিনী
অপৰূপা যৌৱনা
সুনবীনা তাই
নতুন ছন্দৰ অধিকাৰিণী

ছন্দৰ বাণী তাই ইমান কাষতে
অথচ তাই হেনো ইমান দূৰৰ মাজতে
হেঙাৰ হৈ অট্টহাস কৰে
ছন্দহীনতাৰ গভীৰ গৰ্ভত
তথাপি হাত মেলি মেলি তাই মাতে
দেহৰ ছন্দত যেন সাগৰ লহৰ
সাগৰৰে লহৰ
তাই হেনো কৰিছে ছন্দৰ ধুমুহাত
ধাৱমান পুৰুষৰ সন্ধান
যি বিশ্বৰ ছন্দে ছন্দে নাচি
বিলায় ছন্দ মহাপ্ৰাণ
মহাকাশ ভৰা নক্ষত্ৰ গতিত
অনন্ত ছন্দৰ বাজে নাগৰা
মন অশ্বৰ সেইয়া ঘটাঘট্ শব্দৰ
ছন্দৰ কৰোঁ আখৰা
( ছন্দৰ আখৰা কৰোঁ )

[ গুৱাহাটী, ১৯৬৯ ]

## চিৰযুগমীয়া ঢৌ তুলি

চিৰযুগমীয়া ঢৌ তুলি
ঢৌ তুলি
চিৰ নতুন পানচৈ উটি যায়
জিলমিলীয়া ঢৌ তুলি
ঢৌ তুলি
সময় নদীত পট আঁকি আঁকি যায়
অণু পৰমাণু হৈ
কাৰ আশা ৰেণু উৰে
আজি উৰে ?

অ' অ' অ' মোৰ মন-গীতিকাৰ
চোৱাঁহি চোৱাঁহি
হৃদয় বিলাই কোন যায় !
জিলমিলীয়া ঢৌ তুলি
ঢৌ তুলি
পদুম সুৰৰ পানচৈ উটি যায়
অণু পৰমাণু হৈ
কাৰ আশা ৰেণু উৰে
আজি উৰে ?
উজনি পানীতে
মৰমী সোঁতত
চিত্ৰলেখীয়ে
চিৰসুন্দৰৰ
হংসকাপেৰে
বুৰঞ্জী লিখে
অ' অ' অ' মোৰ মন-সুৰকাৰ
গোৱাঁহি গোৱাঁহি
সুৰৰ আজি সীমা নাই ;

[ কলিকতা, নৱেম্বৰ ১৯৬৩ ]

## সময়ৰ অগ্ৰগতি

সময়ৰ অগ্ৰগতি
পক্ষীৰাজত উঠি
যাওঁ মই
নতুন দিগন্তলৈ
হাঁহিমুখে
হাঁহিমুখে

জ্যোতিক শিৰত তুলি
আহে দিন
বাজে বীণ
নিৰাশাবিহীন
নাই আক্ষেপ কোনো
পোৱা নোপোৱাৰ
সমুখত পোহৰৰ
জ্বলন্ত জোৱাৰ

সত্যক সাৰথি কৰি
আহে দিন
যায় দিন
বিৰামবিহীন
উৰন্ত মনে মোৰ
নামানে হেঙাৰ
হেঙাৰেই কৰে মোক
মিঠা উপকাৰ।

সুন্দৰ সূৰ্য্য খিয়াই
নাচে মন
নাচে প্ৰাণ
আশঙ্কাবিহীন
জীৱন্ত সুৰে মোৰ
তোলে ঝঙ্কাৰ
গঢ়ি নৱ উৎস
গীতিকা গোৱাৰ।

[ কলিকতা, ১৯৬৮ ]

## ঘৰ ঘৰ বুলি

ঘৰ ঘৰ বুলি খাওঁ হাবাথুৰি
আঁচনি কম্পমান
তথাপি কিয় কৰি আছোঁ মই
বালিঘৰ নিৰ্ম্মাণ

শূন্য শূন্য এই জীৱন
নাই নাই মান অভিমান
নাই স্নেহ নাই মান
তথাপি কিয় জীয়াই থকাৰ
সদা শুনো আহ্বান

নিৰাশ সাগৰ মৌন আকাশ
তৰঙ্গও নিষ্প্ৰাণ
তথাপি যেন দিগন্তত শুনো
নতুনৰ কলতান

অনন্ত মৰু তপ্ত চিন্তা
মৰীচিকা থান বান

তথাপি তাতেই দেখিছোঁ ৰিণিকি
জীৱন জ্যোতিষ্মান
সেয়েহে কিজানি
কৰি আছোঁ মই
বালিঘৰ নিৰ্ম্মাণ !

[ কলিকতা, ন ফেব্ৰুৱাৰী, ১৯৭৮ ]

## মই আৰু মোৰ ছাঁ

কোনে কয় মই অকলশৰীয়া
নহওঁ মই অকলশৰীয়া
মই আৰু মোৰ ছাঁ
দুয়ো দুয়োৰে লগৰীয়া

পৃথিৱী, নক'বা মই অকলশৰীয়া
সঙ্গীহীনতা
মোৰেই সঙ্গী বুলি
কিয় তুমি উপহাস কৰিছা ?

দূৰণিৰ বন্ধু সকলো মিছা
নিচেই কাষৰেই ছাঁহে সঁচা
আশাৰ বালিচৰত
যেতিয়া ঘৰ সাজোঁ
মোৰেই ছাঁই বালি তুলি দিয়ে
এন্ধাৰ বাটতে মোৰেই ছাঁই
মেলি দিয়ে নিতে
জ্যোতিৰ দলিচা

[ কলিকতা, সাত জুলাই, ১৯৬৭ ]

[ 'লটিঘটি' ( ১৯৬৬ ) কথাছবিত দিছে ]

## কোনে জানে তোমাৰ সপোন

কোনে জানে তোমাৰ সপোন হ'ব নে পূৰণ ?
আকাশতে থকা জনে লিখে কপালৰ লিখন
জীৱনৰে ছবি আঁকি কোনে সজাই দিব ?
আকাশতে থকা জনে লিখে কপালৰ লিখন ।
জীৱন বীণা আনন্দেৰে যদি খোজা বজাব
হাঁহি হাঁহি বিধিৰ লিপি মানিলেই হ'ব ।
দুখত যদি হাঁহি থাকা মচি তোমাৰ মৰণ
আকাশতে থকাজনে লিখে কপালৰ লিখন
জীৱনৰ আন এটি নাম পদুম পাতৰ পানী
প্ৰভাতে যে কাল সন্ধিয়াৰ নেজানে আঁচনি
আঁচনি !
কোনে জানে কাহানি হয় উশাহৰ মৰণ
আকাশতে থকাজনে লিখে কপালৰ লিখন ॥

[ কথাছবি : ভাগ্য, ১৯৬৮ ]

## যাঃ যাগৈ

যাঃ যাগৈ
জীৱনৰ যোৱা দিনবোৰ
যাঃ আমনি নকৰিবি !!
যাঃ যাগৈ
পুৰণি গোৱা গীতবোৰ
যাঃ অগনি নজ্বলাবি !!

মিঠা মিঠা কিবা সোৱঁৰণী
পাহৰা গীতৰে কথাখিনি,
চিনাকি চিনাকি মুখ এখনি
সুঁৱৰিও দেখোঁ নাপাওঁ চিনি !

এৰি অহা তুবৰি কিয় বাৰু গছকোঁ ?
আশাৰে ৰঙা ৰঙ মেঘেৰে নাঢাকোঁ
নাই আৰু নাভাবো মনতো নাৰাখোঁ
নাই নাৰাখোঁ !!

উকা নিশাৰে এই সময়খিনি
নেযায় নুপুৱায় কি যে বিঘিনি
পাহৰি এই সুৰ পুৰণি
সাৱটো নতুনৰে আঁচনি ।

সেন্দূৰ সেন্দূৰ ফোঁটটিয়ে

সেন্দূৰ সেন্দূৰ ফোঁটটিয়ে
পাত-গাভৰুৰ কপালতে
সলাজ মৰম আঁকি দি
কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ

গোলাপ গোলাপ গালতে নিয়ৰৰে ঘামবোৰে
অকাই পকাই বৈ বৈ কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ

নিলাজ নিলাজ ভঙ্গিমাৰে, পাহাৰৰে চূড়াবোৰে
নিজৰাক জোকাই জোকাই কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ।

কপাহ কপাহ মেখেলাই ঢাকি থোৱা নখেৰে
ধূলিত ছবি আঁকি তাই কি যে সোৱাদ পায়
মই আজিও নুবুজোঁ৷

সজল সজল চাৱনিৰে কাজল ৰঙৰ নৈখনে
কোমল মেঘক কন্দুৱাই কি যে সোৱাদ পায়
মই বুজিও নুবুজোঁ।

আনৰ কাৰণে

'আনৰ কাৰণে জীৱন শলিতা
কিমান জ্বলাবা আৰু
আৰু কিমান বাকী আছে।
'আনৰ কাৰণে কলিজাৰ তেজ
কিমান ঢালিবা আৰু
আৰু কিমান বাকী আছে ॥

নিজৰ কাৰণে
ভাবিবলে' আহৰি
নাই নাই তোমাৰ
সোঁৱৰালোঁ শতবাৰ
প্ৰতি উষা
শোণিতেৰে

কত পট আঁকা
সেই পটে তোমাকে নিঃশেষ কৰি নাচে ॥
আনৰ কাৰণে কলিজাৰ ৰং
কিমান ঢালিবা আৰু
আৰু কিমান বাকী আছে ।

[ কথাছবি : চিকমিক বিজুলী ( ১৯৬৯ ) ]

## সোঁৱৰণী কুঁৱলীয়ে

সোঁৱৰণী কুঁৱলীয়ে চিঞৰি চিঞৰি কয়
অতীতৰ সীমা-ৰেখা নাই
সমুখতো দেখোঁ আজি পুৰণিক আকুল কৰে
নতুনে মাথোঁ ৰিঙিয়ায় ।
জীৱনৰ বাটটি এৰি অহা খোজবোৰ
নিতে মচে কোন ধুমুহাই
মিছায়ে উভতি চাই পাহৰা গীতটি গাই
দেহা মোৰ ভাগৰিহে যায়
কিবা যেন বিচাৰি হেৰুৱালোঁ কিছু
পোৱাটোও আঁতৰিহে যায়
আজিৰ সোঁতত ভাহি কালিৰ সপোন দেখি
আশা মোৰ নিতে বাঢ়ি যায় ।

[ গুৱাহাটী, ১৯৪৮ ]

## যাবই লাগিব তই

যাবই লাগিব তই
চকুলো মচি লৈ
সবাৰে ভৰষা এৰি হে নৰ মনিষ !
সোণৰ জটাখাক মামৰে ধৰিলে
মামৰৰে বেচতো কেৰেচোন নল'লে
ফুৰিলে কি হ'ব ঘূৰি হে নৰ মনিষ ?
দোকানী চিনিবি
পোহাৰী চিনিবি
চিনিবি চেনেহ মাধুৰী অ'
সংসাৰৰ হাট যায় ভাগিহে, নৰ মনিষ
হাবিয়াষনো কৰি তই
মজিয়ানো মচিলি ঐ
চিকণকে বাটিতে ঐ
অমৃতনো সজালি ঐ
আনন্দৰে পীৰাখন পাৰি ।
ঘৰে ঘৰে মজিয়াতে নিগনিনো বগালে ঐ
অমৃতৰ বাটিতে ঐ
বিহেনো উপচিলে ঐ
পীৰাখন যে নিলে হৰি, এ নৰ মনিষ
মিছা সাগৰতে তই বুৰ মাৰিলি
সাঁতুৰি নাতুৰি ভাগৰেই লগালি
মুকুতাৰ আশাকে কৰি ।
সাগৰৰ মুকুতাৰ চিনও নাই চাবও নাই
ভাগৰত পিবলৈ পানী ছুনি নাই
আছে মায়াজালৰ জৰী হে নৰ মনিষ

[ ধুমুহা (১৯৫৭) কথাছবিত দিছে ]

## অ' জীৱন ডিঙা বাই থাকা

অ' জীৱন ডিঙা বাই থাকা, বান্ধ, হে
গুম্ গুম্ গুম্ গুম্ মেঘে গৰজিলে
হুম্ হুম্ হুম্ হুম্ ধুমুহা আহিলে।

গভীৰ নদীত কুম্ভীৰ আছে
আছে বন্ধু আছে
কুম্ভীৰৰো মৰণ আছে
আছে বন্ধু আছে

বাহুত তোমাৰ বল আছে
হেজাৰ হাতীৰ সাহ আছে
ভয় সঙ্কোচ এৰা বান্ধ হে!

এ কলিজা কঁপোৱা সৌৱা চাকনৈয়া
তাতে কিনো হ'ল?
মাজ পানীত নাও ভাগে চোৱা
এ তাতে কিনো হ'ল?
এ ব'ঠা দেখোঁ ভাগে
হে হাত ক'লৈ গ'ল?
পাল দেখোঁ চিৰে
হে বুকু ক'লৈ গ'ল?
কান্দোন এৰি হাঁহি থাকা বান্ধ হে॥

[ এৰা বাটৰ সুৰ ( ১৫৬) কথাছবিত দিছে ]

## সোঁৱৰণী ( মোৰ )

সোঁৱৰণী ( মোৰ )
ৰাঙলী জীৱনৰ ৰঙবোৰ কেনিবা গ'ল
পাহৰণি এন্ধাৰত
ধুনীয়া অতীতৰ জীৱন্ত সমাধি হ'ল ।

মনৰে আঁত বোৰ
কেনি হেৰুৱালোঁ
ভাষাৰে পখিলী
কেনি উৰুৱালোঁ
উভতি নোচোৱা হ'ল

হাতীপটি ভাগি পৰিল
আকাশত অগনি জ্বলিল
সূৰুযৰ চকুলো সৰিল
পাহৰণি এন্ধাৰত
ধুনীয়া অতীতৰ জীৱন্ত সমাধি হ'ল

পাহৰা দিনৰে
কত পম খেদিলোঁ
গভীৰ নিৰাশাৰ লুইতত বুৰিলোঁ
উশাহ নোহোৱা হ'ল
সুৰ বোৰ কেনিবা গ'ল ।

[ কথাছবি : পুৱতী নিশাৰ সপোন (১৯৫১) ]

## ত্ৰয়োদশ অধ্যায়

# সাময়িক প্ৰসঙ্গৰ গীত

সাময়িক প্ৰসঙ্গক উপলক্ষ কৰিও ভূপেন হাজৰিকাই বহু গীত ৰচিছে। এই গীতবিলাক অসমীয়া ৰাইজলৈ তেওঁৰ বিশেষ অৱদান। এই গীতবিলাকে ঐতিহ্যপূৰ্ণ কিছুমান মুহূৰ্ত্তক যাউতিযুগীয়া কৰিলে। মহত্বপূৰ্ণ কিছুমান ঘটনাই তেওঁৰ মনত জগোৱা চিন্তা ভাবনাবোৰৰ গীতি ৰূপ দি তেওঁ সেই ঘটনা বা মুহূৰ্ত্তবিলাকক গতিশীল সময়ৰ বুকুত ভাব তৰঙ্গৰ স্থিৰ চিত্ৰ ভাবে চিৰস্থায়ী কৰিছে। শ্ৰোতাৰ ওপৰত তেওঁৰ এনে গীতৰ প্ৰভাৱ মন কৰিব-লগীয়া। ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহত বাপুজীৰ অস্থি আহি গুৱাহাটীৰ শুক্লেশ্বৰ ঘাট পাবৰ সময়ত গোৱা "তেৰ শ চৌৱন্নৰ মাঘৰে মাহতে" গীতটোৰে তেওঁ হাজাৰ হাজাৰ লোকৰ মনত গান্ধীজীৰ প্ৰতি থকা শ্ৰদ্ধা ভক্তিক সোঁৱৰাই তেওঁলোকৰ জীৱন পৰিপূৰ্ণ কৰিব পাৰিছিল। আজিও এই গীতটোৱে শ্ৰোতাৰ মনত গান্ধীজীক জানিবলৈ বা গান্ধীজীৰ অৱতাৰ সদৃশ ব্যক্তিত্বক চিনিবলৈ উৎপ্ৰেৰণা যোগায়।

সেইদৰে পণ্ডিত জৱাহৰলাল নেহৰুৰ মৃত্যুৰ পিছত হাজৰিকাই ৰচা "ৰঙাকৈ গোলাপৰ কলি, হীৰালালে" গীতটোত নেহৰুৰ ব্যক্তিত্ব আৰু বিশ্বশান্তিৰ প্ৰতি থকা তেওঁৰ ৰৰঙণি প্ৰতিস্ফুট হৈছে—এই গীতটোৰ কৌশল মন কৰিব লগীয়া—হীৰালাল আছিল নেহৰুৰ মালী। তেওঁ নিতৌ এটি ৰঙা গোলাপৰ

-কলি নেহৰুক কোটত লগাবৰ কাৰণে দিছিল। ভাৰতে স্বাধীনতা পোৱাৰ পিছত নেহৰুৱে ভাৰতীয়সকলক যি পথেৰে আগুৱাই নিবলৈ চেষ্টা কৰিছিল তাৰ গুণাগুণ হয়তো ভাৰতীয় লোকে নানা ধৰণেৰে সমালোচনা কৰিব কিন্তু, 'দৰ্শন প্ৰয়াগত' স্নান কৰি আমাৰে পানী ছটিওৱা জৱাহৰলালে যি দৃঢ়তাৰে ভাৰতক নেতৃত্ব কৰি বিশ্ব-নেতা হিচাপে খ্যাতি আৰ্জিলে তাক সুঁৱৰি সকলো ভাৰতীয়ই গৌৰৱ আৰু আনন্দেৰে ভূপেন হাজৰিকাৰ সুৰতে সদায়ে ক'ব পাৰিব 'পৃথিৱীৰ বিবেক অসহায় হ'লেই কাৰ পিনে লৱৰি যাব'।

কটন কলেজৰ নৱাগত ছাত্ৰৰ মৌ-মেলৰ উপলক্ষে ৰচা "স্নেহেই আমাৰ শত শ্ৰাৱণত ধাৰাসাৰ বৃষ্টিৰ প্লাৱন আনে" গীতটোৱে কেৱল কটন কলেজ নালাগে প্ৰত্যেক অসমীয়া ছাত্ৰৰ মনত মৰম চেনেহৰ আৰু বিদ্যাসাধনৰ নিমিত্তে উৎসাহৰ নতুন পুলক সদায়ে জগাব। কটন কলেজৰ নৱাগত ছাত্ৰৰ মৌ-মেল প্ৰত্যেক বছৰেই এক বিশেষ উৎসৱ, কিয়নো, কটন কলেজ কেৱল এখন শিক্ষা অনুষ্ঠানেই নহয়—পিছপৰা অসমীয়া জাতিৰ ই যেন এক ঐশ্বৰিক সাৰথি। সেয়েহে ইয়াত পঢ়িবলৈ অহা ছাত্ৰসকলৰ মাজত সাধাৰণতে এক বিশেষ উৎপ্ৰেৰণা, এক বিশেষ আকাঙ্ক্ষা আৰু পৱিত্ৰ জ্ঞান অৰ্জ্জনৰ কাৰণে এক বিশেষ ধাউতি দেখিবলৈ পোৱা যায়। ডক্টৰ ভূপেন হাজৰিকাই এই গীতটোত নৱাগত ছাত্ৰসকলৰ হিয়াত গোপনীয় হৈ থকা এই পৱিত্ৰ ভাববিলাক যেনেদৰে প্ৰকাশ কৰিছে সি সঁচাকৈয়ে বিস্ময় মানিবলগীয়া। এই গীতটোৱে তেওঁ কটন কলেজৰ প্ৰত্যেক ছাত্ৰৰে হিয়াত সদায় প্ৰৱেশ কৰিব পাৰিব আৰু তেওঁলোক প্ৰত্যেকৰে মনত সেই স্নেহ আৰু নৱ নৱ ধ্যান চিৰস্থায়ী কৰিব। ই মোৰ ব্যক্তিগত আনন্দ যে এই গীতটো মই প্ৰায়ে বজাই শুনো আৰু ই মোৰ ব্যক্তিগত অভিজ্ঞতা যে এই গীতটো সদায়ে নতুন নতুন যেন লাগে। ই এক চিৰ-নতুন গীত। এই গীতটোৱে মই ১৯৫৪ চনত কটন কলেজত প্ৰৱেশ কৰা বছৰটোত মোৰ জীৱনৰ আশা-আকাঙ্ক্ষাবোৰ, মোৰ লগত কটন কলেজত পঢ়া মোৰ সংপাঠী বন্ধু-বান্ধৱী সকলৰ প্ৰতি থকা স্নেহ আৰু আমাৰ জীৱনৰ গতিপথ নিৰ্দ্দেশক মোৰ পৰম শ্ৰদ্ধাভাজনসকলৰ প্ৰতি থকা ভক্তিক মোৰ মনত সদায়ে সজীৱ কৰি ৰাখিছে।

ভূপেন হাজৰিকাৰ সাময়িক প্ৰসঙ্গক উপলক্ষি ৰচা গীতবিলাকৰ বৈশিষ্ট্য এয়েই যে সেই ঐতিহ্যপূৰ্ণ মুহূৰ্ত্তবিলাকৰ বিশেষ পৰিবেশ-মতি তেওঁ অতি কম কথা আৰু মৰ্ম্মস্পৰ্শী সুৰৰ জালেৰে ধৰি পেলায়। এইবিলাক গীতত তেওঁৰ আন্তৰিকতা আৰু মানৱীয় গুণ বিশেষ ভাৱে প্ৰতিস্ফুট হৈছে। এই শ্ৰেণীৰ কোনো কোনো গীত তেওঁৰ প্ৰেমগীতবিলাকতকৈও বেছি গভীৰ আৰু বেছি আন্তৰিকতাপূৰ্ণ, কিয়নো এই গীতবিলাকত তেওঁ মানৱীয় অনুভূতি বা মানৱ শক্তিৰ বিষয়েহে অতি আন্তৰিকভাৱে গাইছে। যিদৰে মাধৱদেৱে সকলো সাময়িক প্ৰসঙ্গৰ পৰা ভকতিৰ অমৃত উলিয়াই তাক বিলাব পাৰিছিল ঠিক সেইদৰে ভূপেন হাজৰিকাই যেই কোনো প্ৰসঙ্গতে প্ৰচ্ছন্ন মানৱীয় অনুভূতি আৰু মানৱ শক্তিৰ মহত্ব ফুটাই তুলি তাক আনৰ মাজত বিলাব পাৰে।

চীন-ভাৰতৰ যুদ্ধৰ সময়ত "কত জোৱানৰ মৃত্যু হ'ল" গীতটোৰে তেওঁ সকলোৰে হৃদয়ত মৃত জোৱানসকলৰ সন্তপ্ত পৰিয়ালৰ প্ৰতি সমবেদনা আৰু কৰুণাৰ কঁপনি তুলিছিল। সেইদৰে "ৰণক্লান্ত নহওঁ, ৰণক্লান্ত নহওঁ" গীতটোৱে সকলোকে দেশৰ হকে যুঁজিবলৈ দেশপ্ৰেম বিশেষভাৱে সজীৱ কৰি তুলিছিল। সেই একে পটভূমিতে ৰচা "বুকু হম হম কৰে" গীতটোৰ বিষয়ে আমি আগেয়ে উল্লেখ কৰিছোঁ। এই গীতটোত হাজৰিকাই মাতৃ প্ৰেম আৰু দেশপ্ৰেম ইমান আন্তৰিকভাৱে প্ৰকাশ কৰিছে যে ই আধ্যাত্মিকতাৰ স্তৰ পাইছেগৈ।

কপিলী নদীত বান্ধ নিৰ্ম্মাণ কৰি বৈদ্যুতিক শক্তি উৎপাদনক উপলক্ষি ৰচা "কপিল, কপিলী ৰাংঢালী ছোৱালী" গীতটোত তেওঁ কপিলী নদীক এজনী ৰাংঢালী ৰূপহী ৰূপে কল্পনা কৰিছে। নাৰী শক্তিৰ প্ৰতি সম্মানজনক সুৰত গোৱা এই গীতটাত ডক্টৰ হাজৰিকা আজিৰ নাৰী জাগৰণৰ দৃষ্টিভঙ্গীৰ দ্বাৰা প্ৰত্যক্ষভাৱে নহ'লেও কিছু দূৰ প্ৰভাৱান্বিত যেন লাগে। আন গীতত তেওঁ নাৰীক জয় কৰিবলগীয়া ৰাজ্য বা নীলকণ্ঠেৰে বশ কৰিব পৰা সৰ্পিনীৰ দৰেহে তেওঁ দেখিছে। তেওঁৰ আন কিছুমান গীতৰ পৰা এনে অনুমান হয় যে তেওঁ কাৰণে নাৰীসকল ওঁঠৰ পৰশেৰে তেওঁৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে শিহৰণ তোলা বা তেওঁক সঙ্গসুখ দিয়া মধুৰ দেহৰ ভাজৰ মানুহৰ উপভোগ্য দেৱতাৰ

কিবা প্ৰসাদহে। কিন্তু এই গীতটোত তেওঁ নাৰীক শক্তিশালিনীৰূপে প্ৰকাশ কৰিছে। কুৰি শতিকাৰ এই দশকৰ পৃথিৱীৰ চুকে-কোণে নাৰীৰ পুৰুষৰ সৈতে সমান মৰ্যাদা, সমান অধিকাৰ আদিৰ বাবে নতুন আন্দোলনে বিশেষ ভাবে গা কৰিছে। কপিলীৰ গাত লুকাই থকা হেজাৰ সূৰুযৰ জ্যোতিৰ দৰে এই যুগত পৃথিৱীয়ে নতুনকৈ আৱিষ্কাৰ কৰিছে প্ৰত্যেক নাৰী মূৰ্ত্তিত সঞ্চিত শক্তি, যাক সমাদৰ কৰি নতুন সমাজ গঢ়াটো এই যুগৰ ধৰ্ম্ম। এই যুগ-চেতনাৰ প্ৰতি সাধাৰণ ইঙ্গিত থকা বাবে এই গীতটো উল্লেখযোগ্য।

১৯৭৬ চনত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে ভাৰতৰ গণতান্ত্ৰিক সমাজত কুঠাৰাঘাত কৰি স্বেচ্ছাচাৰী শাসন প্ৰৱৰ্ত্তন কৰিলে। শ্ৰীমতী ইন্দিৰা গান্ধীয়ে যে অশৃঙ্খলতা, স্বাৰ্থপৰতা, বৰ্দ্ধিত জনসংখ্যা আদিৰ কাৰণে হোৱা ভাৰতৰ অধোগতিৰ অৱসান ঘটাই ভাৰতত এক শৃঙ্খলাৱদ্ধ জাতি সুদৃঢ়ভাৱে প্ৰতিষ্ঠা কৰিবলৈকে এনে কৰিছিল তাত সন্দেহ নাই। এই কাৰ্য্যত তেওঁ কিছুদূৰ সফলও হৈছিল। কিন্তু স্বেচ্ছাচাৰী শাসনে মানুহৰ সাধাৰণ অধিকাৰবোৰ মষিমূৰ কৰা কোনেও সহ্য কৰিব নোৱাৰে। সেয়েহে বহুতো ভাৰতীয় বিদ্ৰোহী হৈ উঠিছিল আৰু তেওঁলোকে ভাৰতীয়সকলক আকৌ স্বেচ্ছাচাৰী শাসকৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ জগাই তোলাৰ প্ৰয়োজন বোধ কৰিছিল। শ্ৰীমতী ইন্দিৰা গান্ধীক আমি এই কাৰণেই শলাগিব লাগিব যে তেওঁ ভাৰতৰ কাৰণে কৰা প্ৰচেষ্টাক ৰাইজে আদৰ কৰিব বুলি তেওঁ অতি আন্তৰিকভাৱে বিশ্বাস কৰিছিল আৰু সেইকাৰণে তেওঁ নিৰ্ব্বাচনী পাতিবলৈ আগ বাঢ়িছিল। সেই নিৰ্ব্বাচনী ন্যায়ভাৱে সমাধা কৰি তেওঁ সাহসী ব্যক্তিত্বৰ পৰিচয় দিয়ে। ইয়াৰ আগতে পৃথিৱীৰ কোনো স্বেচ্ছাচাৰী নেতাই এনে নিৰ্ভীকভাৱে ৰাইজৰ সন্মুখীন হ'বলৈ সাহস কৰা নাই। ফ্ৰান্সৰ জেনেৰেল ডি গ'লে নিজৰ শাসন নীতিৰ অনুমোদন বিচাৰি গণভোট লৈছিল যদিও ফ্ৰান্স আৰু ভাৰতৰ পৰিস্থিতিৰ মাজত আকাশ পাতাল প্ৰভেদ।

ইন্দিৰা গান্ধীয়ে আয়োজন কৰা ১৯৭৭ চনৰ নিৰ্ব্বাচনী ভাৰত বুৰঞ্জীৰ এক গৌৰৱপূৰ্ণ ঘটনা। ইন্দিৰা গান্ধীয়ে প্ৰদৰ্শোৱা আত্মবিশ্বাস, সাহস আৰু নিৰ্ভীক ব্যক্তিত্বৰ উপৰিও প্ৰথমবাৰৰ কাৰণে ভাৰতীয় মুক্তিকামী ৰাইজৰ

শক্তি পৰীক্ষা এই নিৰ্ব্বাচনীতে হ'ল। গণভোটৰ প্ৰবল শক্তিক বৰ্ণাই এই সময়ত ডক্টৰ হাজৰিকাই ৰচা "আহ আহ ওলাই আহ", "মুক্তিকামী লক্ষজনৰ", "ৰাইজ আজি ভাৱৰীয়া" এই গীত কেইটাৰ সবল প্ৰকাশে অসমীয়া ৰাইজক সদায় বলীয়ান কৰিব। এই গীত কেইটাৰ তেজস্বী প্ৰকাশ শঙ্কৰদেৱৰ "শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা" বৰগীতটোৰ লগত বহুত দূৰ মিলে। সেই একেই ৰাৱণ বধৰ পটভূমি আৰু অন্যায় অধৰ্ম্ম পাপ কৰিবলৈ ওলাই অহা সেনানীৰ অগ্ৰগতিৰ অতি উৎসাহপূৰ্ণ বিৱৰণ। শঙ্কৰদেৱৰ প্ৰকাশভঙ্গীৰ দ্বাৰা ডক্টৰ হাজৰিকা প্ৰভাৱান্বিত বুলি ভাবিবৰ এটা কাৰণ এয়েই যে উপৰোক্ত বৰগীতটো ডক্টৰ হাজৰিকাৰ অতি প্ৰিয়—এই বৰগীতটো যেন দানৱৰ বিৰুদ্ধে যুঁজিবলৈ মানৱৰ নিজৰ শক্তিত বিশ্বাসৰ এক বলিষ্ঠ প্ৰকাশ। ই গুৰুজনৰ সৃষ্টিৰ সময়ে ক্ষয় কৰিব নোৱৰা তেজস্বী প্ৰকাশ আৰু হাজৰিকাৰ শঙ্কৰী প্ৰতিভাৰ প্ৰতি থকা শ্ৰদ্ধাৰ পৰিচয় দিয়ে।

১৮:৬ খৃষ্টাব্দত বৃটিচ চৰকাৰে বঙালী ভাষাক অসমৰ চৰকাৰী ভাষা কৰা দিনৰে পৰা অসমীয়া ৰাইজে অসমত অসমীয়া ভাষাক জীয়াই ৰাখিবৰ কাৰণে আন্দোলন কৰি আহিবলগীয়া হৈছে। ৰাজনৈতিক, সামাজিক বা অৰ্থনৈতিক কাৰণত এই আন্দোলনে বেলেগ বেলেগ সময়ত বেলেগ বেলেগ ৰূপ ধাৰণ কৰিছে। যোৱা অৰ্দ্ধ শতাব্দীত ঘাইকৈ চাৰিটা আন্দোলন লেখত ল'ব লগীয়া—১৯৫০-৫১ চনৰ, ১৯৬০-৬১ চনৰ, ১৯৭০-৭১ চনৰ আৰু বৰ্ত্তমানৰ আন্দোলন। এইটো মন কৰিবলগীয়া যে এই গোটেই কেইটা আন্দোলন সাধাৰণতে নিৰ্ব্বাচন নাইবা পিয়লৰ সময়তে সংঘটিত হৈছিল আৰু এই গোটেই কেইটা আন্দোলনৰ প্ৰধান কাৰণ হৈছে অসমত বসবাস কৰা বঙালী ভাষী লোকসকলে অসমীয়া ভাষাক আদৰ নকৰি অসমত বঙালী ভাষাক জাপি দিবলৈ ৰখা আক্ৰমণাত্মক মনোভাৱ। এই মনোভাৱ হিন্দু বঙালী, সকলৰ মাজত বিশেষভাৱে পৰিলক্ষিত। তেওঁলোকে সততে কলিকতীয়া নেতৃত্বৰ ওপৰতে নিৰ্ভৰ কৰে। আনহাতে বাংলাদেশৰ পৰা অসমলৈ অহা বঙালী মুছলমানসকলৰ অভিপ্ৰায় বেলেগ ধৰণৰ। ছাৰ ছাদুল্লাৰ দিনৰে পৰা অসমত মুছলমানধৰ্ম্মীলোকক সংখ্যাগৰিষ্ঠ কৰি পাকিস্তানৰ বা বাংলাদেশৰ অন্তৰ্ভুক্ত কৰিবলৈ এক ষড়যন্ত্ৰ চলি আহিছে। এই ষড়যন্ত্ৰত অসমৰ বহুতো

নেতাই ভোটৰ আশাত জানি বা নজনাকৈ সহায় কৰি আহিছে। বৰ্ত্তমান অসমৰ সৰহ সংখ্যক বঙালীভাষী লোকেই হ'ল মুছলমানধৰ্ম্মী। সেয়েহে ভাষা আন্দোলনক মুছলমান ধৰ্ম্ম বিৰোধী বুলি আখ্যা দিয়াটো সহজ হৈ পৰিছে। ফলস্বৰূপে অসমীয়া হিন্দু মুছলমান উভয়ৰে ভৱিষ্যত বিপদাপন্ন হৈছে। বঙালীসকলে অসমীয়া হিন্দু-মুছলমানৰ কেৱল ভাষাটোকে আক্ৰমণ কৰা নাই তেওঁলোকৰ ঐতিহ্যপূৰ্ণ মিলা-প্ৰীতিৰ ঠাইত বিভেদ সৃষ্টি কৰিছে। কোৱা বাহুল্য যে অসমীয়া সমাজৰ যি হিন্দু, মুছলমান, খৃষ্টিয়ান আদি ভিনধৰ্ম্মী লোকৰ মাজত ইমান দিনে মিঠা এক জাতীয় ঐক্য বিৰাজ কৰি আহিছে সেই অসমীয়া সমাজৰ অস্তিত্ব আজি লোপ পাওঁ পাওঁ।

ভাষা আন্দোলনে ভূপেন হাজৰিকাক বিশেষ দোধোৰ মোধোৰত পেলাইছে। এফালে অসমীয়া ভাষা-কৃষ্টি-সমাজৰ প্ৰতি তেওঁৰ অপৰিসীম প্ৰেম আনফালে কলিকতা তেওঁৰ কৰ্ম্মক্ষেত্ৰ। তদুপৰি মানৱতাবাদ তেওঁৰ ধৰ্ম্ম স্বৰূপ। তেওঁ বিচাৰে যে অসমত বসবাস কৰা বঙালী বা আন অনা-অসমীয়ালোকে অসমকে মাতৃভূমি বুলি অসমীয়া ভাষা-কৃষ্টিক আদৰ কৰা উচিত। তেওঁ বিচাৰে যে অসমীয়ালোকে অমানৱীয় বা হিংসাত্মক কাৰ্য্যত যেন লিপ্ত নহয়। তেওঁ এইটোও বিচাৰে যে অসমীয়াসকল বিশ্বৰ শৰীৰত পঙ্গু অঙ্গ নহৈ অসমীয়া ভাষা-কৃষ্টি আৰু অসমীয়া সমাজক সকলোপিনৰ পৰা চহকী কৰিবলৈ উঠি পৰি লাগিব লাগে। সেয়েহে নিজৰ সংৰক্ষণ আৰু উৎকৰ্ষ সাধনৰ কাৰণে অসমীয়া সকলক বহ্নিমান ব্ৰহ্মপুত্ৰৰ দৰে জ্বলন্ত জাগ্ৰত হ'বলৈ তেওঁ আহ্বান জনাইছে।

ভাষা আন্দোলনবিলাকক উপলক্ষি গোৱা তেওঁৰ গীতবিলাকত তেওঁ অসমৰ থলুৱা আৰু নতুন অসমীয়া আটাইলৈকে সমন্বয়ৰ বাণী শুনাইছে। ১৯৫০-৫১ চনৰ আন্দোলনৰ সময়ত তেওঁ আমেৰিকাত আছিল। সেয়েহে হয়তো তেওঁ সেই সময়ত ৰচা গীত পোৱা নগ'ল। ১৯৬০-৬১ চনৰ আন্দোলনৰ সময়ত তেওঁ আৰু শ্ৰীহেমাঙ্গ বিশ্বাসইঁতে গাই ফুৰা 'মৰমৰ ভাষাৰে আহৰ নাইকিয়া' গীতটোত বঙালী অসমীয়া প্ৰীতিৰ মধুৰ বাণী আছে। ১৯৭১-৭২ চনৰ আন্দোলনৰ সময়ত অলপ হতাশ আৰু অলপ অধৈৰ্য্যেৰে তেওঁ বঙালীসকলক

সঁকীয়ালে যে অসমীয়া ভাষা-কৃষ্টিক অনাদৰ কৰি তেওঁলোকে জুই লৈছে খেলিছে।

এতিয়া বৰ্ত্তমানৰ আন্দোলনৰ সময়ত তেওঁও আন অসমীয়াৰ দৰে উপলব্ধি কৰিছে যে হয়তো বহুত পলম হ'ল—এতিয়া আৰু যুক্তি, বুজনিৰ অপেক্ষাত ৰ'বলৈ সময় নাই। এতিয়া মহাবাহু ব্ৰহ্মপুত্ৰৰ বলতে বলীয়ান হৈ শেষ সংগ্ৰাম চলাবৰ হ'ল। এইয়া অসমীয়াৰ 'শেষ শৰাইঘাট'। এইবাৰ নিজকে সক্ষম কৰিব নোৱাৰিলে অসমীয়া জাতি অতি সোনকালেই নিশ্চিহ্ন হ'ব'।

ভাৰতী স্বাধীনা হ'ল

অ' ভাৰতীৰে!
অ' পৃথিৱীৰে!
স্বাধীনচিতীয়া দল
ভাৰতী স্বাধীনা হ'ল

ঘিটমিট এন্ধাৰ কঙ্কাল-সাৰ
অতীতৰ অস্ত হ'ল
অতীত নাশি নৱ জেউতিয়ে
জিলমিলাই জলমল।

অগ্ৰদূত সৱে যাম আগুৱাই
তৰঙ্গ সম কৰি কল কল
পৃথিৱীৰ প্ৰগতিৰ হকে আমি
পান কৰি দুখ হলাহল।

সাম্যৰ মন্থন পাতিব লাগিব
চূৰ্ণ কৰি শোষণ অনল
মুমূৰ্ষু জনতাই নব চেতনাত
তোলক আনন্দৰ কোলাহল

ভাৰতীৰ দৃষ্টি ভাৰতীৰ কৃষ্টি
সকলো মহীয়ান হ'ল
মহা মানৱৰ মহা বাণীয়েই
যাচে নিতে মহাবল

জিক্‌মিক্ হাতীপটি বিপ্লৱী বাটটি
সমুখত পৰি ৰ'ল
কৰা অভিযান মহা অভিযানৰ
জ্যোতিৰ সৃষ্টি অবিৰল
ৰূপ সৃষ্টি অবিৰল

[ বিপ্লৱী ( ১৯৪৮ ) কথাছবিত দিছে ]

## তেৰ শ চৌৱন্নৰ

[ এই গীতটোৰ বিষয়ে তৃতীয় ভাগৰ ষষ্ঠ অধ্যায়—সামাজিক পটভূমিত উল্লেখ কৰা হৈছে ( পৃঃ 137-138 )। এই গীতটো এতিয়াও সম্পূৰ্ণৰূপে শুদ্ধভাৱে গোটাব পৰা নাই। কোনো সদাশয়ে জানিলে লিখি বাধিত কৰিব বুলি আশা কৰিলোঁ ]।

তেৰ শ চৌৱন্নৰ মাঘৰে মাহতে
যোলৰে বিয়লি বেলা।
পৃথিৱীৰ শিৰতে বজ্ৰপাত পৰিলে
বাপুজী ক'লৈনো গ'লা ॥

এন্ধাৰৰ মাজেদি জোৰ লৈ আহিলা
হিংসাক দূৰলৈ ঠেলি।
অহিংসাৰ বাণীৰে জগতক বুৰালা
অসত্যক কেনিবা খেদি ॥

সোতৰ মাঘতে আকাশত উৰিলে
চন্দন কাঠৰে ধোঁৱা।
ধোঁৱাকে সাৰটি ফেকুৰি ফেকুৰি
বতাহে কান্দিছে চোৱাঁ ॥

## ৰণক্লান্ত নহওঁ

[ ১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰে আৰু সীমান্ত ৰখীয়া ভাৰতীয় সৈন্যক নিপাত কৰি অসম উপত্যকাৰ উত্তৰত কামেং অঞ্চল পায়হি। অসম ৰক্ষা কৰাৰ কোনো উপায় নেদেখি নেহৰু চৰকাৰে অসম আৰু উত্তৰ-পূব সীমান্ত অঞ্চলক শত্ৰুৰ হাতত এৰি শিলিগুৰিতেই চীনা সৈন্যক বাধা দিবৰ প্ৰস্তুতি কৰে আৰু নেহৰুৱে ৰেডিঅ'ত "অসমৰ ৰাইজৰ কাৰণে মোৰ প্ৰাণ কান্দি উঠিছে" ( My heart bleeds for the people of Assam ) বুলি অসমীয়া ৰাইজক বিদায় দিয়ে। সৌভাগ্যবশতঃ চীনা সৈন্যই অসম অধিকাৰ নকৰাকৈ উভতি গ'ল। তলৰ গীত তিনিটা, 'বুকু হম্ হম্ কৰে' আৰু 'বক্ষ তীখা হৈ গলে' গীত কেইটা এই পটভূমিতে ৰচা ]।

ৰণ ক্লান্ত নহওঁ
সেই মুহূৰ্ত্ত লৈ
—যি মুহূৰ্ত্ততে
মোৰ সীমান্ততে
শেষ শত্ৰু দৈত্যটিৰ
নহয় মৰণ ॥ ৰণক্লান্ত নহওঁ ॥

ঝন্‌ঝনায়
আজি ঝন্‌ঝনায়
মোৰ অগণন জোৱানৰ মাৰণাস্ত্ৰ।
গম্ গমায়
আজি গম্ গমায়
জয় প্ৰতিজ্ঞা ধ্বনিৰে মোৰ ৰাষ্ট্ৰ।
নিয়তিৰ ৰূপ ধৰি
কাপুৰুষ শত্ৰুৰ
বিদাৰিম্ বক্ষ
কৰি লওঁ পণ ॥

দিগভ্ৰান্ত নহওঁ
দিগ্‌ভ্ৰান্ত নহওঁ
কোনো চক্ৰান্তত
—যি চক্ৰান্তত
মোৰ দেশপ্ৰজাৰ হয়
বৰ্ব্বৰ আঘাতত
অকাল পতন ॥ ৰণক্লান্ত নহওঁ ॥
বৃদ্ধ গান্ধীক পদাঘাত কৰিলি!
পঞ্চশীলকে 'ত্ৰাস' বুলি হাঁহিলি!
বিশাল এচিয়াৰ সংহতি নাশিলি!
তোৰ গৰ্ব খৰ্ব হ'ব
দম্ভ তৰ্ক যাব,
ভাৰত সিংহ আজি জাগ্ৰত হয় ॥
প্ৰতি ৰক্ত বিন্দুতে
সহস্ৰ শ্বহীদৰ
সাহৰ ঐতিহ্য উজ্জ্বল হয় ॥

নৰ ৰক্ত লোলুপ
পৰৰাজ্য লোলুপ
কৰোঁ সাৱধান হ পশ্চাৎ গামী
মহাৰুদ্ৰ ৰূপে
মহা সত্য ৰূপে
মোৰ মুক্তি সৈন্য হয় অগ্ৰগামী
দেশৰ মাটিত আমি
বক্ষ ৰক্তেৰে
স্বাক্ষৰ কৰি কৰি
সঁপিম জীৱন ॥ ৰণক্লান্ত নহওঁ ॥

## মৃতক নহলোঁ মই কিয ?

কত জোৱানৰ মৃত্যু হ'ল ?
কাৰ জীৱন যৌৱন গ'ল ?
সেই মৃত্যু অপৰাজেয় ?
তেনে মৃতক নহলোঁ মই কিয় ?

হেনো হিমালয় ভাৰতৰ প্ৰহৰী
তাহানি শুনিছিলোঁ কাহিনী ;
পিছে মৃত জোৱান সৱে চিঞৰিছে
"লাগে চিৰজাগ্ৰত এটি বাহিনী" ॥

আমি কামেং সীমান্ত দেখিলোঁ
দেখি শত্ৰুৰ পশুত্ব চিনিলোঁ ;
আৰু মৃত মৌন শত জোৱানলৈ
মোৰ অশ্ৰু অঞ্জলি যাচিলোঁ ॥

কত পিতৃ পুত্ৰ হাৰা হ'ল !
কোন মাতৃৰ বুকু শুদা হ'ল !
ৰঙা সেন্দূৰ কাৰ মচা গ'ল ?
কাৰ বাসনা অপূৰ্ণ ৰ'ল ?

প্ৰতি জোৱান ৰক্তৰে বিন্দু
হ'ল সাহসৰ অনন্ত সিন্ধু
সেই সাহসৰ দুৰ্জ্জেয় লহৰে
যাচিলে প্ৰতিজ্ঞা জয়ৰে ॥

## সংগ্ৰাম লগ্নে আজি

সংগ্ৰাম লগ্নে আজি
শঙ্কা ত্ৰাস ত্যাজি
আইস বীৰসব, দুষ্কৃতি নাশিতে— ।

অগ্নিমন্ত্ৰে দীক্ষা লৈয়া আইস
আজি যত দৈত্যাকে বধিতে— ।
ন্যায় তন্ত্ৰে শিক্ষা লৈয়া আইস
আজি যত পশুত্ব ৰোধিতে ॥
সাষ্টাঙ্গে কৰোহোঁ প্ৰণাম
মাতৃ চৰণতে— ॥

সোণৰে অসমী মাতৃ নাকান্দা, নাকান্দা
কেনে কান্দা অভাগীৰ দৰে— ।
পুত্ৰ আছে, আছে কন্যা

ৰাত্ৰি দিনে চিন্তে সবে
থাপিব আনন্দ মেলা আজি তোৰ ঘৰে
কেনে কান্দা অভাগীৰ দৰে— ॥
তোৰ ৰূপে গুণে সম নাহি
ত্ৰৈলোক্য ভিতৰে— ।
কেনে কান্দা অভাগীৰ দৰে— ॥

অসমী আই মোৰ
অতি ভয়ঙ্কৰ—
ৰাক্ষসৰ কাৰণে ভয় নকৰিবা
আমাৰো হেংদান আছে,
অসমী আই মোৰ
অতি নিষ্ঠুৰ--
কাল সৰ্পৰ কাৰণে ভয় নকৰিবা
আমাৰো তুচকুতে অগনি বৰষিছে
সমৰৰে শিখাবোৰ নাচে— ॥

[ মণিৰাম দেৱান ( ১৯৬৩ ) কথাছবিত দিছে ]

## কপিলী কপিলী

কপিলী কপিলী
ৰাংঢালী ছোৱালী
( তোৰ ) মহিমা বুজাকে টান ।
কপিলী কপিলী
তই হই বাউলী
বাৰিষাত মাৰিলি ধান ॥

কপিলী কপিলী
গাভৰু ছোৱালী
চঞ্চলা নাই তোৰ মান।
কপিলী কপিলী
দেহাৰ ভাজে ভাজে
মিঠা যৌৱনৰ গান ॥

কপিলী কপিলী
তইতো নাজান
তোৰ গাত কিমান শকতি।
তইতো নাজান
তোতেই লুকাই আছে
হেজাৰ সূৰুযৰে জ্যোতি ॥

( সেয়ে ) বিজ্ঞানী ডেকাটি
সাজিকাচি ওলালে
লগত ওলালে—হেজাৰ
মৃত্যুক নেওচি
শ্ৰমিকো ওলালে
সাৱটি তোৰ দুয়ো পাৰ ॥

কপিলী কপিলী
পাগলী ছোৱালী
মানুহক কৰিবি ত্ৰাণ।
উমৰাংচু জনীও
তোৰেই লগ লাগি
হ'ব চিৰ জ্যোতিষ্মান ॥

[ নেপ্‌কোৰ ডাক বঙলা, দহ জুলাই ১৯৭৮ ]

## ৰঙাকৈ গোলাপৰ কলি, চীৰালালে

জেঠৰে তেৰৰে বুধৰ দুপৰীয়া
তেৰশ এসত্তৰ চন।
বাতৰি আহিলে জৱাহৰ নাই
অবিশ্বাস কৰিবৰ মন ॥

চন্দন কাঠৰে শিখা বাই বাই
যিদিনা জৱাহৰ গ'ল।
জৱাহৰৰ মানৱী দেহা নেপাইহে
আমাৰো বিশ্বাস হ'ল ॥

জৱাহৰ নোহোৱা হ'বনো পাৰেনে
এনুৱা কথা যে ফাঁকি।
সিদিনা জৱাহৰে নিজেই নকৈছিলে
জীৱনকাল বহুতো বাকী ॥

ভাৰতী আয়ে দঢ়াই নকৈছিলে
অকমান জিৰণি লোৱাঁ
তুমি নুশুনিলা অশান্ত জৱাহৰ
জিৰণিহে আঁতৰাই থোৱাঁ ॥

মৰম-মুকুট পিন্ধাই অভিষেক পাতিলোঁ
আজীৱন মন্ত্রণা দিলা।
আমাৰে কাৰণেই নিজ সুখ নেওচি
নিজেই শৰ শয্যাত শুলা ॥

বাঘে ছাগলীয়ে একেটি ঘাটতে
পানী যাতে পিব পাৰে।
তেনে পৃথিৱীৰে মূৰতি গঢ়ি লৈ
বুজালা মহিমা তাৰে॥

দুটি ম'হৰ যুঁজত খাগৰিৰ মৰণ হয়
খাগৰিৰ কাষলৈ গ'লা।
দুটি ম'হৰ মাজৰে মানুহ-খাগৰিৰ
তুমিহে সাৰথি হ'লা॥

ৰণ মতলীয়া বলিয়া ম'হৰো
শিঙতে ধৰিলা তুমি।
মহিষাসুৰকো চিঞৰি ক'লাগৈ
পৃথিৱী শান্তি-ভূমি॥

সমাজৰ ধন-ধান সৰু-বৰ সবাকে
সমানে ভগাওঁ বুলি
প্ৰতিজ্ঞা কৰোঁতেই লৈ গ'ল ক'ৰবাৰ
ঈশ্বৰে কোলালৈ তুলি॥

দৰ্শন প্ৰয়াগত তুমি স্নান কৰিলা
আমালৈ ছটিয়ালা পানী।
বুকু ডাঠে কৰি তোমাক কথা দিলোঁ
আগুৱাম তোমাকে মানি॥

ৰঙাকৈ গোলাপৰ কলি, হীৰালালে
কাৰ বুকুত সজায়ে দিব।
পৃথিৱীৰ বিবেক অসহায় হ'লেই
কাৰ পিনে লৰৱি যাব॥

এতিয়া কৰোঁ কি, কান্দো নে হাঁহোঁ
নে মূৰৰ চুলি ছিঙি মৰোঁ
নে অৰ্দ্ধ শতিকাৰ জৱাহৰ যুগটোক
চিৰযুগমীয়া কৰোঁ ॥

[ কলিকতা, জুন ১৯৬৪ ]

## আয়ুব খাঁন আৰু ভূট্টোজান

[ ১৯৬৫ চনত পাকিস্তান আৰু ভাৰতৰ যুদ্ধ হয়। তেতিয়া পাকিস্তানৰ ৰাষ্ট্ৰপতি আছিল আয়ুব খান আৰু বিশেষ ক্ষমতাশালী নেতা আছিল জুলফিকৰ আলি ভুট্টো। ভুট্টো দুই এবাৰ পাকিস্তানৰ প্ৰধান মন্ত্ৰীও হৈছিল আৰু শেষত তেওঁক পাকিস্তান চৰকাৰে ১৯৭৯ চনত প্ৰাণদণ্ড বিহিছিল। ভাৰত বিৰোধী বক্তব্য আৰু কাৰ্য্যৰ বাবে ভুট্টো খ্যাত। এই গীতটো ১৯৬৫ চনৰ যুদ্ধৰ সময়ত ৰচা ]

অ' আয়ুব খাঁন আৰু ভূট্টোজান!
শিয়াল কোন আৰু সিংহ কোন ?
মদগৰ্ব্বী হৈ
মুশুনো মুশুনো বুলি
দুটিমান নওঠা সত্যকে শুন।

সিদিনা আকাশত ওফৰা দেখিলোঁ
দীঘল নেজীয়া তৰা
শুনিলোঁ জম্মুৰ মছজিদৰ
মিনাৰ বাগৰি পৰা।

আনৰ নালাগে নিজ মজহবকে
মৃত্যুৰ নিজে তই দিছ ভাবুকি
শান্তিত নামাজ পঢ়োঁতা কাশ্মীৰীক
কোৰাণ শিকাবিনো কি ?

মোৰ ধৰম নিৰপেক্ষ আকাশত
উৰিছে সহস্ৰ 'নেট' বিমান
ওফৰালে মাকিন অনুকম্পাৰে দিয়া
তইঁতৰ চেবাৰ 'জেট' কিমান ?

মিছাৰ সদাগৰ চৌ এন লাইৰ
পাইছ হবলা মৰম বেথা
অতদিনে নুবুজিলি এবেসে বুজিবি
বগ হৈ লুভীয়া শৃগালৰ কথা।

গফুৰ খাঁ আজাদে আজাদী আনিলে
আজীৱন কাৰাগাৰ মানি।
পাবতহে গজিলি, আয়ুব-ভূট্টো
ভৰিব নেপাৱ পানী।

জাকীৰ, চাদিক, চাগলা মিৰ কাচিম
নায়ক প্ৰগতি মানৱতাৰ
ধৰ্ম্মৰ মুখা পিন্ধি বিংশ শতাব্দীত
নেভাঙে গীৰ্জ্জা আম্বালাৰ

তোৰ বেটন্ জোকাৰি পেটন্ টেঙ্কেৰে
দিল্লীত ফুৰিবৰ মন হেনো আছে
লাহোৰৰ ইচোগীল খালৰ পাৰে পাৰে
আমাৰ জোৱানহে ডহলিছে !

তোৰ নিৰ্ব্বাচন নাই, নাই গণৰাজ
উপনিবেশৰ তই ধ্বংসাৱশেষ
নাপাক্ যুক্তিৰে পাকিস্তানৰ
ৰাইজৰ মুক্তিৰো কৰিলি নাশ

এক নায়কত্বেৰে দুদিনৰ ৰাজ পাই
পাক স্বাধীনতাকো কৰিলি হৰণ
ৱেলচ পাখটুন, পাঠান ওৱাজিৰ
অফ্রিদি খাটাকে নলয় শৰণ।

আমাৰ দেশকে কাফীৰস্তান বুলি
জোকাবি আৰুনো কিমান?
কোটি মুচলিম ভাইয়ে বাচি দিয়া
প্ৰতিনিধিৰেও চলে হিন্দুস্থান।

আজিৰ যুগ মাথোঁ মানুহৰ যুগ
চুকৰ ভেকুলীক দিওঁ ধিক্কাৰ
প্ৰমত্ত অন্যায়-বক্ষত থিয় হোৱা
শাশ্বত নীতিৰ হে জয় জয়কাৰ

শুন শুন শেষ কথা আয়ুব খাঁ
ভাৰত জয় কৰা এৰ উম্মিদ
আমাৰ মাজতে আছে হেজাৰ বিজাৰ
নিৰ্ভীক বীৰ আব্দুল হামিদ!

## নাই নাই নাই হেনো

[ ভাৰতৰ দ্বিতীয় প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীৰ ছোভিয়েট দেশৰ অন্তৰ্গত থকা তাছখণ্ডত হঠাতে ১৯৬৬ চনত হোৱা মৃত্যুৰ বাতৰি শুনি লিখা ]

নাই নাই নাই হেনো আমাৰ আপোন শাস্ত্ৰী
তাছখণ্ডতে হ'ল শান্তি পথ যাত্ৰী
নিঃকিন শৈশৱে সংগ্ৰামী সাজিলে
সংগ্ৰামী যৌৱনে সাত্বিক সাজিলে ।

ভাৰতৰে ঐতিহ্যৰ গূঢ়াৰ্থ বুজিলে
প্ৰাচ্যৰ সংযমৰ স্বৰূপ বখানিলে ।
প্ৰতিজন দৰিদ্ৰৰ তেওঁ যেন ভ্ৰাতৃ
দূৰণিৰ দেশতে হ'ল শান্তি পথ যাত্ৰী ।

ক্ষুদ্ৰাতি ক্ষুদ্ৰ হৈয়ো মহত্ব দেখুৱালে
দানবীয় ক্ৰোধাগ্নিতো, শিৰ নোদোঁৱালে ।
হিন্দু কাশী পীঠ জয়ী বিদ্যাৰ্থী আছিলে
হাফিজৰ দেশতে সুখ নিদ্ৰা লভিলে ।

সন্মানী সন্ধিৰে মুহিলে ধৰিত্ৰী
ওমৰৰ দেশতে হ'ল শান্তি পথ যাত্ৰী
প্ৰতি ভাৰতীয়কে তীখাৰে বন্ধালে
প্ৰতিজনক মনে মনে নিজ নেতা সজালে
কাৰ্য্য সমাপিহে তেওঁ মৃত্যু কোলাত বহিলে
আপোনাৰ গৃহলৈ সুপ্ত শাস্ত্ৰী আহিলে ।
স্বদেশলৈ উভতিলে যেন আমাৰ পিতৃ
তাছখণ্ডতে হ'ল শান্তি পথ যাত্ৰী ।

বিশ্ব সমাজ নাই ঘৰতে চমু নাট মেলিলে
তিনিটি দৃশ্যেৰে একাঙ্কিকা ৰচিলে—
প্ৰথম দৃশ্যৰে তেওঁ সৰলতা সানিলে
দ্বিতীয় দৃশ্যতে তেওঁ ৰুদ্ৰ ৰূপ ঢালিলে
তৃতীয় দৃশ্যতে নাশে ঘোৰ ৰণ ৰাত্ৰি

তাছখণ্ডতে হ'ল শান্তিপথ যাত্ৰী
ওমৰৰ দেশতে হ'ল শান্তি পথ যাত্ৰী
দূৰণিৰ দেশতে হ'ল শান্তি পথ যাত্ৰী ।

## মৰমঁৰ ভাষাৰে আখৰ নাইকিয়া

[ এই গীতটো ১৯৬০-৬১ চনৰ ভাষা আন্দোলনৰ সময়ত লিখা। এই গীতটো আৰু ইয়াৰ বঙালী ৰূপান্তৰৰ সৈতে অন্যান্য প্ৰীতিমূলক গীত হাজৰিকা আৰু শ্ৰীহেমাঙ্গ বিশ্বাস আদি কেইজনমানে গাই ফুৰিছিল ]

ঘৰত নবহে মন সমনীয়া
পথাৰত নবহে মন
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিছে মন ।

মনৰে বননিৰে চেনেহৰ নিজৰাৰ
পানীকে এটুপি পিওঁ
পোৰাকৈ ভেটিতে তুমি ঘৰে বান্ধা
আমি টঙাল তুলাই দিওঁ ॥

লুইতৰ চাপৰিত চাকৈয়ে কান্দিলে
মানুহৰ নাও খন চাই
মানুহৰ দোষতে মানুহ বুৰিব
আনকচোন দোষিবৰ নাই ॥

ভাষা সুবুজিও যুগে যুগে আছে
মানুহে মানুহৰ পিনে
মৰমৰ ভাষাৰে আখৰ নাইকিয়া
বুজিব খুজিলেই চিনে ।

গঙ্গাৰ চাপৰিৰ তলিতে দেখিবা
লুইতৰ পলসো আছে
তোমাৰে মোৰে আইয়ে কান্দিলে
একেই চকু পানী মচে ॥

তুমিয়ে মইয়ে দেশখন গঢ়োঁতে
যদিহে কেঁচা ঘাম সৰে
দুয়োৰে ঘামৰে মিলনে দেখিবা
বুৰঞ্জী ৰচনা কৰে ।

এনেনো দুখ লাগে, বান্ধৈ
এনেনো দুখ লাগে
এনেনো ভাল লাগে, বান্ধৈ
এনেনো ভাল লাগে ।

[ কলিকতা, ১৯৬০ ]

## মৃত্যু কথা

[ তলৰ গীত তিনিটা আৰু 'জুই লৈ নেখেলিবি' গীতটো ১৯৭২ চনৰ ভাষা আন্দোলনৰ সময়ত লিখা। ঐতিহ্যৰ ভাব প্ৰবল হোৱা দেখি আমি এই 'জুই লৈ নেখেলিবি' গীতটো বেলেগে ঐতিহ্যৰ গীতৰ লগত দিছোঁ যদিও তলৰ গীত তিনিটাক 'জুই লৈ নেখেলিবি'ৰ দ্বিতীয় ভাগ বুলিব পাৰি ]

আজি আই অসমী
মিঠা দুটি ওঁঠ আৰু জিভা কিয় ৰাঙলী তোমাৰ ?
( তাত ) শাণিত অস্ত্ৰেৰে ঘপিয়ালে কোনে
বোৱাই শোণিত সাতোবাৰ ?

সাতোটি তেজৰ ধাৰা চিনিছোঁ চিনিছোঁ যেন
জ্বলে তাত মুখ কাৰোবাৰ—
এটি যেন ৰঞ্জিত, আনটি সূৰ্য্য আৰু
আনটি অনিল বৰাৰ

গোলাপ কলিটিৰ দৰে সুকোমল
মোজাম্মিল 'ধন'ৰ দেহাৰ
তেজ সানি কোৰাণত তহঁতে চিঞৰ কিয়
কি নাম সেইটো ভাষাৰ ?

ৰঙা ৰঙা তেজ সনা দেহা দুটি পৰি ৰ'ল
বলিন আৰু প্ৰমোদ বৰাৰ ,
তাৰ প্ৰতিবাদৰূপে শুনিছিলোঁ শৰদ
মহন্ত বাগৰি পৰাৰ ।

সূৰ্য্যৰ পিনে চাই সংগ্ৰাম কৰিবলৈ
অসমৰো আছে অধিকাৰ
তাৰেই প্ৰকাশক উচাম্মিকা বুলি কৱ
লুকুৱাই নিজ-ব্যভিচাৰ !

চিন্তাৰ বাহন মোৰ মাতৃ ভাষা ;
অস্ত্ৰ নহয় ক্ষমতাৰ
মুখাপিন্ধা নীতিবিদ আওপাকে নুবুজাবি
মানে নাই তোৰ বক্তৃতাৰ ।

ভাষাৰ সামন্তবাদ পুৰণি কলীয়া হ'ল,
কিমান আৰু কৰ হুকাৰ !
মই ধৰ ভাবেৰে কত জাল তৰিবি
মিছা সাংবাদিকতাৰ ?

শান্তিপূৰ্ণ এই অসমীয়া জাতিটো
ভাল ভাৰতীয় উদাৰ,
আভুৱা নাভাবিবি ভুৱা পণ্ডিত সৱ
নিজকেই চিকুট এবাৰ ।

[ গুৱাহাটী, ১৯৭২ ]

## যুক্তি কথা

( হেৰ ! ) দেখুৱাই দেচোন এই মহাভাৰতত
এচিকটা মাটি ক'ৰবাৰ
( য'ত ) চিন পৰি থকা নাই বহু ভাষা-ভাষীয়ে
বহু বহুবাৰ গছকাৰ ?

তেন্তে কিয় ভাৰতৰ অঞ্চলে অঞ্চলে
সুআসন একোটি ভাষাৰ ?
( ভাত ) দূৰণিৰ পৰা অহা সংখ্যালঘুৱে লিখে
বুৰঞ্জী জীণ যোৱাৰ।

পুনৰ গঠন বুলি পুনৰ ভাঙন কৰা
চক্ৰান্ত আছে যাৰ যাৰ
জুই লই নেখেলিবি ৰঙা চকু দেখুৱাই
সঁকীয়ালোঁ এয়ে শেষ বাৰ।

বঙ্গ বন্ধু শেখ মুজিবুৰে যেতিয়া চিঞৰিলে
'সোণাৰ বাংলাৰ'
তেতিয়া জানো হেৰ' অপমান কৰা হয়
বিশ্বৰ অন্য ভাষাৰ ?

তৰ্ক নকৰোঁ মই, শেষ হ'ল তৰ্ক
এই গীত সতৰ্ক কৰাৰ
নানিবি অসমলৈ ত্ৰাস পৰিবেশ,
ধ্বংস যজ্ঞ জ্বলোৱাৰ।

বহু কাপুৰুষে ঘেৰি শিৰচ্ছেদ কৰিছিল
অহিংস অনিল বৰাৰ !
সৌৱা চা আকাশত জ্বলিছে অনিল,
মোঙ্গাম্মিল—ৰূপ ধৰি ধ্ৰুৱ তাৰকাৰ।

[ আঠ নৱেম্বৰ, ১৯৭২ ]

## শেষ কথা

অসমীয়া জাতিটোৱে অসমীয়া ক'বলৈ
কাকনো কৰিছে বলাৎকাৰ !
হেৰ !
অসমীয়া ভাষাটিৰ অসমতে নাই জানো
যোগ্যতা পোৱাৰ অধিকাৰ ?
সমগ্ৰ ভাৰতৰ ভাষা দুৰ্নীতিবান,
কুচক্ৰী যত কুলাঙ্গাৰ !
( হেৰ ) অসম দেশখন তহঁতৰ জানো
পৈতৃক পৰীক্ষাগাৰ ?
আৰু যদি কোনোবাই উচ্চাভিলাষিকা মন লৈ
অসমীক জোকায় এবাৰ,
লক্ষ লক্ষ নব ডেকা গাভৰুৱে
তেজ দিব বৰ্ডা কলিজাৰ ।
কাৰো প্ৰতি বিদ্বেষ, কবে ভাষা অৱহেলা
লক্ষ্য নহয় আমাৰ ।
এই গীত নুবুজিলে শত গীত লিখি যাম
জগাই লুইতবে পাৰ ।
জোনাকী যুগৰে পৰা সংগ্ৰাম কৰিও
চিন নাই ভাগৰি পৰাৰ
আজিৰ অসমীয়াৰ অগনি চৰিছে গাত
দীক্ষাৰে নৱ বাৰতাৰ ।
আজিৰ অসমীয়াই নৱ ৰূপ ধৰি ল'লে
আগ্নেয় মহা জনতাৰ
দুৰ্জ্জেয় নৱ চেতনাৰ
আগ্নেয় মহা জনতাৰ ।

[ আঠ নৱেম্বৰ, ১৯৭২ ]

## আমি অসমীয়া নহওঁ দুখীয়া

[ ১৯৭৯ চনত আৰম্ভ হোৱা ভাষা আন্দোলনৰ পিছত এই গীতটোৰ ( পৃঃ ৩৪৭ চাওক ) চতুৰ্থ ফাকি পদ তলত দিয়া ধৰণেৰে সলাইছে ]

কথা ঃ 'অসম মৰিলে, আমিও মৰিম' বুলি
ক'বলৈ কোনো যে নাই বুলি আজি
কোনে কয় !

গীত ঃ কোনোবা কাপুৰুষক
পুৰুষ কৰিবলৈ'
জ্যোতি প্ৰসাদও যে আছে
'অসম মৰিলে, আমিও মৰিম'
বুলি ক'বলৈ শ্বহীদও আছে ।
আজি অম্বিকাগিৰিৰ চিঞৰক হেজাৰে
হাতে কামে নৱৰূপ দিব
আজিৰ অসমীয়াই সংগ্ৰাম নকৰিলে
অসমতে ভগনীয়া হ'ব ।

[ ১৯৮০ ]

## ৰিম্ জিম্ ৰিম্ জিম্ বৰষুণে

[ এই গীতটোৰ মূল কথাখিনি ১৯৫৬ত ৰচা যদিও ১৯৭৯ চনত আৰম্ভ হোৱা অসম আন্দোলনৰ পিছত ইয়াক নতুন ৰূপ দিয়ে ]

কথা : মোৰ আইৰ চকুপানী আৰু
দেউতাৰ কপালৰ ঘাম
কোন দেশৰ মাটিত সৰি পৰে ?

গীত : ৰিম্ জিম্ ৰিম্ জিম্ বৰষুণে
নেপুৰ বজায় ক'ত, ক'ত ?
গিৰ্ গিৰ্ গিৰ্ ডাৱৰেনো
মাদল বজায় ক'ত ?
এই অসম দেশত, অসম দেশত ॥

হে···মাইহাং বাটিত সোৱাদ পানী
যাচে কোনে ক'ত ?
কাৰ পদূলিতে কেতেকীনো
মলে মলাই ক'ত ?
এই অসম দেশত, অসম দেশত ॥
এধানি এধানি নৈ
সাগৰ হয় ক'ত, ক'ত ?
সাগৰকো ভয়
নকৰেনো কোনে ক'ত ?
এই অসম দেশত, অসম দেশত ॥

আইৰে চকুৰে
মুকুতানো সৰে ক'ত ?

সেই মুকুতাৰে মণি পিন্ধি
সাহ পাওঁ ক'ত ?
মোৰ দেউতাৰে কপালৰে
ঘাম সৰে ক'ত ?
সেই ঘাম দেখি মৰোঁ যেন
লাগে মোৰ ক'ত ?
অ···মোৰ অসম দেশত, অসম দেশত ॥

মোৰ কলিজাৰে সুৰবোৰ
বুজে কোনে ক'ত ?
ন পুৰুষে দেশৰ হকে
তেজ দিয়ে ক'ত ?
আনে কৰা উপলুঙা
শুকৰায়নো ক'ত ?
অ'···মোৰ অসম দেশত, অসম দেশত ।

## আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান

[ এই গীতটো ১৯৭৯ চনত আৰম্ভ হোৱা অসম আন্দোলনৰ সময়ত ৰচা ]

কথা : মহামিলনৰ তীৰ্থ
এই ব্ৰহ্মপুত্ৰ
আজি বহ্নিমান কিয় ?
গীত : আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !
মনৰ দিগন্তত ধোঁৱা উৰে,
আকাশত পখীয়া তৰা ঘূৰে
পদে পদে কৰে কাক অপমান ?
আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !

এই বহ্নি নহয় শ্যামলী বনৰ
এই বহ্নি ক্ৰোধান্বিত লক্ষ মনৰ
পুঞ্জীভূত নোপোৱাৰ বেদনা
আগ্নেয়গিৰি সমান।
আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !

সমদলৰ পদধ্বনি অবাল, বৃদ্ধ, বনিতাৰ
স্ব-নিৰাপত্তা লক্ষ্য আৰু
আনকো জীয়াই ৰখাৰ।
সহস্ৰজনৰ সাহস দেখি
পৃথিৱী কম্পমান।
আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !

সৌৱা বজ্ৰ নিনাদৰ প্ৰতিধ্বনি
ভৈয়ামে পৰ্ব্বতে বাজে
সংগ্ৰামী সুস্থ প্ৰকাশ
বলিষ্ঠ সংযম মাজে
প্ৰচণ্ড অৱহেলা এইবাৰ নাশিবই
জীৱনকো কৰি বলিদান।
আজি ব্ৰহ্মপুত্ৰ হ'ল বহ্নিমান !

## শেষ সঁকীয়নি

[ এই গীতটো ১৯৭৯ চনত আৰম্ভ হোৱা অসমীয়াৰ গণ আন্দোলনত ৰাইজক উদ্‌গনি দিবলৈ লিখা ]

সিদিনা
আঠ নৱেম্বৰ উনৈছ শ বাসত্তৰ চনত লিখিছিলোঁ-
তৰ্ক নকৰোঁ মই, শেষ হ'ল তৰ্ক
এই গীত সতৰ্ক কৰাৰ
নানিবি অসমলৈ ত্ৰাস পৰিবেশ
ধ্বংস যজ্ঞ জ্বলোৱাৰ।

* * *

কাৰো প্ৰতি বিদ্বেষ, কাৰো ভাষা অৱহেলা
লক্ষ্য নহয় আমাৰ
এই গীত নুবুজিলে শত গীত লিখি যাম
জগাই লুইতৰে পাৰ।

* * *

আজি লিখিছোঁ।

উনাশী আশীত লুইতপৰীয়াৰ দলে
সহস্ৰ কণ্ঠেৰে ক'লে
অহিংস নীতিৰেই কৰিম সংগ্ৰাম
যাওকগে জীৱনটো গ'লে।
খৰ্গেশ্বৰৰ কোমল বুকুত
শোষণ শাণিত অস্ত্ৰ ;
তেজাল ডেকাৰ তেজ বেগেৰে বলে
দেহত শুকুলা বস্ত্ৰ !

(এই) সংবাদ শুনিয়েই অসমবাসীৰ
কালিকা চৰিল যেন গাত
অগণন ৰাইজে সমদল সজালে
জীৱনটো কৰিও পাত

ডুলিয়াজানত গ'ল অজিত নেওগ
নগেন ডেকা আৰু কুমুদ গগৈ
বাগান পাৰাৰ দিলীপ হুজৰীও
বীৰ দৰ্পে গুচি গ'লগৈ

আৰু কত শত জনে, মৰণক নেওচি
নিতে নৱ কৰিছেহি পণ
পোহৰ সন্ধানী অগ্নিশিখত
উজলিছে জন অগণন।
মৃত্যু পণেৰেই, উলিয়াব লাগিবই
জীয়াই থকাৰ এটি বাট ;

এই সংগ্ৰাম
শেষ সংগ্ৰাম
এইয়েই
শেষ
শৰাইঘাট !

[ তৰাজান, যোৰহাট, উনৈছ মে, ১৯৮০ ]

## আৰক্ষী বাহিনীৰে কুশাসন ৰক্ষা কিছু দিনহে কৰিব পাৰি

[ ১৯৭৯ চনৰ পৰা চলি থকা আন্দোলন দমাবলৈ চি-আৰ-পিয়ে অসমীয়া ৰাইজৰ ওপৰত অমানুষিক অত্যাচাৰ চলাই আহিছে। কটন কলেজ তথা অন্যান্য বিদ্যালয়ত পাশবিক সৈন্যৰ প্ৰবেশ, নিঃসহায় লোকৰ ওপৰত গুলী চালনা, লাঠী চালনা, আদিৰে চৰকাৰে যি বৰ্বৰতাৰ পৰিচয় দিলে তাৰ বিষয়ে সতৰ্ক কৰি দিবলৈ তলৰ গীতটো ৰচে ]

নব নব পুৰুষৰ নোপোৱাৰ প্ৰকাশক
ভৰিৰে মোহাৰিব নোৱাৰি
আৰক্ষী বাহিনীৰে কুশাসন ৰক্ষা
কিছু দিনহে কৰিব পাৰি !
আজিৰ সমস্যাই
ভৰাই তুলিবই
আজিৰ শিক্ষাৰ্থীক,
( তাকে ) শাস্তিৰে প্ৰকাশিলে
নপঠাবি কুশাসক
পাশৱিক বাহিনীক !

নধৰনো কিয় মুখা পিন্ধা অসভ্য
—বুদ্ধিজীৱীহতঁক
( আৰু ) অপাঠ্য-পুথি লিখা আছে যত
মিছা ৰচকক ?
কথা : বুজিছোঁ, পুলিছ
ৰাইজৰ ধনেৰেই
পাশৱিক কাহিনীক ?
( পিছে )
জন্ম ল'লে আজি
যিটি শিশুৱে
সিয়ো যে কালিৰ প্ৰতীক !
একুৰি বছৰীয়া আজিৰ ডেকা
কাইলৈ হ'ব নাগৰিক !!
( এই ) সংগ্ৰামী শক্তিকাই কৰিবই কৰিব
সংগ্ৰাম চিঞৰি চিঞৰি
( সেয়ে ) পুৰণি চিন্তাৰ পাশৱিকতাৰে
নিদিবি মিছা মথাউৰি

আজিৰ যুৱকৰ
তেজাল যৌৱনে
এতিয়াই আঁচনি কৰিব
অনাগত একৈছ
শক্তিকাৰ সিয়ে গৈ
নতুনৰ বাস্তৱ হ'ব

একবিংশ শতিকাই
অলপতে অলাব
নতুন কৃষ্টিৰ চাকি
বিংশ শতিকা
পাৰ হৈ যাবলৈ
কিছু দশকহে বাকী
আজিৰ যৌৱনৰ
ক্রোধৰ কাৰণ
ধৈৰ্য্যেৰে ফঁহিয়াব পাৰি
সেয়ে
এটোপাল ৰক্তও
অবাবত মুলিয়াবি
পাশৱিক কামোৰ মাৰি
সাৱধান দুষ্কৃতিকাৰী
ওলোটা পাকেৰে
চলাব নোৱাৰি
জীৱন সময়ৰ ঘড়ী ॥

## জীয়াই থকাৰ যুঁজত নামিছা মৃত্যু শপত খাই

[ ১৯৮০ চনৰ এপ্রিল মাহত অসম আন্দোলনত আগ ভাগ লোৱা বহুতো ছাত্ৰক গ্ৰেপ্তাৰ কৰা বুলি বাতৰি-কাকতৰ পৰা জানিব পাৰি তলৰ গীতটো এইচ-এম-ভিৰ ষ্টুডিঅ'তে ৰচে ]

লুইতপৰীয়া ডেকা বন্ধু
তোমাৰ তুলনা নাই
জীয়াই থকাৰ যুঁজত নামিছা
মৃত্যু শপত খাই

পুৰণি পুৰুষে হাত সাৱটি
বহুতো হেৰুৱালে
উদাৰতাক শতৰুৱে
দুৰ্বলতা বুলি ল'লে
আজি বজ্ৰৰ দৰে গৰ্জন কৰি
শতৰুক ওফৰাই
জীয়াই থকাৰ যুঁজত নামিছা মৃত্যু শপত খাই ॥

তোমাৰ পৱিত্ৰ সাহত কলঙ্ক
সানোতা যিসৱ আছে
( চোৱাঁ ) এটি এটিকৈ লাজতে সিহঁতে
নিজৰে সমাধি ৰচে

লুইতে আজি ফেনে-ফোটোকাৰে
তীব্ৰ বেগেৰে ব'লে
তোমাৰ সাহৰ জোৱাৰ দেখি
নতশিৰে প্ৰণামিলে
পৃথিৱীয়ে আজি তোমাৰ পিনে
ডিঙি মেলি মেলি চায়
জীয়াই থকাৰ যুঁজত নামিছা মৃত্যু শপত খাই ॥

[ এইচ-এম-ভি ষ্টুডিঅ', বোম্বে, একৈছ এপ্ৰিল ১৯৮০ ]

## চতুৰ্দ্দশ অধ্যায়

# শিশু গীত

অসমীয়া ভাষাত শিশুগীত অতি তাকৰ আৰু যিও আছে তাৰ বেছি-ভাগেই উপদেশমূলক বা 'পেহী অ' পেহা, আমলখি কেহা'ৰ নিচিনা একে গতৰে। কণ কণ ল'ৰা-ছোৱালীক ৰোমাঞ্চিত কৰিব পৰা বা বিচিত্ৰ কল্পনাৰে তেওঁলোকৰ মনত খলকনি তুলিব পৰা গীতৰ অসমীয়া ভাষাত বিশেষ অভাৱ। সেইদৰে যৌৱনত ভৰি নিদিয়া বা ভৰি দিওঁ দিওঁ হোৱা অকণমানিহঁত আৰু চেমনীয়াৰ গীতবিলাকও সাধাৰণতে উপদেশ বা আৰ্হিমূলক হোৱা কাৰণে সেইবিলাকত বয়সীয়াসকলেহে বেছি ৰস পায়। আমাৰ বয়োবৃদ্ধসকলে আশা কৰে যে চেমনীয়াহঁতে সেইবিলাক মন দি শুনিব কিন্তু চেমনীয়াহঁতে, যাৰ কাৰণে এই গীতবিলাক ৰচিত তেওঁলোকে এইবিলাক গীতলৈ ভ্ৰূক্ষেপ বা কৰ্ণপাত নকৰে। তেওঁলোকক মনোৰঞ্জন কৰিব পৰা অসমীয়া গীত নথকা কাৰণে এওঁলোকে ইংৰাজী 'পপ্ ছং', 'ডিস্কো' আদিহে বেছি ভাল পায়। ভূপেন হাজৰিকাই শিশুৰ কাৰণে ৰচা গীত দুটামান সেইকাৰণে উল্লেখযোগ্য। মোনা ভৰা ৰং বেচোঁতাৰ গীতটো আৰু এসোপা ভাইটি ভন্টী গোট খাই 'ইমান যে ফূৰ্ত্তি' কৰাৰ গীতটো শিশু গীতৰ আৰ্হি স্বৰূপ। অদ্ভুত কিন্তু শিশুৱে চিনি আৰু বুজি পোৱা কল্পনাক সহজ ভাব আৰু থুনুক-থানাক ভাষাৰে প্ৰকাশ কৰা বাবে এই গীত দুটা অতি মনোগ্ৰাহী হৈছে। 'ভূপেন মামাৰ গীতে মাতে অ আ ক খ' ৰ বিষয়েও এক মতকে দিব পৰা যায়।

আমাৰ মাজত ব্লান্ট ডিজনী বা ৰুদিয়াৰ্ড কিপলিং নাই—তথাপি শিশুৰ উদ্দেশ্যে ৰচা গীত, কবিতা সাহিত্য আদিত শিশুৱে ৰং পাব পৰা সহজ অথচ শিশুৰ মায়া চাতুৰীৰ লগত খাপ খোৱা বিশেষ কল্পনাৰ প্ৰয়োগ আশা কৰিব পৰা যায়। মাধৱদেৱৰ শিশুলীলাৰ গীতবিলাকৰ আৰু ভূপেন হাজৰিকাৰ উপৰোক্ত গীত কেইটাৰ গুণবিলাক আন অসমীয়া গীতত আৰু সাহিত্যত দেখিবলৈ পালে ভাল লাগিব।

অৱশ্যে, অকণমানিহঁতৰ কাৰণে ৰচা হাজৰিকাৰ আন কেইটামান গীতত উপদেশ, আহিঁ আদি অলপ বেছিকৈ সোমালে। চেমনীয়া বা শিশু হ'ল বুলিয়েই সদায় উপদেশ বা নীতি বচন শুনি থাকিব লাগে বুলি আমি ভবাটো ভুল। তেওঁৰ 'আলফুলীয়া কুমলীয়া অ' মোৰ চেনেহৰ অকণি বীৰ" গীতটোত ঐতিহ্যৰ ভৰ বেছি হোৱা কাৰণে আমি তাক অতীত মূৰ্ত্ত হোৱা গীতৰ ভিতৰতহে ধৰিলোঁ। 'ব্ৰহ্মপুত্ৰৰ দুটি পাৰ দলঙে লগ লগালে', 'কাজিৰঙা কাজিৰঙা' আৰু 'আমি অকণি ওলামেই' এই গীত কেইটা শিশু গীতৰ শ্ৰেণীতে ধৰিছোঁ যদিও এই গীত কেইটাৰ ভাব গধুৰ হোৱা কাৰণে শিশু বা চেমনীয়াহঁতৰ দ্বাৰা এইবিলাক একপ্ৰকাৰ পৰিত্যক্ত।

ৰং কিনিবা কোনে

ৰং কিনিবা কোনে অ' ৰং কিনিবা কোনে?
মোনা ভৰাই ৰং আনিছোঁ কিনা মোণে মোণে
বাও ধানৰ সোণ পথাৰৰ হালধীয়া চৰাই
আৰু হালধীয়া সৰিয়হৰ ফুলৰ পাপৰিয়ে
হালধীয়া ৰহণ মোক বেচে ঘনে ঘনে
ৰং কিনিবা কোনে?

সেউজীয়া থোৰ মেলা ধাননিতে
বৰ আকাশৰ নীলা মিলা সীমা খিনিতে
উৰি ফুৰা বগটি হেৰালে ;
বগ পাখিৰ বগা বিচাৰি
খালোঁ মই হাবাথুৰি
বগটি কেনিবা লুকালে ?
ডাঠ পাতল সেউজ বোলত
লুকাই থকা বগটিয়ে হাঁহি মাৰি ক'লে ;
মোৰ পাখিৰ বগা কিনা, নাপাবা সঘনে।
হেঙুলীয়া ৰহণ খেদি সেন্দূৰী আলিৰে গলোঁ
সূৰুয ককাইক লগ ধৰাৰ মনে।

সূৰুযে বোলে ঃ
সকলো ৰঙৰ বেহা কৰে ইন্দ্ৰ ধনুখনে ;
সেই ধনুৱে অলপ বেচত
মোনা খনিত ঢালি দিলে
সপোন সনা ৰহণবোৰ জুখি দোনে দোনে।
ৰং কিনিবা কোনে ?

অকণি অ' অকণি !
ৰং বেচোঁতা মই
দেশ-বিদেশে বেহা আছে
মই নাথাকোঁ বৈ।
লোৱাঁ, লোৱাঁ ৰং লোৱাঁ আনা সবাকে মাতি
ৰঙৰ বাবে নালাগে, মোক পইচা পাতি।

মাথোঁ তুমি ৰং লোৱা লৰি লৰি আহি
সেই ৰঙেৰে ধৰা বোলোৱাঁ খিল খিলকৈ হাঁহি
আহাঁ জনে জনে
ৰং কিনিবা কোনে ?

[ চেনিকুঠি, গুৱাহাটী, ১৯৫৫ ]

ৰং ৰং নানা ৰং

ৰং ৰং নানা ৰং
কিনিবলৈ যাওঁ
ৰংবোৰ অভিমুখে আমি আগুৱাওঁ
য'তে আমি ৰং পাওঁ
কোঁচত ভৰাওঁ
সেই ৰং পৃথিৱীত আমি ছটিয়াওঁ ।

শাৰী শাৰী পাহাৰবে সেউজ ৰং চোৱাঁ
গঙা চিলনীৰ পাখি
কেনে মোহনীয়া
সৰিয়হ ফুলনি চোৱাঁ
মিঠা হালধীয়া ।
আমাৰ এই যাত্ৰা চোৱাঁ
নানা ৰহণীয়া
(আমি) ৰঙৰ পৃথিৱীখনি হাততে যে পাওঁ
সেই ৰং পৃথিৱীলে' পুনু ছটিয়াওঁ ।

সন্ধ্যাৰ চৰাই জাক চোৱাঁ
মুকলি যে হ'ল
নিশাৰ আকাশলৈ সোৱা
পাখি মেলি মেলি গ'ল।
সেইদৰে সৰু সৰু সীমাৰ
আমি ভনীবোৰ
মুকলি বতাহলৈ যাওঁ বলা
বহল মনবোৰ লই
পৃথিৱীৰ পৰা আমি ৰঙকে গোটাওঁ
সেই ৰং পৃথিৱীলৈ পুনু ছটিয়াওঁ।
ৰঙেৰে ৰঙৰ গীতকে
হাঁহি হাঁহি গাওঁ
সেই গীত পৃথিৱীলৈ পুনু ছটিয়াওঁ

[ কথাছবি : অৰুণ ( ১৯৮০ ) ]

## আমি ভাইটি ভন্‌টি

আমি
ভাইটি ভন্‌টি
নাই দেখোন
গণ্‌তি
ইম্মান সোপা
আমি আছোঁ
কিমান যে
ফূৰ্ত্তি

অ'
ডিফুৰে ভন্টি
আৰু
শদিয়াৰে ভাইটি
কোকৰাঝাৰৰ
ৰাভাৰ সতে
লোহিত মুখৰ
কণটি
ইমান সোপা
আমি আছোঁ
কিমান যে
ফূৰ্ত্তি
ঢং
ঢং
শুনা ঘন্টি ॥

শেৱালি ফুলৰ ফালে
চবেই মাৰে
দৌৰটি
এতিয়াহে
মন কৰিছোঁ—
হৈছে অ' মা
পূজাৰ ছুট্‌টী
কিমান যে
ফূৰ্ত্তি ॥

চোৰাঁ
শৰতৰ
জোনটি
মেলি
থোৱা
নীলা
গামোচাত
যেন
পানী
পিঠাটি !

কঁহুৱাৰ
ওপৰেদি
উৰে
হাঁহৰ
জাকটি
হাঁহ
ওখ নে
আকাশ
ওখ
উৰি
চোৰাঁচোন
ভঙ্গি

এয়া
আমাৰ মাটি।
পাচলিৰো

দাম
বাঢ়িছে
হাতত
লোৱা
খন্টি ।
নকটাবা
ক্ষণটি ।
লাই পালেং
ধনিয়াৰে
বাৰী
কৰা
ভৰ্তি ॥

ভূগোলৰে
মেপ
এখনক
ফালি
পেলাওঁ
যদি
খণ্ডতে
ওফন্দে
দেখোন
দেৱযানী বাইটি !
ডাঙৰ
মানুহবোৰে
পিছে
দেশখন

কাটি কুটি
থানবান
কৰিলেও চোন
নিদিয়ে যে
মাতটি !

ডাঙৰে
যি কৰে
কৰক
আমি
কৰিম
কাম এটি
একেলগে
চব্বেই
মিলি
সঙ্গাম
দেশৰ
ঘৰটি
ঘৰৰ পৰা
বহু বেলুন
ফুও-ৱাই
একলগে
ৰছী বান্ধি
দিম্মেই
ঘনে
উৰুৱায়।
তাকে

দেখি
দূৰ
দেশৰো
মানুহে
চিঞৰিব—
আহ-হা
অসমীৰ
ৰামধনু
কোনে
ন-কৈ
গঢ়িব ?

মিঠাপানী পিঠাৰ
দৰে
জোনৰ
ফালে
গৈ থকা
ৰঙীণ
বেলুন
কেইটি,
আমাৰ
দেশৰ
ভাই
ভনীটিৰ
মনৰেহে
ছবিটি ॥

ধুবুৰীৰে ভন্‌টি
আৰু
তেজপুৰীয়া
ভাইটি
শিৱসাগৰৰ
গোহাঁইৰ সতে
লুইতরে
কণ্‌টি
ইম্মান সোপা
ভাই
ভন্‌টিৰ
একে
দেখোন
মনটি—
ইম্মান যে
ফূৰ্ত্তি—
ইম্মান যে
ফূৰ্ত্তি—

[ বিহু : গুৱাহাটী, ১৯৫৪ ]

ভূপেন মামাৰ গীতে মাতে অ আ ক খ

অ হ'ল অসমৰ প্ৰথম আখৰ
অসমৰ অকণি অসমতে ঘৰ

আ-ই বোলে আহ্ আহ্ আহ্ মটৰ গাড়ী
তোৰ পেটত উঠি মই যাওঁ নলবাৰী

হ্ৰস্ব ই-য়ে ভাল পায় ইলীহি মাছ
বিলাহী টেঙা খাই ঘূৰি ঘূৰি নাচ

দীৰ্ঘ ঈ-ৰ দেখোন টিকনি দীঘল-ডাঙৰ
নেদেখা ঈশ্বৰৰ ক'ত বা ঘৰ

হ্ৰস্ব উ-য়ে বোলে উলখিনিৰ কি ৰং ভাই
অ' মা অ' মা চুৰেটাৰ নাই

দীৰ্ঘ ঊ-ক তেজপুৰলৈ মাতিছে উষাই
চিত্ৰলেখী নাচি আছে লিচু খাই খাই

ঋ-ৰ কথা নক'বা বৰ হাঁহি উঠে
ঋষিয়ে বা চাইকেলত উঠে নে নুঠে

এ যায় নাজিৰালৈ এৰোপ্লেনত উঠি
ৰঙা নীলা বেলুনৰ কিমান ফূৰ্তি

ঐ নামৰ চৰায়ে ঐনিতম্ গায়
বৈ বৈ বান্দৰে গীটাৰ বজায়

ও থাকে ওৰাঙৰ ওচৰে ওচৰে
ওখ ওখ গছৰ পৰা ৰসগোল্লা সৰে

ঔ-ৱে বোলে কণপিতৌ ভৰিত দুখ পালি
ঔ টেঙাৰ বল খেলি লেঙেৰা হলি

ক-ই বোলে কণবাপু কম কল খাবি
কল খাই বাকলিটো বাতুলিক দিবি
খ-ই কয় খগেনটো ইমান খকুৱা
খাই খাই খাই খাই হ'ব পেটুৱা
গ হ'ল গৰখীয়া গৰু চৰায়
গধূলি গান গাই বগৰি চোবায়
ঘ-ই কয় ঘৰটোত ঘড়ী এটা আছে
পিছে ভিতৰত এন্দুৰ এটাই বিহু নাচ নাচে
ঙ-ই কয় ডাঙৰীয়া খঙটো কমাওক
বেঙৰ পোৱালিক বেঙেনা খুৱাওক
চ-ৰ বোলে চৰ খাই বাঘটো পলাল
হাফপেণ্ট খুলি গৈ টিকাটো ওলাল
ছ-ই কয় ছাগলীয়ে কি যে নাখায়
ছজনী ছোৱালীয়ে জিলাপী খুৱায়
জ-ই বোলে জয় আই অসমৰ জয়
অসমৰ জয় হ'লে ভাৰতৰো জয়
ঝ-ই বোলে ঝন্ ঝন্ তৰোৱাল এৰি
ঝক্ ঝক চলাওঁ সৰু ৰেল গাড়ী
ঞ-ই কয় বৰ ভাল ওচমান মিঞা
আমাকো তিয়ঁহৰ কলি এটা দিয়া
ট হ'ল টগৰ ইমান ধুনীয়া
কেৰ্কেটুৱাই তাতে উঠি পিন্ধিছে জাঙিয়া
ঠ-ই বোলে জেঠীটোৰ ঠিকনাটো কি
ঠিক্ ঠিক্ ঠিক্ বুলি কিয় মাতে সি
ড হেনো ডালিম গছ বতাহতে হালে
পকি থকা ডালিম এটা ডালিমীয়ে খালে

ঢ পৰে ঢলি ঢলি মিছাকৈয়ে ভাই
ভন্টিয়ে পানী ঢালে জোকাই জোকাই
ণ-টোৰ বৰ ভেম কাৰণ একো নাই
ৰণ কৰি কৰি সি, সময় কটায়
ত যায় তলে তলে তলাতল ঘৰ
অ' তপন আহচোন লেমটো ধৰ
থ থ থৈদে তোৰ বাহাদুৰি
লুইত পাৰ হচোন সাঁতুৰি সাঁতুৰি
দ-ই বোলে দমৰাই অমৰা খায়
দেবেনে দমৰাক আখৰ শিকায়
ধ-ই বোলে ধনী মানুহ ধনৰ বলিয়া
ধাননিত কান্দিছে দুখীয়া কেঁচুৰা
ন-ই কয় নয়না আহচোন বাৰু
নাৰিকল লাডু দিওঁ আৰু দিওঁ খাৰু
প হ'ল পগলা পিং পং খেলে
পেণ্ডত উঠি নাচি যায় বলটোৰ ফালে
ফ-ই কয় ফণী মামা থিয়েটাৰ কৰ
মানুহ একেজাতি চিৰাজৰ ঘৰ
ব-ই কয় ব্ৰজনাথ শৰ্মাই বোলে
ইংৰাজ খেদিছিল যাত্ৰাৰ বলে
ভ-ই বোলে ভালকৈ গা ভূপেন মামা
ভাল গান নাগালে নকৰোঁ যে ক্ষমা
ম-ই বোলে মুছলমান হিন্দুও একে
গান্ধীয়ে কৈছিল বাৰে বাৰে তাকে
য-ই কয় যঁতৰত সূতা কাটি যাওক
দুখীয়া মানুহেও চোলা এটা পাওক

ৰ-ই বোলে ৰঙা ৰং কিনিবা নো কোনে
মোনা ভৰাই আনিছোঁ কিনা মোণে মোণে

ল হ'ল লাও আৰু বেঙেনা খা
বছৰে বছৰে বাঢ়ি বাঢ়ি যা

ৱ হ'ল শেৱালি ইমান ফুলিছে
বুজিছোঁ বুজিছোঁ পূজা আহিছে

শ হ'ল শাক আৰু পাচলিৰ বাৰী
ভণ্টিয়ে খন্তিৰে থাকে খুচৰি

ষ হ'ল ষাঁড় গৰু খণ্ডত বহি ল'লে
আঁতৰাব নোৱাৰা পুলিচ নহ'লে

স-ই কয় সৰু সৰু তিলপিঠা ভাজোঁ
ওচৰতে ঘৰ এটা মিঠাইৰে সাজোঁ

হ-ই বোলে হয় হয় নহয় নকওঁ
আমাৰ ঘৰ হ'ল হয়বৰ গাঁও

ক্ষ-ই বোলে লক্ষ তেজপুৰ মোৰ
জ্যোতিবিষ্ণুৰ গীতে মাতে ভৰপূৰ

ড়-ই ক'লে গঁড়টোৱে বেঁকাকৈ চালে
কাজিৰঙা নচলে গঁড় নহ'লে

ঢ় হ'ল বাঢ়নী চোতাল সাৰোঁ
জাবৰ সাৰি লৈ শেৱালি এৰোঁ

য়-ই কয় কি যে দাম এই সময়ৰ
বৰ বেগে গুচি যায় সময়ৰ শৰ

ৎ হ'ল হঠাৎ বৈ গ'ল বেল
ল'ৰাহঁতে পাৰিছে পকা পকা বেল

ং থাকে কলগুৰ দলং তলত
জুৰমনে জপংকৈ ধৰিলে জালত

ঃ অঃ অঃ অঃ নেকান্দিবি ৰঃ
আখৰৰ চকলেট খাই খাই লঃ

ঁ চন্দ্ৰবিন্দু টো আকাশৰ গাত
তৰাটো উমলিছে জোনৰ কোলাত

০ শূন্য হ'ল ৰসগোল্লা গোল গোল ভাই
শূন্যৰ দৰে বলী আৰু কোনো নাই

১ এক মানে মোৰ মা এজনী মা
মাৰ দৰে ভাল মা আৰু নাই যা

২ দুই মানে মোৰ মাথোঁ দুখন ভৰি
বাইদেৱে পিন্ধালে মোজা এযুৰি

৩ তিনি মানে মই আৰু মা দেউতা
এই তিনিজনে মিলি পঢ়োঁ নেওতা

৪ চাৰি হ'ল চাৰিটা দুষ্ট কুকুৰ
চাৰিটাই নাচিছে বজাই নেপুৰ

৫ পাঁচ মানে ৰাজা, হিয়া, আৰা, ট'ট', মা
পাঁচটা সন্দেশ পাঁচজনে খা

৬ ছয়ে কয় ছয়টা ভাটৌৱে নাচে
মেকুৰীয়ে তাকে দেখি গীত গাইছে

৭ সাত মানে ৰামধনু সাতোটা ৰং
সাতোটা শিয়ালৰ উঠিছে যে খং

৮ আঠ মানে আঠটা কুকুৰা পোৱালি
মৰমতে সাৱটিলে আজলী ছোৱালী

৯ নও মানে এক দুই তিনি চাৰি পাঁচ
ছয় সাত আঠ আৰু নওটা মাছ

১০ দহ মানে এক দুই তিনি চাৰি পাঁচ
ছয় সাত আঠ নও দহখন বাছ

[ সোতৰ জানুৱাৰী, ১৯৭৬ ]

## কাজিৰঙা কাজিৰঙা

কাজিৰঙা, কাজিৰঙা
ভয়াবহ নহয়
নহয় অভয়াৰণ্য
ইয়াতকৈও ভয়াবহ জানা
পৃথিৱীৰ জন অৰণ্য

অৰণ্যই যুগে যুগে জন্ম দিলে
সাধনা গতিৰ ঋষি মুনি
কত শত জ্ঞানৰ আদৰ্শ দিলে
দিলে কত মনিষা মুনি ॥
সেয়ে ভাৰত আজি হ'ল ধন্য ।

কাজিৰঙা মোৰ সেউজ সপোন
আপোন কহুৱা বাগৰী
সীমাৰ লুইত আৰু ডিফলু আপোন
আপোন মৰমী কুঠৰী ॥
মোৰ কাজিৰঙা খনি অনন্য

কাজিৰঙাৰ চিৰ সেউজ পৰিবেশ
হস্তী ব্যাঘ্ৰৰে বাস
এক খড়্গৰ গড় পৃথিৱীয়ে চায়
পখীৰ সুৰদী প্ৰকাশ ॥
মোৰ কাজিৰঙা নহয় যে বন্য ।

কাজিৰঙাত মিলি জুলি খেলে
গড় আৰু হৰিণীৰ জাক
( পিছে ) জনৰ অৰণ্যত হিংস্ৰজনে
কাহানি শিকিবনো তাক ॥
সভ্য মানুহ হেনো মান্য !

কাজিৰঙা, কাজিৰঙা
আমাৰ কাজিৰঙা অনন্য
প্ৰকৃতিৰ ধুনীয়া কোলাত খেলি
আমাৰ মন হ'ল পুণ্য ।

[ কথাছবি : অৰুণ ( ১৯৮০ ) ]

## আমি অকণি ওলামেই

[ চন্দ্ৰলৈ মানুহ যাবলৈ ওলোৱা বুলি শুনি লিখা ]

ব্ৰহ্মপুত্ৰৰ দুটি পাৰ দলঙে লগ লগালে
চন্দ্ৰৰ বুকুলৈ মানুহ যাবলৈ ওলালে !
মানুহৰ মনৰ মাজত চেনেহ দলঙ গঢ়িবলৈ
আমি অকণি ওলামেই দলে দলে ওলামেই
ক'ৰবাত কেনেবাকৈ ডাঙৰ সকল নোলালে ।

ডাঙৰ ডাঙৰ সকলৰ পোহৰৰ সমাজখন
অবিশ্বাসৰ এন্ধাৰে কেতিয়াবা ঢাকিলে
আমি সৰু সৰুবোৰে জোনাকী পৰুৱা হৈ
পোহৰ বিলাওঁ বুলি দলে দলে ওলামেই
ক'ৰবাত কেনেবাকৈ ডাঙৰ সকল নোলালে ।

মানুহৰ সমাজৰ মৰমৰ জলধিত
পৰিণত কৰিবলৈ বহু পানী লাগিলে
আমি সৰু সৰুবোৰে মৰম কণিকা হৈ
সাগৰ ওপচাবলৈ দলে দলে ওলামেই
ক'ৰবাত কেনেবাকৈ ডাঙৰ সকল নোলালে ।

[ কলিকতা, ১৯৭১ ]

## পঞ্চদশ অধ্যায়

# লোকগীত আৰু অন্যান্য গীত

ডক্টৰ ভূপেন হাজৰিকা অসমীয়াৰ জাতীয় সঙ্গীতকাৰ, জাতীয় গীতিকাৰ আৰু জাতীয় গায়ক। তেওঁ নতুন নতুন গীত, নতুন নতুন সুৰ আৰু নতুন নতুন সঙ্গীত সৃষ্টি কৰি অসমীয়াৰ জাতীয় জীৱন চহকী কৰাৰ উপৰিও তেওঁ বহু অসমীয়া লোকগীত আৰু লোকগীতৰ সুৰ হেৰাই যোৱাৰপৰা ৰক্ষা কৰিছে। তেওঁ আমাৰ পুৰণা জতুৱা সুৰৰ কাৰণে নতুন গীত ৰচনা কৰি সেই সুৰবিলাকক নতুন জীৱন দিছে আৰু পুৰণা বহু গীতক কৌশলেৰে গাই তেওঁ সেইবিলাকক সৰ্ব্বজনপ্ৰিয় কৰিছে। এই গীতবিলাকে এতিয়া প্ৰত্যেক অসমীয়াৰে জীৱন ভৰপূৰ কৰিছে। ইয়াত তেওঁৰ প্ৰিয় বা তেওঁৰ কণ্ঠত শুনিবলৈ পোৱা কেইটিমান গীত উল্লেখ কৰা হ'ল।

## কামৰূপী লোকগীত

[ কামৰূপী লোকগীতৰ বিষয়ে শ্ৰীচানাৰাম কলিতাৰ 'বহুৰূপী কামৰূপী লোকগীত' গোস্বামী এজেন্সী, বাৰাংহাটী কামৰূপ, ১৯৭৯ চন আৰু শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাসৰ 'অসমীয়া জনসাহিত্যৰ পাৰিজাত', গৌতম প্ৰকাশন, সুন্দৰী দিয়া, বৰপেটা, ১৯৭২ চন পুথি দুখনৰ উল্লেখ কৰিব পৰা যায়। এই পুথি দুখনত

বহু গীত সংগৃহীত আছে কিন্তু বিষয়-বস্তু, লোক সংস্কৃতি আদি দিশৰ পৰা গীতবিলাকৰ কোনো আলোচনা নাই। ]

## হে মাই যশোৱা

হে মাই যশোৱা হে
মাই হেৰ' যশোৱা
আমাক লাগিয়া অলপ তোৰ মৰমও নাই।
তোৰে ঘৰ আসি
গৰু চাৰি ফুৰোঁ কৰেকৰা ভাত খাই॥
কাঠ বাজা বুলি
জগতে হাঁসয় অ' দেখিও সুমৰা হৰি।
তোৰ ঘৰ আসি
পুত্ৰ ওপজিলোঁ ইটো দুখ দূৰ কৰি॥
এক তোলা সোণাৰে
বাঁহী গঢ়াই নেদা ৰাজ পটেশ্বৰী তুই।
দুয়ো ওঁঠ ফাটি
তেজ বৈই যাই বাঁহৰ বাঁহী বাজাওঁতে॥

[ চানাৰাম কলিতাৰ পৃঃ ১১ চাওক ]

[ কথাছবি : মণিৰাম দেৱান ( ১৯৬৩ ) ]

## বৰ বৰিবা যায় মেনকা

হে বৰ বৰিবা যায় মেনকা সঙ্গে দুনী ঘট।
মাথাৰ কাপোৰ গুচাই চাইলা জোঁৱাই উলঙ্গত॥
মাথাত আছে সৰ্পৰ ফেণা অ'
এ গলে মুণ্ড মালা।
কঙ্কালে বাঘৰ ছাল
গাৱে ভস্ম ধূলা॥

বাইছটা ঢেঁকী ভাঙুৱাৰ অ'
এ তেইছখান কুলা।
দিনে ৰাতি খুন্দি মৰে
জঁইতা ভাঙৰ গুড়া॥

হাতত আছে ডম্বৰুটো
এ গাৱে ভস্ম ধূলি।
চকু দুটা ডাঙাৰ ডাঙাৰ
পেটটো ভাঙা দুলি॥

জঁইতা ভাঙৰ গুড়া ভাঙুৱা এ
গাল ভৰিয়া খাই।
ভাঙৰ জালত থাকবা নৰি
ঘুটনী পাৰাক যায়।

ঘুটনী পাৰাক যাবাক লাগি এ হকৰা দমৰা।
নেদো পাৰ্ব্বতীক বিয়া যা গুচি ভাঙুৰা॥

[ চানাৰাম কলিতাৰ, পৃঃ ৪১ চাওক ]

## নাৱ খেলৰ গীত

অ' মোৰ মলুৱা হে
অ' মোৰে মলুৱাক কোনে মাৰিলা
হায় মোৰ, হায় মোৰ মলুৱা হে ।

বৈচাসকল—অ' মোৰ মলুৱা হে,
অ' মোৰ মলুৱাক কোনে মাৰিলা
হায় মোৰ, হায় মোৰ মলুৱা হে ॥
এ, যঁতৰ যঁতৰ কৰে তাই

বৈচাসকল—হায় অ' হৰি !
এ যঁতৰ আনি দিলোঁ মই

বৈচাসকল—হায় অ' হৰি !

সকলোৱে—অ' যঁতৰত ধৰি ধৰি কান্দে মোৰ মলুৱা হে
অ' মোৰে মলুৱাক কোনে মাৰিলা
হায় মোৰ, হায় মোৰ মলুৱা হে ॥
এ কপাহ কপাহ কৰে তাই

বৈচাসকল—হায় অ' হৰি !
এ কপাহ আনি দিলোঁ মই

বৈচাসকল—হায় অ' হৰি !

সকলোৱে—অ' কপাহত ধৰি ধৰি কান্দে মোৰ মলুৱা হে
অ' মোৰে মলুৱাক কোনে মাৰিলা
হায় মোৰ, হায় মোৰ মলুৱা হে ॥
এ নেঠা, নেঠা কৰে তাই

বৈচাসকল—হায় অ' হৰি !
এ নেঠা আনি দিলোঁ মই

বৈচাসকল—হায় অ' হৰি !
সকলোৱে—অ' নেঠাত ধৰি ধৰি কান্দে মোৰ মলুৱা হে,
অ' মোৰ মলুৱাক কোনে মাৰিলা
হায় মোৰ, হায় মোৰ মলুৱা হে ॥

[ এইদৰেই গুৰি ধৰোঁতাই তাঁতশালৰ সকলো সঁজুলিৰ নামৰ এটা এটাকৈ উল্লেখ কৰি দিহা লগাই দিয়ে আৰু বৈচাসকলে বঠা মাৰি মাৰি জাত জাতকৈ সমস্বৰে গায়। হাজৰিকাই একে সুৰতে আৰু এই একেটা দিহাকে ব্যৱহাৰ কৰি তিৰোতাৰ পৰিধান সামগ্ৰী বৰ্ণনা কৰা গীত এটা 'সতী বেউলা' কথাছবিত দিছে ]।

[ শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসৰ, পৃঃ ৫২-৫৩ চাওক ]

## উল্টা পুৰাণৰ গীত

[ এই গীতটোৰ অধিকাংশই কবীৰা ৰচিত উল্টা পুৰাণৰ গীতত পোৱা যায় ( শ্ৰীশ্ৰী ৰামচন্দ্ৰ দাসৰ পৃঃ ২১-২২ দ্ৰষ্টব্য )। কবীৰাৰ বিষয়ে শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে লিখিছে, 'পুৰণি কেবাটাও লোকগীতিৰ ভিতৰত কবীৰাৰ নাম পোৱা যায়। এই সন্ত পুৰুষ গৰাকীনো কোন আছিল ? কবীৰাৰ বিষয়ে তথ্য-পাতি কোনোবাই গৱেষণা কৰি উলিয়াব বুলি আশা কৰিলোঁ ]।

অ' মোৰ গুৰুদেউ, ই কথা পতিয়াব কোনে
মোৰ গুৰুদেউ, ই কথা পতিয়াব কোনে ?
অ' হৰি এ, হালোৱাই নিচিনে হালৰ হাল গৰু
ৰান্ধনিয়ে নিচিনে চৰু।
অ' টিকৰ ভাৰ্য্যাই স্বামীক নিচিনে
শিৰীষে নিচিনে গুৰু ।।

অ' হৰি এ, বাৰীকে  গিলিলে বাৰীৰে জিৰাফে
ঘৰকে গিলিলে তুৱাৰে।
অ' হাতত টাঙোন লৈ  গৃহস্থ পলাই যায়
পাছে পাছে খেদে চোৰে ॥

অ' হৰি এ, গোহালিক গিলিলে হেৰামৰ কাঠে
পঘাই গিলিলে গৰু ॥
অ' হাতত সপতি লৈ  ৰান্ধনি পলাই যায়
পাছে পাছে খেদে চৰু ॥

অ' হৰি এ, বাঘৰে ছাগৰে  হালখন জুৰিলোঁ
কাৰশলা সাপৰে লৰু।
অ' ভালুক বপুৰাই  আলিৰ পাহে কাটে
বান্দৰে চাৰে ঐ গৰু ॥

অ' হৰি এ, সাগৰৰ মাজতে  ঘোঁৰাৰ খটে খটি
বজাৰত চলিলে নাও।
অ' ই গীত ৰচিছে  কবীৰা ফকীৰাই
কি বুজিবা ভকতিৰ ভাও ॥

## কানাই পাৰ কৰা হে

অ' কানাই পাৰ কৰা হে বেলিৰ পৰিল ছাঁয়া।
নষ্ট হৈল দুধেৰ ভাণ্ডাৰ বাজাৰ গৈল বইয়া ॥

কাঠৰে দেশতে থাকা অ' কাঠৰ কিবা দুখ।
ভাঙা নৌকাত পাৰ কৰি কিবা পান্না সুখ ॥

ভাঙা নহয় ছিঙা নহয় গামেৰীৰ হাৰ।
হস্তী ঘোঁৰা পাৰ কৰা ৰাধাৰ কিমান ভাৰ ॥

অন্য লোকক পাৰ কৰিলা অ' লৈয়া আনা আনা।
আমাৰ ৰাধাক পাৰ কৰিলা লৈয়া কাণৰ সোণা ॥

## ৰাধে ক'লা নুবুলিবি মোক

অ' ৰাধে, ৰাধে ক'লা নুবুলিবি মোক।
কোনো দিনে কোনো কথা বোলা নাই তোক ॥

ক'লা ক'লা নুবুলিবি গোৱালৰে জী।
বিধিয়ে কৰিছে ক'লা মইনো কৰিম কি ॥

ক'লা ক'লা তুলসী ক'লা ক'লা পাত।
আইও ক'লা বাপও ক'লা ক'লীয়াৰে জাত ॥

গজ ভাল ক'লা ৰাধে তাতও মুক্তা জলে।
ক'লা বগাই মিল ৰাধে, আন একো নিমিলে ॥

ৰাতিৰ আকাশ ক'লা তাতও চিকুণ তাৰা জ্বলে।
জ্ঞানৰ চকু মুদি কোনে আকাশ বেয়া বোলে ॥

[ চানাৰাম কলিতা, পৃঃ ২১/দাস, পৃঃ ৬ ]

## বৰগীত

**শঙ্কৰদেৱৰ ঃ**

শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা ( পৃঃ 20 চাওক )

**মাধৱদেৱৰ ঃ**

তেজৰে কমলাপতি ( পৃঃ 57 চাওক )

**লক্ষ্মীনাথ বেজবৰুৱাৰ ঃ**

প্ৰেম প্ৰেম বুলি জগতে ঘূৰিলোঁ
ঘৰতে আছিলে প্ৰেম
ধন ধনে কাৰ ঢাপলি মেলিলোঁ
হিয়াতেই পৰম ধন
গঙ্গা যমুনা সানিলো যতনে
গয়াকাশী তীৰ্থ গৈলোঁ
প্ৰকৃত ধৰম বিচাৰি খোচাৰি
বিদেশে বগালোঁ দুখে
নিজৰ দেশৰ নিৰ্ম্মল ধৰম
নামঘৰৰ দুৱাৰ মুখে
( মোক ) গুৰু লাগে মই শিক্ষিত শিষ্য
জগতত জাননী দিলোঁ
জগতৰ গুৰু শঙ্কৰ ঘৰতেই
অন্ধলাই নেদেখিলোঁ ॥

## ভক্তিমূলক গীত

এ জয় ৰঘুৰ নন্দন হে ৰাঘৱ
ৰামে জয় ৰঘুৰ নন্দন ॥
অ মোকে কিনা কিনা প্ৰভু
মোকে কিনা কিনা
আন ধন নালাগয় ৰামধন বিনা ॥
কিনো ভাগ্য কিনো ভাগ্য
মিলল হামাৰি
নিৰমল ৰাঙাপদ পেখিলো তুমহাৰি ॥

## ঘোষা

শ্যাম কানু দূৰ হৈ নাযাবা
সোণৰ বাঁহী গঢ়াই দিম ঘৰতেই বজাবা ॥

ঐ ৰাম, নন্দেৰ ঘৰে যদু তুমি আছিলা যে সৰু
পঞ্চত বয়সতে তুমি ৰখাইছিলা গৰু ॥

ঐ ৰাম, নন্দেৰ ত্বলাল বাচা তুমি নন্দেৰ ত্বলাল
এত ৰাত্ৰি গৰু চাৰে কাৰ হে ছুৱাল ॥

ঐ ৰাম, লোকৰ বাচা ডাঙৰ দীঘল, মোৰে বাচা সৰু
সিংহ ব্যাঘ্ৰ লগে চৰে তাতে চৰে গৰু ॥

ঐ ৰাম, চিৰা থৈছোঁ আখৈ থৈছোঁ, থৈছোঁ ঘৃত লাৰু
শীতল পাটী পাৰি থৈছোঁ, তাতে থৈছোঁ গাৰু ॥

ঐ ৰাম, আগে ধেনু পাশে ধেনু, মুখে বংশী বায়
বন পুষ্প মালা পিন্ধি, গো ধেনু চৰায় ॥

ঐ ৰাম, কালিকো ছলিলা প্ৰভু, কংসকো বধিলা
চন্দ্ৰাৱলী ৰাতিতে, গোপীকো কেলিলা ॥

ঐ ৰাম, সেন্দূৰে জকেমকে কাজলৰে ৰেখা
বিজুলী চমকে আহি কৃষ্ণই দিলে দেখা ॥

ঐ ৰাম বৃন্দাবন মাজে প্ৰভু আছিলা লুকাই
কালে গতি কান্দি দিলে বিচাৰি নাপায় ॥

## 'আজান ফকীৰৰ গীত

চেনেহৰ চৈয়দ যুঁজৰ শ্বহীদ—হায়ৰে হায়
হাচান হুচেন দুয়ো ভাই
কান্দিছে বিনাই—হায় ৰে হায়

আৰাচত লাগিল গোলমাল চাহেবে—হায় ৰে হায়
হাচানে পিন্ধিব পাণবৰ-জামা—হায় ৰে হায়
আৰু হুচেনে পিন্ধিব লাল চাহেবে—হায় ৰে হায়

ক'বলৈ ধৰিলে, হুচেন চাহেবে—হায় ৰে হায়
মাকৰ মুখলৈ চায় চাহেবে—হায় ৰে হায়
বান্দীৰে বেটা, বেদিন কাফেৰে—হায় ৰে হায়
সিও মোক মাগে লেড়াই চাহেবে—হায় ৰে হায়

ভাত ৰান্ধি দিয়া খাওঁ মই আই,—হায় ৰে হায়
পানী আনি দিয়া খাওঁ চাহেবে—হায় ৰে হায়
তহবাহ খালোঁ মই, তহফিক্ খালোঁ—হায় ৰে হায়
মোকও নধৰিবা মাও চাহেবে— হায় ৰে হায়

মাওৰ বচন নললা হুচেন—হায় ৰে হায়
নললা বিধিৰ বচনে চাহেবে—হায় ৰে হায়
বিচমিল্লাহ বুলি তুল তুলত উঠি—হায় ৰে হায়
মাকলৈ চালাম জনায়ে চাহেবে—হায় ৰে হায়

কান্দিব ধৰিলে মদিনাৰ বিবি—হায় ৰে হায়
মোকও লগ ৰণলৈ যায় চাহেবে—হায় ৰে হায়
সাত দিন সাত ৰাতি মহিম কৰিলে—হায় ৰে হায়
লগতো ইয়াৰী নায়ে চাহেবে—হায় ৰে হায়

সাত দিন সাত ৰাতি কাফিৰকে কাটে—হায় ৰে হায়
কুফৰৰ নমৰিল জটে চাহেবে—হায় ৰে হায়
একোতে তৰণি নেপায় হুচেনে—হায় ৰে হায়
পৰিলগৈ ফোৰাতৰ মাজে চাহেবে—হায় ৰে হায়।

## গোৱালপৰীয়া লোকগীত

[এই গীত কেইটা শ্ৰীমতী প্ৰতিমা বৰুৱাই সংগ্ৰহ কৰা আৰু ডক্টৰ হাজৰিকাৰ সহায়ত শ্ৰীমতী বৰুৱাৰ কণ্ঠত ৰেকৰ্ডিং কৰা হয়]

### লাউ খাওয়াৰ পাৰে ( বিয়া নাম )

লাউ খাওয়াৰ পাৰে কি পাৰে মাও
মোৰ কেউৰা বাকেস কী ফুল।
লাউ খাওয়াৰ পাৰে কি পাৰে মাও
তোৰ কেউৰা বাকেসকী ফুল ॥

তোৰ বাবাই সনে আঞ্চে কি আঞ্চে মাও
তোৰ ভেঙৰা বাজাইয়া পাৎথৰ।
ওই ভেঙৰাৰ ভীতি দেখুম কি দেখুম মাও
মুই হাসুম বা মনে মনে মাও মুই কান্দুম বা চিতে চিতে ॥

তোৰ দাদাই সনে আঞ্চে কি আঞ্চে মাও
তোৰ কাণা বাজাইয়া পাৎথৰ।
ওই কাণাৰ ভীতি দেখুন কি দেখুন মাও
মই হাসুম বা মনে মনে মাও মুই কান্দুম বা চিতে চিতে ॥

তোৰ চাচাই সনে আঞ্চে কি আঞ্চে মাও
তোৰ তেৰা বাজাইয়া পাৎথৰ।
ওই তেৰাৰ ভীতি দেখুন কি দেখুন মাও
মুই হাঁসুম বা মনে মনে মাও মুই কান্দুম বা চিতে চিতে ॥

## বাৰো মাসে তেৰ ফুল ফোটে

বাৰো মাসে তেৰ ফুল ফোটে
বছৰে ফোটে হলা চৈ না যাইও যমুনাৰ জলে।
তোমৰা নাযাইও নাযাইও
নাযাইও চৈৰে ঐনা যমুনাৰ জলে ॥

যে ঘাটে ভৰিব আৰও জল
সেই ঘাটে কানাই আসৈ।
নন্দেৰ বেটা চিকনৰে কালা
কালা বিহিলে কি বিষম জ্বালা চৈ ॥

কদম গাছে হেলানীৰে দিয়া
কালা বাজাই মোহন বাঁশী চৈ ॥

## বন্ধুৰ বাড়ীতে

বন্ধুৰ বাড়ীতে তাল গাছে ঢোলে,
হ্যাসকা টানে পীৰিত খচে মাঘ মাসী শীতে।

যাৰে বন্ধু যা,
জ্বালিয়া গেলে মনেৰ আগুন নিভিয়া গেলে না।
বন্ধু ঘন ঘন ৰে,
এতই গো সাক্ষী তোমাৰ শৰীৰে।

দেখিতে দেখিতে গাভুৰ হ'লো
ৰবি বাৰেৰ দিন নাই ওৰ গেমু।
পাৰাৰ ছেঙৰাই কৰে হায় ৰে হায়,
মোহিত পীৰিত কৰং না, টেঙৰা বন্ধু চৰে না
আৰু বিয়া যায় পীৰিতে বাইনা।

বাপ ও ভাই তোৰ হিয়াৰ তাৰা,
বেচাইয়া না খায় তোক ছোটতে,
হিয়াৰ ঢোলে তোৰ পূবাল বাতাসে।

## আৰে, গেইলে কি আসিবেন

আৰে, গেইলে কি আসিবেন মোৰ মাহুত বন্ধু ৰে!

হস্তীৰ নড়াণ, হস্তীৰ চড়াণ, হস্তীৰ গলায় দড়ী
ওৰে, সত্য কৰিয়া ক'নৰে মাহুত
কোন বা দেশে বাড়ী ৰে?

হস্তীৰ নড়াণ, হস্তীৰ চড়াণ, হস্তীৰ পায়ে বেড়ী
অৰে সত্য কৰিয়া কইলং কন্যা
গৌৰীপুৰে বাড়ী ৰে।

খট খুট মাহুত ৰে তোৰ গালে চাপা দাড়ী
অৰে সত্য কৰিয়া ক'ন ৰে মাহুত
ঘৰে কয়জন নাৰী ৰে?

হস্তীৰ নড়াণ, হস্তীৰ চড়াণ চম্পা নদীৰ পাৰে
অৰে সত্য কৰিয়া কইলং তোমাক
বিয়াই আও্না ঘৰ মোৰে।

বিঃ দ্ৰঃ শ্ৰীধীৰেন দাসৰ 'গোৱালপৰীয়া লোকগীত'ত (তিনি খণ্ড) গোৱালপাৰাৰ সমাজ, সংস্কৃতি আৰু ভাষাৰ তত্ত্ব আৰু চিন্তামূলক আলোচনা ও বহু গীত সংগৃহীত আছে।

## বিহুগীত

( ১ )

[ এই গীতটোৰ কথা হেমেন হাজৰিকাৰ ]

চকলা টেঙাটি অকলৈ নাখাবি
এ আমাকো এচকল দে
ৰঙা গড়াৰ তললৈ এনেকৈ নাযাবি
আমাকো লগতে নে ॥
ঐ তোক দেখি মোৰ গা
জিম্‌জিম জাম্ জাম্ চিম্ চিম্ চাম্ চাম্
পুৰ্‌পুৰ পাৰ্ পাৰ্ পিৰ্ পিৰ্ পাৰ পাৰ কৰে জান ঐ

নৈ মালিনীৰ ৰঙা গড়া
পানীনো জিলমিলীয়া
মনেনো ধুইয়ে যোৱা
চাই থাক্ চাই থাক্ চাই থাক্ চাই থাক্
হেঁপাহনো নপলাই মানে ।

ঐ চকু কুমলীয়া
হাঁহিনো খিলখিলীয়া
গোন্ধে আমোলমোলোৱা
বৈ থাক্ বৈ থাক্ বৈ থাক্ বৈ থাক্
ৰঙা গড়া নাপাৱ মানে ।

শহুৰৰ জীয়েক ঐ ( ঐ নাচাৱ কেলৈ অ' )
বাখৰৰ টেমেকা মন
( হেৰ' ) কোন জনাই সৰজিলে তোক ?

—বাঁহ বিজুলীৰ বিচনী
এ তিনিজনীৰ কোনজনী ?
সোণজনী মোৰ কোনজনী ?
এ চিনো চিনো লাগিছে—চিনাকি
মাতোঁ মাতোঁ লাগিছে—নিমাতী
মিচিক মাচাক হাঁহিছে—কিয়নো
ঘূৰি ঘূৰি চাইছে—কাকেনো
মাতোঁতে ভুলে ঐ ভুলে হয় মোৰ জানোচা ?

নকৈছিলোঁ তোক — কি কৈছিলি
জাপি, লাঠী, তিয়নী নেৰিবি ঐ নেৰিবি
এৰিব যে লাগিলে থিয়ৈ থিয়ৈ মৰিবি ( হয় নেকি ? )

বণিজলৈ গৈছিলোঁ তিয়নীখন নিনিলোঁ
যাবৰ পৰত নামাতিলি
কিনো জগৰ লগালোঁ মই ?

কিনো ৰগৰ কৰিলি
তিয়নীখন নিনিলি
চেৰেং চেৰেং মনত পৰে
আহোঁ ৰঙাগড়ালৈ বুলি

এ দেহি কলঙে কলঙে
এ দেহি উজায়ে গয়েনো গৈ
এ দেহি ৰহাতনো কিনো গৈ পালোঁ হে ৰাম
এ দেহি ৰহাৰে ৰহদৈয়ে
এ দেহি দিলে পাৰি দিয়া
এ দেহি ফুলাম্ ঔ ফুলীয়া গাঁমোচা

হেৰ' উজনিলৈ গৈছিলোঁ
জাপিটো নিনিলি
ইষাৎ বিষাৎ লাগিছিল
ডেইপুৰি মৰিলি—
জুয়ে পোৰা সোণ হেন দেহা
পোৰা মাটি কৰিলি
চিনিব তই নোৱাৰা হ'লি ( হয় নে ? )

ঐ শুন
ইয়াতে মাৰিলোঁ টিপা ( বুজিছ )
গড়গাঁও পালেগৈ শিপা
টিপামৰ ভাদৈয়ে দিলে কি চা ঐ
ছাঁতহে শুকুৱা, অ' মুঠিতে লুকোৱা
মিহি আঁশী সুতাৰ বৰ খনীয়া ।

কি জানো বেহালোঁ লাঠীডালও নিনিলোঁ
দিছিলোঁ—নিনিলি
নিদিলি—দিছিলোঁ
আহ ভনী এ এইজনী
অ' জেং খৰি লুকৈঙ্গে ব'ল খৰি একোচা
সলগুৰিৰ এলেঙী আঘোণী শুন এটি বচনী
তোৰ এটি সোণ পীৰিতিৰ বোকোচা

পীৰিতি নাভাগে
পীৰিতি নিছিগে
পীৰিতি নপৰে সৰি

য'তে মেৰিয়াবি ( হয় নে ? )
ত'তে মেৰে খাব
অ' পীৰিতি মৰমৰ জৰী

( ২ )

বিহুৰে বিৰিণা হে বুটিছ ৰজা উঠি গ'ল
পাতে সমনীয়া দেশৰ নেতা ৰজা হ'ল
বিহুৰে বিৰিণা পাতে হে নয়া পইচা ওলাই গ'ল
বিহুৰে বিৰিণা পাতে হে ষোল অনা লুকাই গ'ল
বিহুৰে বিৰিণা পাতে হে এশ পইচাই এটকা হ'ল।

চেনাই দিয়ে গ'লা মইনা মোৰ কলিজা
চেনেহৰ টোপোলা মইনা মোৰ কলিজা

মইনাজান মইনাজান তোমাৰে ঐ বেজাৰত
মইনাজান মইনাজান জাঁজী নৈত পৰিমগৈ
মইনাজান মইনাজান সোঁতে মোক উটুৱাই নিব
মইনাজান মইনাজান মাংস গেলি যাব
মইনাজান মইনাজান হাড়ও পচি যাব
মইনাজান মইনাজান মাছেনো কুটি কুটি খাব।

কুলি কেতেকী সৰু ভনীটি
তোমালোকৰ ঘৰলৈ
সদায় যাব পাৰোঁ মই
দিয়া যদি মৰমৰ মাত।
মই যোৱা দেখিলে
তোমাৰেনো মাৰ বাপেৰে
দিয়ে মূৰে কপালে হাত॥

বাৰীৰে ঢাপৰে এজাৰ মোৰ চেনাই
বাৰীৰে ঢাপৰে এজাৰ
চেঙেলীয়া কালতে পীৰিতি এৰিলা
মনত দি গ'লা যে বেজাৰ ॥
চতাই পৰেৱত ধুৱঁলী ঐ কুঁৱলী
কোনে ভাত ৰান্ধি খায় ।
মাক নাই মাউৰা তিৰী নাই বৰলা
হাতী ধৰিবলৈ যায় ॥

দেহ হ'ল অলিয়া দেহ হ'ল বলিয়া
দেহ হ'ল দিহিঙৰ গড়া ।
তোমাৰে লগতে হ'লোঁ মই বলিয়া
চিনাকি হ'বৰে পৰা ॥
গলটেঙা খুতৰা চুতীয়া ঢেকীয়া
জুতি লগাই লগাই খাবা ।
গধূলিৰ পৰা দুৱাৰ মেলি থমে
বিৰালী যোৱাদি যাবা ॥

নৈ দেখি লাগিলে পানীৰে পিয়াহটি
তোমাক দেখি লাগিলে দয়া ।
হাতৰে কটা তামোল হাততে থাকিলে
নহলা নিজৰে গঞা ॥

আই ঐ চাপৰি চাপৰি তোলোঁ মই বাবৰি
পুঁৰণিনো কলীয়া কচু ।

দেহি দেহা ঐ
পীৰিতিৰে বেহা ঐ
যৌৱনৰে সাঁচতীয়া ধন
যাকে চাব খোজোঁ তাকে ঐ নেদেখোঁ
কিনো জুইয়ে লগা চকু।

ইমাননো ধুনীয়াকৈ অ' নো দেহেশ্বৰী
কোনে সৰজিলে অ' নো দেহেশ্বৰী
কোনেনো নামে দিলে হীৰা
দেহেশ্বৰী ঐ উঠা লাহে কৰি ঐ
কেতিয়া পুৱাব ৰাতি—গুম গুমনি
কঁকালৰ খোচনি
বহিলে জুনুকা বাজে
কি বৈয়া বৈ
দুফালে দুখন ছৈ
মাজে বয় যমুনা নৈ।

এ ভনী জানা তুমি কৰিছোঁহে ধেমালি
নাই যদি তোমাৰ মন
নকৰিবা সম্ভাষণ ;
আছে যদি তোমাৰ মন
দিব পাৰোঁ হিয়া খন।
জানা ভনী ডেকাৰনো চেঙেলীয়া মনে
ভনী তোমাৰো চেঙেলীয়া মন।

( ৩ )

অ' বিহুৰেনো বিৰিণা—অ' আইতা
অ' নাচনীৰ কলাফুল লবে
বিহুৰেনো বিৰিণা—অ' আইতা
কেকুমণি থুৰীয়া
পাতে সমনীয়া —অ' আইতা
তুমি আমাৰ যুৰীয়া
বহাগতে পাতি যাওঁ বিয়া—অ' আইতা
কেকুমণি গেজেৰা নামাৰিবা কেতেৰা
চায়েনো চাই থাকিবৰ মন—অ' আইতা
চায়েনো চাই থাকিবৰ মন।

সলগুৰি বাগিচাৰ ঘননি অ' বননি
তাতেনো বহিলে মন।
সোণাপুৰ ঐ নগৰখন
তাতেহে মোৰ বহি গ'ল মনে

এ আইতা নিমাতী ঐ
কেলেই দিছা নিমাতী ঐ
কেলেই দিছা, কেলেই দিছা, কেলেই দিছা যৌৱনত ভৰি ?

বা বাগিচাৰে চা চাকৰি
নেলাগে লা লাহৰী
নেলাগে তলপৰ ধন
তইয়ে ধানে দাবি
মইয়ে হালে বামে
সেয়ে হ'ব জীৱনৰ ধন

অ' আইকণ—তোৰ ঘৰ সিপাৰত
অ' আইকণ—মোৰ ঘৰ ইপাৰত
আকৌ আইকণ দেহি ঐ
তুমি যাবা ঘাটলৈ
মই থাকিম বাটলৈ চাই

এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে—
মুখলৈনো কিনো চাবা,—পূৰ্ণিমাৰে জোনে
এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে—
চকুলৈনো কিনো চাবা—সৰগৰে তৰা

এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে—
অ' নাকলৈনো কিনো চাবা—তিলফুলে নাকে
এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে—
অ' দাঁতলৈনো কিনো চাবা—ডালিমৰে গুটি
এনেনো ভাল লাগে আইতা
এনেনো ভাল লাগে।

( ৪ )

চৰাই চিকুণ অ' লীলা বহিলা
তেলীয়া সাৰেঙ অ' লীলা বহিলা
মাছৰ চিকুণ মালি লীলা বহিলা
আকৌ এদিন আহিলা
আহিয়ে যে গ'লাগৈ

দিলা তামোল এখনি খালা তামোল এখনি
লগালা লগালা মৰমৰ মাত
ল' ল' লতি তিল ল' ল' লতি তিল
লতি তিল লতি তিল লতি তিল

ইমান নো ধুনীয়াকৈ কোনে সৰজিলে
সোণ ৰূপৰ বৰণে কৰি
এ আমাক সৰজিলে কণাজন বিধাতাই
গুহাৰ মাটি মিহলি কৰি
হে ধিন্দাওঁ কুকলি কোবাওঁ বিহু মাৰিবলৈ যাওঁ
হে ধিন্দাওঁ কুকলি কোবাওঁ মথুৰা হাটলৈ যাওঁ?
বৈয়া পাতি দৈয়া চাৰিঙৰ বেঙেনা ভাতে ৰান্ধি খাই যাওঁ
বৈয়া বৈ নাচিলে নাচনী নাচিলে বৈয়া বৈ
আই ঐ দেহি কলাফুলৰ গোটে দেখি
ৰাইজাই ৰাইজাই কৰে দেহি
তোমাকনো মই কাহানি পাম?
কেঁচা মৰম চেঁচা নৈ
মুখৰ মিঠা এঠা দৈ
মিঠা মিঠা তিলৰ পিঠা দেহাটি মোৰ চেনাই ঐ
অসমীৰে বিহুটি ঐ
বাপতি যে সাহোন ঐ
আমাৰ অতি আপোন ঐ
হায় ঐ বিহুটিনো আদৰৰ
বিহুটিনো সাদৰৰ
বিহুটিনো অসমৰ ধন।
হায় ঐ এনুৱানো বিহুটি
এৰিব যে লাগিলে
নাথাকেনো অসমৰ ধন॥

( ৫ )

[ এই গীতটোৰ কথা হেমেন হাজৰিকাৰ ]

নামৰে কঠীয়া অ' ঈশ্বৰে দিছিলে
ব্ৰহ্মায়ে সৰজা নাম ।
বেয়া নাম ওলালে অ' খেমিবা সদৌৰে
পীৰিতি নামকে গাম ॥

অই ছোৱালী গা ঐ—বোলোঁ
চ'তত ?—চ'ততে চকৰী
ব'হাগত ?—ব'হাগত বগৰী
জেঠতে ?—জেঠতে আমনা ধান
আৰু ?
গৰু বিহু দিনা—বাৰু—ল'বি আশীৰ্বাদ
ল'মে—
পাবি বৈকুণ্ঠতে স্থান ।

যূতি ফুলে মালতী—ইফালে টকাৰ মাত
যূতি ফুলে মালতী—সিফালে টকাৰ মাত
যূতি ফুলে মালতী—মাজতে সোলেং গুৱিৰ সুঁতি
যূতি ফুলে মালতী—টকাৰ মাতে শুনি
যূতি ফুলে মালতী—বাঢ়িল চতীয়না
যূতি ফুলে মালতী—পুলিয়ে না ধৰিলে গুটি

বিহুৰে বাতৰি নিদিবি কুলিটি
অ' অলিয়া বলিয়া মন,
ক'লীয়া চেনাই মোৰ আছে বিদেশতে
ঘটিছে বণিজৰ ধন ॥

ধন ধন ধন ধনে ঐ—কি হ'ব ?
ধন ধন ধন ধনে ঐ—নহ'লে
ধন ধন ধন ধনে ঐ—নেলাগে
ন'হলে বিহুৱা মন।

মন মন মন মনে ঐ—সুৰীয়া
মন মন মন মনে—জুৰণীয়া
মন মন মন মন নহয় উৰণীয়া মৌ
হয় নেকি অ' ?

হয়ে কি হয় হয় হয় হয়—কেহ কলি নিকলি
হয়ে কি হয় হয় হয় হয়—কপাহ সূতা মুকলি
হয়ে কি হয় হয় হয় হয়—ঠেহ পাতি নেখালি ভাত
হয়ে কি হয় হয় হয় হয় এপুৰা সেন্দূৰৰ
হয়ে কি হয় হয় হয় হয়—যোৰ ফোঁট মাৰি লৈ
হয়ে কি হয় হয় হয় হয়—ৰঙা ৰিহা ল'লি ঐ গাত।

উজায়ে চালোঁ মই ভটিয়াই চালোঁ মই
তোমাৰ মান গুৱনি নাই।
ইডৰা বন বননিত কোনে জুই জ্বলালি
কি যে ঐ পীৰিতিৰ ঠাই॥

অ' পীৰিতি পীৰিতি পীৰিতি পীৰিতি মিঠা চুৰা দৈ
পীৰিতি পীৰিতি পীৰিতি পীৰিতি বোৱা বোৱতী নৈ
পীৰিতি পীৰিতি পীৰিতি ওৰে জীৱন থাকিব বৈ॥

আমনা ধানক্তে দাবলৈ গৈছিলা
বাউলী বতাহে পালে।

কাচি দলি মাৰি হাবিতে সোমালোঁ
ওঁঠতে ৰবলে খালে।

অ' বহনা ইমাননো যাতনা
দেহাইনো কেনেকৈ সহে?
হে চ'তেনো মহীয়া—ৰ'দে চৌৱে চৌৱে
কিনো ঢুপৰৰে ভোকে—অ' আইজনী।
তিয়ঁহও নহ'লি চিৰালো নহ'লি
কেঁচাই খালোহেঁতেন
তোকে পানীমলা
ঢুহাতে ঢুমলা
বৈনো বৈ ধেমালি কৰ।

বৈয়া বৈ বৈ বৈ গজে পানী খালে
বৈয়া বৈ বৈ বৈ হৈয়াঙে দৈয়াঙে
বৈয়া বৈ বৈ বৈ ঘোঁৰাই পানী খালে বৈ

বৈয়া বৈ বৈ বৈ ধনে পানী খালে
বৈয়া বৈ বৈ বৈ পীৰিতি নিজৰাত
বৈয়া বৈ বৈ বৈ থিয় গড়াত খোপনি থৈ

ফেউ ফেউ ফেউৰাই মাতিছে
এ ফেউ ফেউ বনৰজা আহিছে
এ ফেউ ফেউ খৰকৈ খোজটি পেলা
অ' ৰঙিলী বেলা হ'ল গধূলি
মনি নে নমনি চিনাকি পদূলী তোৰ।

এ ফেউ ফেউ—আলিবাটৰ কেকুৰী
এ ফেউ ফেউ—চপলিয়াই চেঁকুৰী
এ ফেউ ফেউ—চেনেহ ঐ পাহৰি
ক'লৈ যাব লাহৰী
কাষতে কলহটি লৈ ?

এ ফেউ ফেউ—আলিৰে দাঁতিৰে ঘৰ
এ ফেউ ফেউ—ঘৰ ঘৰ ঘৰ ঘৰ কৰ
এ ফেউ ফেউ—বাৰীৰে গাজলি বাঁহ
এ লাজ এৰি বান্ধি ল সাহ
এইফালে বনৰজা কৰে আহ যাহ ॥

নহওঁ মই অই বনৰ ৰজা
মাদৈ, তই মোৰ মই তোৰেই ৰজা
সোমাই আহ ঐ আমাৰ পঁজা

ফুলে ঐ দুবৰিৰ ডলিত ন'ৰ'বি
দুবৰিৰ ডলি গৰকি
দুবৰিৰ ডলি পাৰে হৈ আহ ॥

অন্যান্য গীত

## কেইটিমান লঘু ৰসৰ গীত

( ১ )

ৰম্ভা মেনকা

ৰম্ভা, মেনকা কিম্বা যুথিকা
নামবোৰ নাজানো ভাই
হংসগামিনী ইস্মান ৰমণী
কলিজা ধপে ধপায়।

তইঁতৰ লাজকাজ নাই যা!
গা ভৰুক জোকাব নাপায়।

সাইলাখ ৰাম হে আমি যেন ৰাৱণ
কৰিছোঁহি সীতা হৰণ।
এবাটি গাখীৰত মুখ ধুই আহ গৈ
হনুমান ত্বয়োজন
এখনি দাপোণত ৰূপ চাই আহগৈ
ইমান সুদৰ্শন—।

কাৰ পিছ কাষতে পাইছা হাততে
হেৰালে আৰু নাপায়।
প্ৰেম প্ৰেম ভখলা বগাবলৈ হবলা
ৰূপহীৰ মনেই নাবায়!

কাৰ পিছু ছুটালৈ চাই
ৰম্ভাই নাকেই কোঁচায়?

ৰিহাৰে শেলতে চকু হাল পৰোঁতে
হিয়া মোৰ দহিছে যায়
খং খং চাৱনি আৰু যেন শুৱনি
উঠে পিছে মিচিকিয়াই ॥
বিয়া নাম নোগোৱা নাই
মাত দিলে কিনো ক্ষয় যায় ?

গাভৰু খেমিবা দায় নধৰিবা
ইহঁতৰ মগজু নাই।
ভুলাবাৰি এচাৰি ব্যৱহাৰ নকৰি
দিয়া দেই আমাক বিদায়।

কথাছবি : বৃষ্টি ( ১৯৭৪ )

( ২ )

অকোৱা পকোৱা বাট

অকোৱা পকোৱা বাট এই পাহাৰীয়া
ঝক্ ঝক্ চলিছে যেন কেৰেলুৱা
অকোৱা পকোৱা বাটটো 'পাতাচিয়া'
ঝক্ ঝক্ চলিছে যেন কেৰেলুৱা

ঝিক্ ঝিক্ ঝিক্ ঝিক্ ঝক্ ঝক্ ঝক্ ঝক্
পাতাচিয়া লুপ্‌খন চলি থক্ থক ॥

দুটা কল খালা আমালৈ নথলা
আৰু এটা খালা আমাক নিদিলা।
ভগাই ভগাই খালে আঁটি আঁটি যায়।
লুকাই খালে ফ্ৰেণ্ড, ঢুকাইহে যায়।

শকত ল'ৰা: আই এম ন'ট ছেলফিচ,
লুক এট মাই বডি—
শুকাই মৰিম ফ্ৰেণ্ড
কম খাওঁ যদি।
ঘৰ পাম যেতিয়া মাম্মি ক'ব তেতিয়া
ঘৰ পাম যেতিয়া দেদি ক'ব তেতিয়া—
'আই ঐ দেহি! সোণ হ'লি আধাপেটীয়া'।

খোৱাই খায় নোখোৱাৰ নাই
এই কথা ভাল কথা নহ'ব যে ভাই।
খাদ্যৰ ভড়াল উদং নকৰিবা
আনৰো উদৰ আছে পাহৰি নাযাবা।
দুজনৰ আসনক এজনে নল'বা
পিছত দেখিবা তুমি এখনও নাপাবা।

হ'ল হ'ল চৈয়দ হ'ল
লৈ যোৱা পাহাৰীয়া ৰেল
কেৰেলুৱা ৰেল তুমি নকৰিবা ফেল
হ'ল হ'ল চৈয়দ হ'ল॥

কথাছবি: বনহংস (১৯৭৭)

( ৩ )

শ্বমা থাকিলে

শ্বমা থাকিলে
জৰুৰ জৰুৰ পৰৱানা যে আহিবই
বিজুলী দেখিলে
আস্মানখনও জিলিকি জিলিকি উঠিবই ।

মনৰ কাপোৰ ফাটি গ'লেও.
মুহব্বতে চিলাবই
তুটা দিলৰ তুই ইন্সানক
নিগাহে এটা কৰিবই ।

এই যোৰা পাভ যোৰা
যোৰা ই মামুলী নহয়
ই আলি আৰু ফাতিমাৰ যোৰা
যোৰা কায়েম থাকিবই ।

পৰবৰদিগাৰক দোৱা মাগিছোঁ
জিন্দ্‌গী সুন্দৰ হ'বই—
বিজুলী দেখিলে আস্মানৰো দিল
ধৰক্ ধৰক্ কৰিবই ।

কথাছবি : চিকমিক বিজুলী ( ১৯৬৯ )

## গীতেৰে চিত্ৰাঙ্কন

[ তলৰ গীত কেইটা হাজৰিকাই কোনো সৌন্দৰ্য্য মগন মুহূৰ্ত্তত শব্দৰ তুলিকা আৰু ছন্দৰ ৰহণেৰে অঁকা একোখনি অতি বিতোপন ছবি। মাধৱদেৱৰ 'তেজৰে কমলাপতি'ৰ দৰে প্ৰথম গীত দুটিও প্ৰাকৃতিক সৌন্দৰ্য্যই দিয়া সুন্দৰৰ সঁহাৰিৰ লগত সৌন্দৰ্য্য প্ৰয়াসী প্ৰাণে নিজক বিলীন কৰাৰ প্ৰকাশ মাথোন ]

### শৰতৰ শেৱালিৰ নতুন নিয়ৰ

শৰতৰ শেৱালিৰ নতুন নিয়ৰে
শুভ্ৰ শুভ্ৰ কিবা ছবি আঁকে,
শুকুলা ডাৱৰৰ পতাকা উৰুৱাই
মুকুতিৰ গীত গায় শৰালি জাকে ॥

নিয়ৰ বিন্দু হ'ল জীৱন দাপোণ
তাতেই দেখোঁ মই আশাৰে সপোন
ক্ষুদ্ৰতে বিশালক যদি বিচাৰা
দেখিবা বিন্দুতে সিন্ধু থাকে ॥

শৰতৰ সৰাপাত কিয় বুটলিম ?
ৰিক্ত ৰিক্ত মন কিয় আদৰিম ?
বন্ধ বন্ধ সীমা কিমান সহিম ?

মুগ্ধ মুগ্ধ মই, আকাশ দেখি,
স্নিগ্ধ স্নিগ্ধ ফুল, মনেৰে লেখি,
মুক্ত মুক্ত কঁহুৱাৰ, নাচোনে
ইঁহুৱায় নিৰাশাৰ, ফাঁকে ফাঁকে ॥

(১৯৫১)

## ঊষা আৰু নিশা

অসীমৰ সিপাৰতে
মহাজলধিৰ শেষতে
জ্যোতি এন্ধাৰৰ মাজতে
দুটি কণ্ঠৰ কথা শুনো ৰিণিকি ৰিণিকি অহা—
এটি হ'ল ঊষা
আনটি ক'লীয়া নিশা

নিশাই পিন্ধিছে জোনবিৰি কেৰুমণি
হেজাৰ তৰাই ফুল বাচি বোৱা
এন্ধাৰৰ সিংখাপখনি
চকুত টোপনিৰ ভাষা—তাই ঊষাৰ সখীটি নিশা।

চকুটি মোহাৰি নিশাই বুলিলে—
"অ' মোৰ ভনীটি ঊষা
নাভাঙিবি মোৰ আশা
পৃথিৱীৰ যত আছে নৰনাৰী
ভাগৰত জুৰুলা হোৱা
আপোন পাহৰি নিদ্ৰা মগন
মোৰেই কোলাতে চোৱাঁ
আজিৰ স্বপ্ন মহাজীৱনক
তুমিয়ে সাৱটি লোৱাঁ।
বিদায় মাগিছোঁ ভাগৰি পৰিছোঁ
এলাহ সামৰি থোৱা
নাভাঙিবা মোৰ আশা
অ' মোৰ সখীটি ঊষা!

নিশাৰ চকুত নিয়ৰ উজ্বলিল
আৰু বিদায়ৰ ভাষা।

উষাই পিন্ধিছে নতুন ৰিহা,
সেন্দুৰ ৰহণ জ্বলা
নীলা জলধিৰ ঢৌ থেকা খোৱা
সু চঞ্চল মেখেলা
কপালত আছে সূৰুয ফোঁটটি লিখা
তাই নিশাৰ সখীটি উষা—
সেউজীয়া জীৱনৰ ছন্দত নাচি বাগি
মৌ কোঁহ আঁচলত লৈ
উৰি ফুৰা চুলিটাৰি
সামৰি সামৰি লৈ ৰাং ঢালী উষাই কয়—

"অ' সখী নিশা
নাভাঙো তোমাৰ আশা
নিদ্রা এৰিছে মহাজীৱনে
পোহৰ বিচাৰি আজি
সেয়েহে আজি ন ৰহণেৰে
ওলালোঁ সাজোন কাচি
যোৱাঁ মোৰ সখীটি নিশা।"

নিশাৰ চকুত নিয়ৰ উজ্বলিল
আৰু বিদায়ৰ ভাষা
উষাই যাচিলে মহা জীৱনৰ
সাত ৰহণীয়া আশা।

## বোকাৰ পুতলা

জোনাই যেন জোনাকত গা ধুইছিল
নৈৰ যেন সোঁতে তাইক উটুৱাই নিছিল
খৰস্ৰোতা নৈত তাই গা এৰিছিল
অচিনাকি বলুকাত লাগি ৰইছিল
বোকাৰ পুতলা যেন তাই হৈছিল—

ক'ৰবাৰ এখনি উজনীয়া নাও পাই
পুনু যেন লাহে লাহে উভতিল তাই
নিজ সাজযোৰ হেৰুৱাই পেলাই
বোকাৰ কলঙ্ক গাত সানি ল'লে তাই
নওঠা দেহা ঢকা বস্ত্ৰ নেপাই
বোকাকে লিপি ল'লে দেহাটি লুকাই

( হঠাৎ ) কিবা এটি দেখা যেন তাইৰ ভাব হয়
উগুল থুগুল কৰি থমকি যে ৰয়
কাষলৈ গৈ দেখে বোকাত আছে ফুলি
নিৰৱে অকলে এটি পদুমৰ কলি
আলফুলকৈ তাই ছিঙি ল'লে ফুল
শান্তিয়নী ব'লে তাইৰ বুৰাই দুকূল

তাকে লৈ আগ বাঢ়ি বিচাৰে পৰিচয়
পদুম কলিটি পাছে নিমাত হৈ ৰয়
তাই ভাবে ফুলে শান্তি ফুলাত হে পায়
( সেয়ে ) পৰিচয় পত্ৰৰ কোনো প্ৰয়োজন নাই।

[ কথাছবি : বনজুই, কলিকতা, উনত্ৰিছ নৱেম্বৰ ১৯৭৭ ]

## দীপান্বিতা

অ' জোনালী দীপান্বিতা
দীপান্বিতা দীপান্বিতা
ঘিট্‌মিট্‌ এন্ধাৰ কাতিৰ ৰাতি
চিকমিকীয়া জ্বলি উঠে চাকি
উজ্বলিল সোণৰে মাটি ।।

জ্বলে ঘৰে ঘৰে প্ৰদীপ শিখা
মঙ্গল উৰুলি আৰতি
দেৱশিশু সৰে উমলিছে
পোহৰ দলিচা পাতি ।।

দীপান্বিতা ছুদিনীয়া
আহিব বা' এছাটি
আনিব পৃথিৱীৰ সমুখলৈ
পুনৰ এন্ধাৰ মাতি ।

এই পৃথিৱীৰ সঁচা জনতাৰ
যুগৰে এন্ধাৰ নাশি
সুন্দৰ পূজাৰী উজ্বলোৱা
বুকুৰ তেজৰে চাকি
সাম্যৰ দীপালী পাতি ।

[ গুৱাহাটী, ১৯৪৮ ]

## বিভিন্ন বিষয়ৰ গীত

[ ভূপেন হাজৰিকাই সম্প্ৰতি ৰচনা কৰা কেইটিমান গীত আৰু বাদ পৰি যোৱা দুই এটা গীত এই অংশত দিয়া হ'ল। ]

### মিজোৰাম

### তোমাক নমস্কাৰ

কাঃ মঙাইহ্ চেঃ মিজোৰাম
তোমাক ভাল পাওঁ মিজোৰাম ॥
খট্ খট্ 'চেইৰো'ৰ ছন্দ লই
গীটাৰৰ সুৰে বয় কল'দাই নৈ
সুউচ্চ ফাংপুই নীলা পাহাৰে
মৌন ভাষাৰে কিবা হুংকাৰে
শিখৰৰ ঝুম খেতি এৰি এৰি থৈ
সংগ্ৰামী মানুহে থমকি ৰই
হাঁহি হাঁহি আমাক দিলে বিদায়
হাত বাও দি কয় 'চিবায়, চিবায়'
কি এই দৃশ্য ঃ নয়নাভিৰাম
ই সংগ্ৰামী দেশ যাৰ নাম মিজোৰাম
কাঃ মঙাইহ্ চেঃ মিজোৰাম ॥
সেউজীয়া মনৰ মাদকতা লৈ
এগৰাকী গাভৰুৱে লহ্‌পহকৈ
আমাক হাঁহি মাৰি আদৰিলে,
তাইৰ হাতে বোৱা 'গোৱান' মেখেলাতে
ৰঙা নীলা আশা ভৰা ফুল ফুলিলে
তাইৰ বক্ষৰ 'কৰচেই' চোলাতে

শুকুলা মেঘে কিবা ফুল বাচিলে
তাইৰ ফুলৰ অলংকাৰ হালে জালে
'পাংকৃপাৰ' নাচোনৰ তালে তালে
কি এই দৃশ্য নয়নাভিৰাম—
ই গাভৰুৰ দেশ যাৰ নাম মিজোৰাম
কাঃ মণ্ডাইহ্ চেঃ মিজোৰাম ॥

বিলখাওট্‌লিং বা লুংদাই
বৈৰাংটে বা লুংলে
থিংচুলথলিয়াই বা শ্বেৰচিপ্ন
হুনাথিয়াল কিম্বা কলাচিব্
সকলোতে যেন জনতা সজাগ
ধ্বংসৰ ঠাইত যেন সৃষ্টিহে আগ
কৰ্ত্তব্যৰ যেন নাই বিৰাম—
ই প্ৰতিজ্ঞাৰ দেশ যাৰ নাম মিজোৰাম
কাঃ মণ্ডাইহ্ চেঃ মিজোৰাম ॥

কাহানিয়েই পাহৰা প্ৰবাদ মতে
তাহানিৰ আদিম এন্ধাৰ ফালি
'ছিনলুঙ্' গাঁতেৰে ওলাই আহি
তুমিয়ে দিছিলা পোহৰ ঢালি
'পাথিয়ান' ঈশ্বৰৰ জ্যোতি সন্তান—
( আহাঁ ) সমভাগী হৈ গঢ়োঁ
জ্যোতিভৰা স্থান
মিজো আৰু হ্মাৰ পৈ লাখেৰে
নানা ৰহণৰ এয়া জাতি অগণন
কুকি আৰু চাক্‌মাৰো মিঠা বচন
পূৰ্ব্ব ভাৰতীৰে শিৰৰ ভূষণ ।—

'লুখুম্' টুপীৰে চকুপানী ঢাকি
বিদায় পৰত কওঁ কথা এফাঁকি
—ধন্যবাদ বা 'কলাওমে'
সংঘাত নহয়
মৰমে মৰমে—
আজিৰ এইদিনে যেন ইতিহাস হয়
এনাজৰী যেন সদা দৃঢ়তৰ হয়
ই মৰমৰ দেশ যাৰ নাম মিজোৰাম
কাঃ মঙাইহ্ চেঃ মিজোৰাম ॥

[ মিজোৰাম, ১৯৬৮ ]

———

কাঃ মঙাইহ্ চেঃ : তোমালৈ মৰম জনাইছোঁ
চেইৰো : মিজোসকলৰ বাঁহ নৃত্য
চিবায় চিবায় : ধন্যবাদ
পাংকপাৰ : মিজো পাত গাভৰুহঁতে যৌৱনৰ
আগমনত পখিলাৰ দৰে নচা নাচ

| | |
|---|---|
| বিলখাওটলিং, লুংদাই<br>বৈৰাংটে, লুংলে<br>থিং চুলথ্ লিয়াই<br>শ্বেৰচিম<br>হুনাথিয়াল, কলাচিৰ | মিজোৰামৰ বিভিন্ন ঠাইৰ নাম |

ছিনলুঙ্ : মিজোসকলৰ বিশ্বাস যে তেওঁলোকৰ
ঈশ্বৰ 'পাথিয়ান' আহিছিল 'ছিনলুঙ' নামৰ গাঁতেৰে
আৰু তেওঁলোক 'পাথিয়ান'ৰে সতি-সন্ততি ।
কলাওমে : ধন্যবাদ
হ্মাৰ, পৈ লাখেৰ : মিজোৰামৰ দুটি উপজাতি

## জয় জয় নৱজাত বাংলা দেশ

জয় জয় নৱজাত বাংলা দেশ
জয় জয় মুক্তিবাহিনী
ভাৰতীয় সৈন্যৰ সতে ৰচিলা
মৈত্ৰীৰ কাহিনী ॥

ধৰ্মান্ধতাৰ বিপৰীতে ধৰ্মনিৰপেক্ষতা
বিভেদকামী শক্তিৰ সলনি
গঙ্গা পদ্মাৰ একতা ।
সামন্ত তন্ত্ৰৰ বিপৰীতে
এক নতুন প্ৰজাৰ তন্ত্ৰ
সমৰ তন্ত্ৰৰ সলনিত
এক অভিনৱ সমাজতন্ত্ৰ
থাপনা কৰি ৰক্তেৰে লিখিলা
শেখ মুজিবুৰৰ বাণী ॥

আমাৰ ভাৰত কিছু মাটি নহয়
নহয় মানচিত্ৰ
ভাৰত নহয়
বিশেষ এখন শাস্ত্ৰৰ কিছু পুত্ৰ ।

আমাৰ ভাৰত
এক প্ৰচণ্ড শক্তিৰে
মেলি থোৱা জাগ্ৰত নেত্ৰ ।
তাৰ দৃষ্টি মাথোন ন্যায়-মিত্ৰতা
নিবিচাৰে সি পৰৰাষ্ট্ৰ ॥

বিশাল ভল্‌গা গঙ্গা পদ্মাৰ
পাৰ ভাঙি এক হ'ল পানী ॥

## দাৰ্শনিক দৃষ্টিকোণৰ পৰা লিখা

[ অপৰূপা ছবিত দিছে। কথা আৰু সঙ্গীত : ভূপেন হাজৰিকা ]

নাৱৰীয়া ১ : অ' বান্ধ, অ' সিপাৰৰ বান্ধ, শুনা .....
এন্ধাৰ ইটো পাৰ
কাল ধুমুহাই ঢাকে আকাশ
কৰাচোন সিপাৰ
কৰাচোন সিপাৰ

নাৱৰীয়া ২ : মেঘ বৰষুণ নেওচি মই
তোমাক কৰিম পাৰ
পিছে, সিপাৰ এৰি কিহৰ আশাত
মানি ললা হাৰ .....

১ : বঠা ভাগে কাঠো পচা
শিমলুৰে নাও
জীৱনৰে সোঁত নেজানো
আৰু পানীৰ ভাও

২ : ইপাৰে আনিলোঁ বাৰু
এৰি সিটো পাৰ
এৰা পাৰ সুঁৱৰি যদি
কৰা হাহাকাৰ

১ : নেলাগে নেলাগে মোক
মায়া ইপাৰৰ
বিচাৰিছোঁ মোহময়ী
কায়া সিপাৰৰ
মোক কৰাচোন সিপাৰ......

২ঃ সিপাৰ পালে ইপাৰ লাগে
অনন্ত পিয়াস
ইপাৰ সিপাৰ অহা যোৱা
চক্ৰ অভিলাস।

[ অপৰূপা গীত নং ২। কণ্ঠ : সত্য বৰুৱা ]

সেন্দূৰ সেন্দূৰ প্ৰভাতী সূৰুয
মোৰ গালে মুখে পৰিছে
পাহৰণিৰ কুঁৱলী ফালি
সোঁৱৰণি যেন আহিছে

মনত পৰিছে যেন অস্ত বেলিৰ
বিদায় সনা চাৱনি
লগে লগে যেন দেখিছোঁ পুনৰ
লৱণু কোমল মুখনি
মন পথাৰৰ সেউজ শইচত
মলয়াৰ মৃদু নাচোন
মনত পৰিছে যেন ডেকা গাভৰুৰ
চেনেহী সাজোন-কাচোন

মৰমী গাঁৱৰ সোণালী ৰ'দ
শাওণৰ কজলা মেঘ
ৰিম্‌ঝিম্ বৰষাও পৰিছে মনত
শৰালিৰ নাই লেখ

সেইয়া মাথোঁ মোৰ গাঁও নহয়
সেইয়া মোৰ মৰমী আই
ঘৰমুখী পখী আহিছোঁ উভতি
পাবলৈ কোলাতে ঠাই।

[ অপৰূপা গীত নং ৩ । কণ্ঠ : বন্দনা বৰা আৰু ভূপেন হাজৰিকা ]

পাতগাভৰু : আই সৰস্বতী অ'··· = ৰংফুল বকুলী
তোমালৈ মানি যাওঁ কি !

মাজবয়সীয়া

পুৰুষ : বোলো কি ?

পাতগাভৰু : তোমালৈ মানি যাওঁ শুকুলা ছাগলী
মাহে পৰমানে দি
মিলনদৈ, শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
মাহে পৰমানে দি

পুৰুষ : ক'লাচোলা কুৰুতা গুদাম আছে চাৰিটা
চাৰিও চাৰিকে চৰে
এইজনীৰ চকুলৈ চাবকে নোৱাৰি
জালুক জলকীয়াই পোৰে
মিলনদৈ শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
জালুকে পোৰাদি পোৰে

পাতগাভৰু : যাহ্ এইডাল নাহিবি, যাহ্ দূৰতে থাকিবি
মোৰ পিনে নেচাবি একা
যাহ্ ক'ৰেনো গেন্ধেলা গেন্ধেলানে ফেদেলা
একে ভুকুত কঁকাল হ'ব বেঁকা

পুৰুষ : অ' পীৰিতী কি বস্তু চিনিব নোৱাৰি
কোনজন ঈশ্বৰৰ মায়া
তুমি নকৰিলে কৰোঁতা নাই মোক
ভাটী বয়সতে বিয়া !

পাতগাভৰু : পাণ বৰীয়ালৰ পাণ ঐ নানিবি
নানিবি গোৱালৰ দৈ
গাম খাৰু আনিলেও তোৰ দৰে বুঢ়াটোক
কাহানিও নোবোলোঁ পৈ

পুৰুষ : মইনাজান মইনাজান বিয়া যদি নকৰ
মইনাজান মইনাজান পলুৱাই নিম তোক
মইনাজান মইনাজান নেলাগে ঐ হোমৰে জুই
মইনাজান মইনাজান তোৰ দৰে নাচনীক
মইনাজান মইনাজান পলুৱাই নিনিলে
মইনাজান মইনাজান মৰিমে ঐ বৰলা হৈ

পাতগাভৰু : কি কলি কি কলি মোক নিবি পলুৱাই
তোৰ তেনে সাহস ফেৰা আছে
পলুৱাই নিলেহে পুৰুষ বুলি ভাবিম ঐ
লৰি যাম তোৰ পাছে পাছে

পুৰুষ : ৰাজগড়ৰ হাবিতে মাটি মই পোৱা নাই
মোৰ নামে ওলাইছে পটা
তোমাকে পলুৱাই নিবই যে লাগিব
নহ'লে জীৱনটো বৃথা
মিলনদৈ শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
নহ'লে জীৱনটো বৃথা।

———

[ অপৰূপা গীত নং ৪। কণ্ঠ : উষা মাঙ্গেশকাৰ। ]

অপৰূপা······ অপৰূপা
অসীমৰ নীল নভত তুমি এক বিন্দু অনন্ত
অপৰূপা—তুমি মুক্ত অনুভৱ জানো তুমি কৰা নাই।

মকৰা জালৰ ভাঙিলা সজা
পাতলালা তুমি দুখৰ বোজা
পলাতকা হৈ এতিয়া কিয়নো
বিহঙ্গ হ'ব খোজা
মাটিৰ মধু জানো দেখা নাই

তোমাৰ হাতৰ মুঠিতে আছে
তোমাৰ জীৱন ৰথ
ভাঙিব পাৰা গঢ়িব পাৰা
তোমাৰেই নিজা পথ
তোমাৰ মুক্তি হেৰুৱা নাই
অপৰূপা······অপৰূপা

নাৰী মুক্তিক
উদগাই লিখা ॥

—— —

[ অপৰূপা গীত নং ৫ । কণ্ঠ : ৰীতা বৰুৱা ]

সেন্দূৰ সেন্দূৰ প্ৰভাতী সূৰুয
মোৰ গালে মুখে পৰিছে
পাহৰণিৰ কুঁৱলী ফালি
সোঁৱৰণি যেন আহিছে

মনত পৰিছে যেন অস্ত বেলিৰ
বিদায় সনা চাৱনি
লগে লগে যেন দেখিছোঁ পুনৰ
লৱণু কোমল মুখখনি
মন পথাৰৰ সেউজ শইচত
মলয়াৰ মৃদু নাচোন
মনত পৰিছে যেন ডেকা গাভৰুৰ
চেনেহী সাজোন কাচোন

গাঁও ধুনীয়া সেউজ সুৰীয়া
ৰূপৰ মহিমা নাই
পিছে মন লাগে আৰু শ্ৰম লাগে
সজাবলৈ এই ঠাই

গাঁৱলৈ কত মানুহ আহে
আহি মৰহি যায়
সেইহে গাঁৱৰ জঁকাটো থাকে
মৃত্যুৰ মুখলৈ চাই।

——— —

## উল্লেখিত পুথিৰ তালিকা


| | |
|---|---|
| জ্যোতিপ্ৰসাদ আগৰৱালা | 'লুইতৰ পাৰৰ অগ্নিসুৰ', সম্পাদনা অতুলচন্দ্ৰ হাজৰিকা, জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থা, তেজপুৰ, ১৯৭১ |
| চানাৰাম কলিতা | 'বহুৰঙী কামৰূপী লোকগীত', এইচ চি গোস্বামী এজেন্সী, বাৰাংহাটী, কামৰূপ, ১৯৭৯ |
| বাণীকান্ত কাকতি | পুৰণি অসমীয়া সাহিত্য, লয়াৰ্ছ বুক ষ্টল, ( পঞ্চম তাঙৰণ ), গুৱাহাটী ১৯৬৮ |
| আবদুল কাদিৰ ( সম্পাদিত ) | 'নজৰুল ৰচনা-সম্ভাৰ, ইউনিভাৰ্চাল বুক ডিপো, কলিকতা, ১৯৬৫ |
| স্বামী কৃষ্ণানন্দ | 'শ্ৰীমদ্ভাগৱদ্‌গীতা', পঞ্চৰতন ফাৰ্ম্ম, হাউলী, ১৯৭১ |
| উইনষ্টন চাৰ্চিল | 'দি গেদাৰিং ষ্টৰ্ম', কেছেল, লণ্ডন, ১৯৬৪ |
| গৰ্গনাৰায়ণ চৌধুৰী | 'শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত', সুৰবালা চৌধুৰী, গুৱাহাটী, ১৯৭৮ |
| ৰামচৰণ ঠাকুৰ | 'গুৰু চৰিত', হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত, দত্তবৰুৱা এণ্ড কোম্পানী, ১৯৭৮ |
| হৰিনাৰায়ণ দত্তবৰুৱা | 'বৰগীত', দত্তবৰুৱা এণ্ড কোম্পানী, গুৱাহাটী, ১৯৭১ |
| তিলক দাস | 'বিষ্ণু ৰাভা, এতিয়া কিমানি ৰাতি', গুৱাহাটী বুক ষ্টল, গুৱাহাটী, ১৯৭৭ |
| শ্ৰীৰামচন্দ্ৰ দাস | 'অসমীয়া জনসাহিত্যৰ পাৰিজাত', গৌতম প্ৰকাশন, সুন্দৰীদিয়া, বৰপেটা, ১৯৭২ |
| ধীৰেন দাস | 'গোৱালপৰীয়া লোকগীত', ( তিনি খণ্ড ), ৰতন বুক ষ্টল, গৌৰীপুৰ, ১৯৭৬ |
| প্ৰফুল্ল প্ৰাণ বৰা | 'চিনেমা ইন আচাম', পাৰফৰ্মিং আৰ্ট চেণ্টাৰ, গুৱাহাটী, ১৯৭৮ |

দেবেন্দ্রনাথ বৰুৱা 'গীতা ৰহস্য', দীপালী বৰুৱা, গুৱাহাটী, ১৯৭১

বিৰিঞ্চি কুমাৰ বৰুৱা 'হিষ্টৰী অৱ আছামিজ লিটাৰেছাৰ', ইষ্ট-ৱেষ্ট প্রেছ, হনলুলু, আমেৰিকা, ১৯৬৫

লক্ষ্মীনাথ বেজবৰুৱা 'বেজবৰুৱা গ্রন্থাৱলী' ( প্রথম খণ্ড ), অতুলচন্দ্র হাজৰিকা সম্পাদিত, সাহিত্য প্রকাশ, গুৱাহাটী ১৯৬৮

লুইচ ব্রড 'উইনষ্টন চাৰ্চ্চিল', হাটচিন্সন এণ্ড কোম্পানী, লণ্ডন, ১৯৪১

মজুমদাৰ, ৰায়চৌধুৰী ও দত্ত 'এন এডভান্সড হিষ্টৰী অৱ ইণ্ডিয়া', মেকমিলন, ১৯৫৬

সৰ্ব্বপল্লী ৰাধাকৃষ্ণন 'দি ভাগ্‌বদ্‌গীতা', ব্লেকি এণ্ড চন, বোম্বাই, ১৯৭৫

'দি হিন্দু ভিউ অৱ লাইফ', মেকমিলন, নিউ ইয়র্ক, ১৯৭৫

সত্যেন্দ্র নাথ শৰ্ম্মা 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত', বাণীপ্রকাশ, গুৱাহাটী, ১৯৬১ ( ২য় প্রকাশ )

শাস্ত্রী ও ভট্টাচাৰ্য্য (সম্পাদিত) 'দিছ ইজ আচাম', অসম সাহিত্য সভা, ১৯৫৮

শ্রীবটদ্রৱা থান পৰিচালনা সমিতি 'বৰদোৱা স্মৃতিগ্রন্থ', বটদ্রৱা, ১৯৭৮

( বৰগীত গৱেষণা সমিতি )
( অসম সঙ্গীত নাটক একাডেমী ) 'স্বৰ ৰেখাত বৰগীত', লয়ার্ছ বুক ষ্টল, গুৱাহাটী, ১৯৫৮

ভূপেন হাজৰিকা 'জিলিকাব লুইতৰে পাৰ'

সংগ্রাম লগ্নে আজি', গতি প্রকাশ, গুৱাহাটী

'আগলি বাঁহৰে লাহৰী গগনা', লয়ার্ছ বুক ষ্টল, গুৱাহাটী, ১৯৬৫

'বহ্নিমান ব্রহ্মপুত্র,' বাণী মন্দিৰ, ডিব্রুগড়,১৯৮০

জগত চেতিয়া ( সম্পাদিত ) 'সুৰ সাগৰৰ মুকুতা বিচাৰি', সুন্দৰবন কলা মন্দিৰ, শিৱসাগৰ, ১৯৬৪

# গীতৰ প্ৰথম শাৰীৰ সূচী

---